# বেলি মাৰ গ'ল

ড° লীলা গগৈ






সুব্ৰাগমণি প্ৰকাশ

ডিব্ৰুগড়

১৯৮৩

*BELI MAR GOL*, a few literary-historical essays on the causes of downfall of the Ahom monarchy, written by Dr Lila Gogoi, Dibrugarh University, published by Mrs Chandraprava Gogoi, on behalf of Suvagmani Prakash, Suvagmani, Ratanpur, Dibrugarh-786 003, 1983.

প্ৰকাশিকা :
সুৱাগমণি প্ৰকাশৰ হৈ
শ্ৰীমতী চন্দ্ৰপ্ৰভা গগৈ
ডিব্ৰুগড় ৭৮৬ ০০৩

প্ৰথম প্ৰকাশ : ১৯৮৩

মূল্য : পঁচিশ টকা মাত্ৰ ( ২৫·০০ )

বেটুপাত : পৰিকল্পনা লেখকৰ

ছপাশাল : অসম প্ৰিন্টিং ওৱৰ্কছ, (প্ৰাঃ) লিঃ
যোৰহাট ৭৮৫ ০০২

'কাঠৰ গড় বান্ধিম পঁচিব, মাটিৰ গড় বান্ধিম খহিব ;
মই কথাৰ গড় বান্ধি দিছোঁ, প্ৰাণ-পৰিতুগী হ'ব ।'

# আগলি বাতৰি

'বেলি মাৰ গ'ল, এয়া আমাৰ শেহতীয়া প্ৰচেষ্টা। বুৰঞ্জীৰ তথ্য-পাতি অক্ষুণ্ণ ৰাখি কথন-ৰীতিত অলপ কলাসুলভ বোল সানি অসম বুৰঞ্জীৰ কাহিনীৰে এখনি পুথি লিখিম বুলি মনতে পাঙিছিলোঁ। 'মনসা ঈপ্সিতং বাচ্যং বচসা ন প্ৰকাশয়েৎ' বুলি কাকো কোৱা নাছিলোঁ। এনেতে দুটা ঘটনা ঘটিল। এজন সাহিত্যিক বন্ধুৱে মোৱামৰীয়া বিদ্ৰোহ সম্পৰ্কে এটা পতনুৱা মন্তব্য কৰি আমাক খতমত খুৱাই দিলে। আৰু এজন লেখকে ৰাজনীতিৰ চাব-মোহৰ মাৰি কিছুমান কথা লিখি 'নগে গড়গাঁৱৰ বাতৰি' ·দি নতুন চামৰ পাঠকক বিভ্ৰান্ত কৰিবলৈ যত্ন কৰা দেখি ভাবিলোঁ, আহোম ৰাজত্বৰ শেহৰছোৱাৰ ধাৰাবাহিক কাহিনীৰেই পুথিখন লিখোঁ। অষ্টাদশ-উনবিংশ শতিকাৰ অসম বুৰঞ্জীৰ কাহিনী-ভাগৰ বুকুত কিছুমান সৰু সৰু ঘটনা আছে আৰু সেই ঘটনাবিলাক ৰূপায়িত কৰিছে কিছুমান সৰু সৰু চৰিত্ৰই যিবোৰে ইতিহাসৰ ভৰা সুঁতিটোকে সলনি কৰিবলৈ সক্ষম হৈছিল। ডক্টৰেট উপাধিৰ বাবে গবেষণা কৰোঁতে প্ৰকাশিত-অপ্ৰকাশিত বুৰঞ্জীবোৰ উৰাই-ঘূৰাই পঢ়িবলগীয়া হৈছিল, তেতিয়া এই তাৎপৰ্য্যপূৰ্ণ ঘটনা আৰু চৰিত্ৰসমূহৰ লগত চা-চিনাকি হৈছিলোঁ। সেয়েহে এক উছাহতে পুথিখন লিখি পেলালোঁ।

ইতিমধ্যে ইয়াৰে তিনিখন ৰচনা 'প্ৰকাশ'ত প্ৰকাশিত হৈ ওলাল। সহৃদয় পাঠকৰপৰা মন্তব্য আৰু অনুপ্ৰেৰণা পাই পুথিখন প্ৰকাশ কৰিবলৈ এজন প্ৰকাশক বিচাৰি ওলালোঁ। প্ৰকাশক পোৱা সহজ নহয়; বৰ টান। আমাৰ সৰহভাগ প্ৰকাশকে পুথিখনৰ বেটুপাতৰ নাম আৰু লেখকৰ লগত থকা ব্যক্তিগত ঘনিষ্ঠতাৰ কথা চিন্তা কৰিয়েই পুথি বাছনি কৰে; ভিতৰত কি আছে পঢ়ি চোৱাৰ প্ৰয়োজন অনুভৱ নকৰে। আমাৰ পুথিখনৰ নামটো মনঃপুত নোহোৱাৰ বাবেই হয়তো এজন ব্যৱসায়ী প্ৰকাশক দিহা কৰিব নোৱাৰিলোঁ। নিৰুপায় হৈ ঘৰতে এগৰাকী প্ৰকাশিকাক সন্মত কৰাই পাণ্ডুলিপিটো ছপাশাললৈ পঠালোঁ।

পুথিখন লিখি পাণ্ডুলিপিটো সু-সমালোচক ড° নগেন শইকীয়াক পঢ়িবলৈ দিলোঁ। ড° শইকীয়াই আদ্যোপান্ত পঢ়ি গোটাচেৰেক আলোঁচাহ ধৰি পৰামর্শ আগ বঢ়ালে। আমি তাৰে কেইটামান পৰামর্শ গ্ৰহণ কৰি পুথিখনত হাত-ফুৰাই দিলোঁ।

পুথিখনৰ বিষয়ে মন্তব্য প্ৰকাশ কৰি উছাহ আৰু অনুপ্ৰেৰণা যোগাই আমাক ধণী কৰিছে শ্ৰদ্ধেয় ড° মহেশ্বৰ নেওগ, ড° সত্যেন্দ্ৰনাথ শৰ্মা, ড° মহেন্দ্ৰ বৰা, ড° নগেন শইকীয়া আৰু বহুতে। সদৌটিলৈকে কৃতজ্ঞতা জনাইছোঁ।

মযৌশেষত অথচ অতি আন্তৰিকভাৱে ধন্যবাদ জনাইছোঁ 'অসম প্ৰিণ্টিং ৱৰ্কছ্'ৰ স্বত্বাধিকাৰী আৰু কৰ্মচাৰীবৃন্দলৈ। অশেষ যত্ন কৰি তেওঁবিলাকে তাকৰীয়া সময়ৰ ভিতৰতে পুথিখন ছপা কৰি উলিয়াই দিছে।

'আগলি বাতৰি'টি সামৰিবলৈ লৈ আৰু কেইবাজনো ছাত্ৰ আৰু অনুজোপম ব্যক্তিলৈ মনত পৰিছে; তেওঁবিলাক হ'ল: ড° প্ৰহ্লাদ বৰুৱা, ড° ভীম বৰুৱা, অধ্যাপক ডিম্বেশ্বৰ চলিহা, উমেশ চেতিয়া, হেম বুঢ়াগোহাঁই, অধ্যাপক পুষ্প গগৈ আৰু কৈলাস শৰ্মা। শলাগ জনাইছোঁ।

'যেজি মাৰ গ'ল' লিখোঁতে খাটনি হৈছিল অশেষ। পৰিবেশ আৰু সুবিধা উলিয়াই দি আমাৰ শ্ৰীমতী আৰু চেন্নেহৰ জীয়াৰী জুমি-মুনিও শলাগৰ পাত্ৰ হৈছে। এই 'নতুন' কিতাপখন পঢ়ুৱৈ সমাজে আদৰি ল'লে তেখেতসকলৰ ওচৰতো কৃতজ্ঞ হোৱাৰ এখানমান সুযোগ পাম, কি বোলে?

সুৰাগৰাণি
ডিব্ৰুগড় ৭৮৬ ০০৩
২৫ জুলাই, ১৯৮৩

## ॥ সূচী ॥

# দীঘলীবাটৰ বাতৰি

১৮৩৮ চনৰ কাতি মাহ। দিন চুটি। বেলি মাৰ গ'ল। অস্তাচলৰ হেঙুলীয়া আকাশ এচমকা অচিনাকি আন্ধাৰে আৱৰি পেলালে। প্ৰায় এমাহ জুৰি চলি থকা ক্ষীণ বিক্ষোভ আৰু প্ৰতিবাদৰ অন্ত পৰিল। অসমৰ শেহৰ-জন ইন্দ্ৰবংশী স্বৰ্গদেও শ্ৰান্ত, ক্লান্ত, আৰু অস্থিৰ হৈ দিচৈ নগৰৰ ৰাজ-কাৰেঙত মূৰে-কপালে হাত দি বহি পৰিল। যি চেৰেঙা পোহৰ আৰু জোনাকে দীঘলীয়া ছশ বছৰ জুৰি লুইতৰ দুয়ো পাৰ উজলাই ৰাখিছিল সি লাহে লাহে স্তিমিত হৈ চিৰদিনৰ বাবে অস্তমিত হ'ল। বুৰঞ্জীৰ বোৱতী সুঁতিত এটা বলুকা পৰিল, এটা নতুন সুঁতিয়ে পাতনি মেলিলে? ইয়াৰ বাবে দায়ী কোন? ব্যক্তি, সমাজ, নে সময়?

প্ৰশ্ন, অনেক প্ৰশ্ন। দুপৰৰ বেলি কাতি হয়, লহিয়ায়। আবেলি বেলিৰ ৰঙা ৰ'দ স্তিমিত হৈ আহে, অনুজ্জ্বল হৈ আহে। সুদূৰ প্ৰান্তৰত সূৰ্য্য অস্ত যায়। এয়া গতানুগতিক নৈসৰ্গিক ৰীতি। ৰাজনীতিৰ বাট এঁকা-বেঁকা; ওখোৰামোখোৰা; খলা-বমা। বা-মৰলি বতাহত ধূলি-ধূসৰিত সৰাপাতবোৰ পাকঘূৰণি খাই উৰি উৰি নিৰুদ্দেশ হৈ যায়; মোৰো প্ৰশ্নবোৰ। কিহৰ দোষত? কাৰ বাবে? কি কাৰণত? নৈ-নিজৰা, জান-জুৰি গোট খাই সৃষ্টি হোৱা বৰ লুইত যেন অসম ৰাজ্যখন সাত সাগৰ তেৰ নদীৰ সিপাৰৰ বগা বঙালৰ হাতলৈ পাৰ হৈ গ'ল।

* * *

"মৰণৰ লগতে তোমাৰ
জীৱনৰ যৱনিকা
শেষবাৰ নহয় পতন;

প্ৰতি কৰ্ম প্ৰতি চিন্তা
বিশ্ব তৰঙ্গত মিলি
প্ৰকৃতিত তুলিছে স্পন্দন।"

মানুহৰ চিন্তাৰ প্ৰতিফলন কৰ্ম; কৰ্মৰ প্ৰসূতী হ'ল চিন্তা। একো একোটা কামৰ পৰিণতি সুদূৰপ্ৰসাৰী। এনে পৰিণতিয়ে ব্যক্তি আৰু

সমাজৰ গতি সলনি কৰে, স্থিতি শিথিল কৰে, ভৱিষ্যত অন্ধকাৰ বা উজ্জ্বল কৰে ; দেশৰ বুৰঞ্জীৰ সুঁতি নিয়ন্ত্ৰণ কৰে।

O O O

অসীম ত্যাগ আৰু কষ্টস্বীকাৰৰ অন্তত সিংহাসনত বহিছিল গদাধৰসিংহ। ময়ূৰ মজিলাৰ বকৰাই ৰূপালী পাটৰ কাপোৰত সোণালী কাপেৰে লিখি দিছিল শ্ৰীশ্ৰীচুপাতফা গদাধৰসিংহ স্বৰ্গদেও। ক্ষমতালিপ্সু ডা-ডাঙৰীয়া, বা-বিষয়াৰ হাতত থান্‌বান্ হৈ পৰা ৰাজ্যখন নতুনকৈ গঢ় দি সুস্থিৰ কৰি ৰাজ্যগ্ৰাসী মোগলক শেষবাৰলৈ বিদায় দি মানাহৰ সিপাৰ কৰি আগ বঢ়াই থৈ আহিছিল সন্দিকৈৰ নিৰঞ্জন বৰফুকনে। তুংখুঙীয়া বংশ প্ৰতিষ্ঠা কৰি তেওঁ আহোম ৰাজত্বৰ এটি স্বৰ্ণময় যুগৰ বাট কাটি দিছিল। বুঢ়াৰজা গদাধৰে মৃত্যুশয্যাত পুত্ৰ লাই কোঁৱৰক কৈ গৈছিল, 'সৰুক বৰ বিষয় নিদিবি, ৰাজসভাত জোঙা ঢোল বজাই নটিনী ননচুৱাবি। পথালিফোঁটাক বিশ্বাস নকৰিবি।' পথালিফোঁটানো কোন? পৰিণতি বা কি হ'ল?

O O O

পিতৃ গদাধৰসিংহই এৰি থৈ যোৱা সিংহাসনত বহি ৰুদ্ৰসিংহই স্বপ্ন দেখিছিল এখন বিশাল সাম্ৰাজ্যৰ—গঙ্গা নৈ যাৰ অন্তৰ্গত। কছাৰী, জয়ন্তা, দবং, বেলতলা, ৰাণী, ন-দুৱৰীয়া, টপাকুচীয়া, ডিমৰুৱা, গোভা, নেঞী, চহৰী, লুকী, বনগাওঁ, ভোলাগাওঁ, আন কি ডফলা আৰু টাগিন সামৰি সৈন্য গোটালে চাৰিলাখ। কটকী, বৰাগী, খাউন্দ পঠিয়াই দাঁতিকাষৰীয়া ৰাজ্যৰ উপৰিও হিন্দুস্থানৰ অনেক ৰাজ্যৰ সংবাদ আনি যুদ্ধৰ প্ৰস্তুতি চলালে ; সংস্কৃতিৰ বৰ ভঁৰালত মণি-মুকুতাৰ পোহাৰ পাতিলে আৰু পদ্মনাভ ভট্টাচাৰ্য্য মুকলিমূৰীয়া গোঁসাই, এক পথালি-ফোঁটাক বিশ্বাস কৰি কৃষ্ণৰাম টিঙৰামৰা ভট্টাচাৰ্য্য, আন এক পথালি-ফোঁটাক মাতি আনি কোৰে কাটি গ্ৰহণী চপাই ললে। ৰজা তল পৰিল ; গুৰু ওপৰ উঠিল।

O O O

শিৱসিংহ বহি ৰজা, ৰাণী ফুলেশ্বৰী উঠিৰজা-বৰৰজা। ছত্ৰভঙ্গ যোগৰ কৰাল গ্ৰাসত পৰা এক স্ত্ৰৈণ স্বৰ্গদেও। হাতৰ হেংদান পেলাই টিলিঙা লৈ পূজা কৰোঁতে আবেলি বেলিয়ে তামোল গছৰ আগ ছোৱে। গোঁসানীৰ সাক্ষাৎ দৰ্শন পাবলৈ ব্যগ্ৰতা আৰু অসীম ধৈৰ্য্যৰ সীমা হেৰাই যায়। ৰজাৰ হাতত পূজাৰ পাদ্য-অৰ্ঘ্য ; ৰাণীৰ হাতত ৰাজদণ্ড, কি ব্যতিক্ৰম ?

O O O

চীনাতলীয়া নটৰ জীয়ৰী ফুলমতী। মাকৰ নাম সীতা। উঠন বুকু আৰু লাহী কঁকালৰ কঁপনিত দৃঢ়তাৰ পাৰ ভগা. মনে বিচৰা সেইজনী

নাচনী ছোৱালী। ডেকা ৰজাৰ মৰমৰ পৰশ পাই ৰাণী হ'ল; হ'ল ৰৰ-ৰজা। ক্ষমতাত অন্ধ হৈ অকাৰ্য্য কৰিলে। চন্দনচৰ্চিত ললাটত পৰিল কেঁচা তেজৰ চিটিকনি। এয়া যেন দেশত তেজৰ নৈ বৈ যোৱাৰ এক কালান্তক ইঙ্গিত—এক নিৰ্মম ভৱিষ্যত বাণী।

O O O

বকতিয়ালৰ ঘৰৰ কাঁড়ী গেন্ধেলা কীৰ্ত্তিচন্দ্ৰৰূপে বৰবৰুৱা হ'ল। ৰাজনীতি জ্ঞানত চতুৰ, বুদ্ধিত বৃহস্পতি, দক্ষতাত সিদ্ধহস্ত কিন্তু ক্ষমতাৰে অন্ধ। নিজৰ পদমৰ্য্যাদাৰ সামান্য হানি-বিঘিনিও সহ্য কৰিব নোৱাৰি অহমিকা, উচ্চাভিলাষ আৰু ক্ষমতাই কীৰ্ত্তিচন্দ্ৰৰ জীৱনলৈ অকীৰ্ত্তি চপাই আনিলে আৰু আনিলে এচমকা গৌৰকলঙ্ক লহিয়াব খোজা সূৰ্য্যৰ মুখলৈ।

O O O

ৰাঘৱ মৰাণ আৰু নাহৰখোৰা দুয়ো আছিল নেতা। এক ৰাজতন্ত্ৰ উচ্ছেদ কৰি অন্য এক ৰাজতন্ত্ৰ প্ৰতিষ্ঠাৰ প্ৰয়াস কৰিছিল—ৰজা পাতিছিল নাহৰখোৰাৰ পুতেক ৰমাকান্তক। ডেকা অধিকাৰ সপ্তভূজ গাগিনী ডেকাই ধৰ্মৰ গাদীৰপৰাই হাত মেলিছিল সিংহাসনলৈ, জীৱ এটিও বধ নকৰা বৈষ্ণৱে হেলাৰঙে ৰক্তস্নান কৰিছিল। আৰম্ভ হৈছিল আদৰ্শৰ সংঘৰ্ষ, আহোম ৰাজশক্তিৰ কঁকালত প্ৰথমটো মাৰমাৰ পৰিছিল। ভাতুকী আৰু ভাবুলীও ৰাধা-ৰুক্মিণী ৰূপত অৱতীৰ্ণ হৈ ৰৰতোপৰ গুলী হাত-পাতি ধৰিছিল।

O O O

স্বৰ্গদেও ৰুদ্ৰসিংহ বঙ্গ-বিজয়ৰ অভিযানলৈ যাওঁতে কালশিলা বাহৰত জন্ম হৈছিল কালশিলীয়া গোঁহাই। লক্ষ্মীসিংহই লগত লৈ আহিছিল পিতৃহাবোগ। চিৰী-চেহেৰা আছিল তেনেই সাধাৰণ—অৰাজকীয়। বিদ্যা-শিক্ষা কৰিছিল টোলত। পৰ্বতীয়া গোঁসাইৰ উচ্চাভিলাষে তেতিয়া আকাশ লঙ্ঘিছিল। লক্ষ্মীসিংহই মন্ত্ৰ লৈছিল ৰমানন্দ পহুমৰীয়া গোঁসাইৰ পৰা—আৰম্ভ হৈছিল দুই ব্ৰাহ্মণৰ মাজত প্ৰতিদ্বন্দ্বিতা—বলি হৈছিল লক্ষ্মীসিংহ। তিনি মাহ বন্দীশালত কটাই পুনৰ ৰাজপাটত বহিছিল লক্ষ্মীসিংহ। পৰাজয়ৰ গ্লানি, বন্দীত্বৰ অপমান আৰু অৱসাদে উদাস কৰি তুলিছিল ৰজাক—শক্তিহীন, বীৰ্য্যহীন কৰিছিল প্ৰজাক।

O O O

ৰৰজনা মোহনমালা গোঁহাই, পানীফুকনৰ জীয়েক এগৰাকী চমুৱা কুঁৱৰীৰ সন্তান, বয়সত সবাতোকৈ ডাঙৰ। সৰুতে বসন্ত ওলাই গাত দাগ ৰৈছিল। প্ৰমত্তসিংহৰ মৃত্যুৰ পিছত জনচেৰেক ডা-ডাঙৰীয়াই মোহন-

মালাক ৰজা পাতিব খুজিছিল। মহাপ্ৰতাপী কীৰ্ত্তিচন্দ্ৰ বৰবৰুৱাই ৰাজেশ্বৰসিংহক ৰজা পাতিলে। মোহনমালাৰ পুথাৰেক আছিল মোৱামৰীয়া গোঁসাইৰ শিষ্য। লক্ষ্মীসিংহৰ ৰাজত্বকালত মোহনমালাই বিদ্ৰোহত যোগ দিলে। পৰিণতি স্বৰূপে মোৱামৰীয়াৰ সমৰ্থন বাঢ়িল, শক্তিশালী হ'ল। কিন্তু? বিদ্ৰোহত জিকি ৰমাকান্তক ৰজা পাতিলে। মনৰ খিকাৰত মোহনমালাই আত্মহত্যা কৰিলে। ঘৰ-বিভীষণৰ শোকাবহ পৰিণতি ঘটাই নহয়, পাঁচশ বছৰীয়া পুৰণি ৰাজসিংহাসন কলঙ্কিত হ'ল; কেৰোণে ধৰিলে।

o o o

গৌৰীনাথসিংহৰ সমগ্ৰ ৰাজত্বকাল বিদ্ৰোহৰ জুইৰ আওনিৰে ভৰপূৰ। সিদ্ধান্তত খাম-খেয়ালি, সমস্যাত বিমোৰ, আৰ্থিকভাবে দুৰ্বল। মোৱামৰীয়াৰ বিদ্ৰোহ দমন কৰিবলৈ নিমন্ত্ৰণ কৰিলে ইষ্ট ইণ্ডিয়া কোম্পানীক। সুযোগসন্ধানী কেপ্তেইন ৱেলছে তলাতল ঘৰৰ গোপন ভঁৰাল লুটি লৈ গ'ল অজস্ৰ সোণ-ৰূপ, দুহেজাৰ যুদ্ধৰ নাও আৰু চাৰি হেজাৰ হিলৈ। কঁকাল ভাঙি থৈ গ'ল-ৰজাৰ, ৰাজ্যৰ আৰু দেশৰ।

o o o

লেচাই নামৰূপীয়া গোহাঁইদেৱৰ পৰিনাতি কিনাৰাম গোহাঁইদেৱক কমলেশ্বৰসিংহ নাম দি ৰজা পাতিলে। ভগা ৰাজ্য, শূন্য ৰাজভঁৰাল। তাতে ৰজা আছিল ডেকা, লাজকুৰীয়া আৰু মৰমিয়াল। পূৰ্ণানন্দ বুঢ়াগোহাঁইৰ ডোকাৰ আঁৰত পোন্ধৰ বছৰ ৰাজপাট খাই মৃত্যু হ'ল। ৰাতিখোৱা ভকত পানীমুৱাই গেলাতে টেঙা দি আভ্যন্তৰীণ বিদ্ৰোহত জলাকলা কৰিলে।

o o o

চন্দ্ৰকান্ত সিংহ। বাৰ-তেৰ বছৰীয়া চেঙেলীয়া ডেকা। তেতিয়াও লৰালি স্বভাৱৰ নিকৰি গুচা নাই। তাতে সংৰাম আছিল লগৰীয়া হৈ। এপিনে দূৰদৰ্শী পূৰ্ণানন্দ বুঢ়াগোহাঁইৰ অসীম প্ৰচেষ্টা যাতে ভগা ৰাজ্য পাতিব পাৰে; সিপিনে সতৰাম চাৰিঙীয়া ফুকনৰ কু-মন্ত্ৰণা, উচটনি আৰু ষড়যন্ত্ৰ। মন্ত্ৰীৰ পৰামৰ্শ আওহেলা কৰি ভূতৰ পুতেকৰ মন্ত্ৰণা লৈ সৰ্বনাশ সাধিলে ৰাজ্যৰ। ৰজাৰ গাতো ভূত লম্ভিলে।

o o o

পূৰ্ণানন্দ বুঢ়াগোহাঁই ৰাজমন্ত্ৰী। দেশৰ দুৰ্দিনৰ সময়ত কৰ্ত্তব্য-নিষ্ঠা, ৰাজ-ভক্তি, কষ্ট আৰু দৃঢ়তাৰে ৰাজ্য ৰক্ষা কৰি আছিল। সকলো সদগুণৰ ভিতৰতো পূৰ্ণানন্দৰ আছিল স্বাৰ্থপৰতা, ক্ষমতালিপ্সা আৰু অহ-

ৰিকা। ইয়াৰে পৰিণতি স্বৰূপে ক্ষমতাৰ প্ৰতিদ্বন্দিতা তীব্ৰতৰ হৈ উঠিছিল বিয়েয়েক বদন বৰফুকনৰ লগত। এদিন অসময়ে মান আহিল। অশুভ পৰিণতিৰ আশঙ্কাত হাতৰ আঙঠিৰ কালহীৰা চেলেকি বুঢ়াগোহাঁয়ে আত্মহত্যা কৰিলে।

'কালহীৰা চেলেকি
বুঢ়াগোহাঁই নাৰকী
ৰাতিয়েই সৰকি গ'ল।'

o o o

বদনচন্দ্ৰ বৰফুকন। ৰঙাচিলা দুৱৰাৰ ঘৰৰ হৰনাথ ভিতৰুৱাল ফুকনৰ পুতেক। ক্ষমতালিপ্সা, স্বাৰ্থ আৰু পদমৰ্য্যাদাৰ প্ৰতি সদা-সচেতন। জীয়েক পিজৌ গাভৰুক বিয়া দিছিল বুঢ়াগোহাঁইৰ পুতেক ওৰেষানাথলৈ। লগত দিছিল সাতখন চ'ৰাৰ সম্পদ, অয়-অলঙ্কাৰ। হয়গ্ৰীৱ-মাধৱ, কামাখ্যা মন্দিৰৰ অলঙ্কাৰ ভঙাই বদনচন্দ্ৰই সম্পত্তি আহৰণ কৰিছিল। তদুপৰি যোগ দিছিল সংৰামৰ বিদ্ৰোহত। মান আনি শত্ৰুক ৰবঘৰ দেখুৱাই বাট মুকলি কৰিছিল — পৰাধীনতাৰ।

o o o

কুকুৰাচোৱা বৰা ভূতৰ পুতেক সংৰাম। ৰজাৰ বাল্যবন্ধু, সদ্য মন্ত্ৰণাদাতা। মহামান্য ৰাজমন্ত্ৰী পূৰ্ণানন্দৰ সাক্ষাততে—কথাৰ নাচতে সিংহাসনত বহি চাইছিল—ৰাজমন্ত্ৰীৰ বিৰুদ্ধে ৰজাক উচটনি দিছিল। বুদু ওজা, মথন সেনাপতিৰ পুতেক, মনাই, ধনাই, চাৰিঙীয়া হলি, বগাদমৰা, মনসিন্ধু বায়ন, কলাই, দৈচুঙীয়া জগধৰ শৰ্মা চাৰিঙীয়া বৰুৱা হ'ল ষড়যন্ত্ৰৰ লগৰীয়া। কৃষ্ণদাস ভঁৰালী বৰুৱা আৰু চিত্ৰসেন গন্ধীয়া বৰুৱাই ৰাজমন্ত্ৰীক ষড়যন্ত্ৰৰ বুজ দিলে। চ'ৰাত বিচাৰ হ'ল-- দোষী সাব্যস্ত হ'ল সংৰাম। ওলাই পৰিল বদন বৰফুকনৰ সম্পৰ্ক। সংৰাম আছিল এই ষড়যন্ত্ৰৰ যান্ত্ৰিক।

o o o

পদ্মাৱতী, বেঙেনাআটীয়া ভকতৰ ছোৱালী। কুন্দত কটা গঢ়, জুই বৰষা ৰূপ, খোজত উৰ্বশীৰ লাস্য, মাতত বীণৰ মাধুৰ্য্য। প্ৰথম দৰ্শনতে মোহ গ'ল ৰজা, চন্দ্ৰকান্ত। নাচনী কৰি আনি কাৰেঙত লিগিৰী পাতিলে। লিগিৰীৰ হাতৰ পৰশত ৰজাৰ মোহ উপজিল। ৰাজমন্ত্ৰী বুঢ়াগোহাঁই আৰু ডা-ডাঙৰীয়াক অমান্য কৰি চন্দ্ৰকান্তসিংহই লিগিৰীক পৰ্বতীয়া কুঁৱৰী পাতিলে। সামান্য ভকতৰ নাচনী ছোৱালী বুলি পূৰ্ণানন্দই সেৱা নকৰিলে। ক্ষুণ্ণ হ'ল পৰ্বতীয়া কুঁৱৰী। মোহগ্ৰস্ত ৰজা আৰু সংৰামক প্ৰৰোচিত কৰিলে—পৰিণাম ষড়যন্ত্ৰ, অনৈক্য, বিভেদ আৰু অবিশ্বাস।

পিজৌ আইদেউ। বদন বৰফুকনৰ একমাত্ৰ জীয়ৰী। সাতখন চৰাৰ সমলেৰে সালংকৃতাকৈ বিয়া দিছিল পূৰ্ণানন্দৰ মাজু পুতেকলৈ। বিয়াৰ পিছতে আৰম্ভ হৈছিল মতান্তৰ—তাৰ পিছত মনান্তৰ। বদন বৰফুকনক ধৰিবলৈ গৈছিল মহেশ্বৰ পৰ্বতীয়া ফুকন। লগৰ মানুহৰ হাততে চিঠি দি পঠাইছিল পিজৌ আইদেৱে। সেই চিঠি পাই বৰফুকন পলাই গ'ল - দেশৰ বুৰঞ্জীৰ সুঁতি সলনিৰ বাট মুকলি হ'ল।

o o o

ৰঙিলী কুঁৱৰী। দুৱৰাৰ ঘৰৰ ববম বৰুৱাৰ পেহীয়েক। বিয়া দিছিল চিংফৌ গাম বিছানজলৈ। চিংফৌ গামে উপহাৰ দিছিল মান ৰজাক। কেতেকীগজীয়া ৰঙিলীক ৰজাই বৰকুঁৱৰী পাতিছিল। ব্ৰহ্মদেশত গৈ বদন বৰফুকনে লগ পাইছিল ৰঙিলীক—আচম্বিতে, অপ্ৰত্যাশিতভাবে। ৰঙিলীৰ অনুকম্পা জাগিছিল সমন্ধীয়া ককায়েক বৰফুকনলৈ। ৰজাৰ ওচৰত প্ৰাৰ্থনা জনাইছিল সৈন্যৰ বাবে। বৰঘৰত ফেঁটিগোম মেলি সৰ্ব-নাশ সাধনত ইন্ধন যোগাইছিল ৰঙিলী কুঁৱৰীয়ে।

o o o

মান আহিল। লগতে আহিল বদন বৰফুকন। মন্ত্ৰী ফুকন হৈ লিপ্ত হ'ল অবাঞ্চনীয় কাৰ্য্য-কলাপত। নুমলী ৰাজমাৱে ধনী বৰবৰুৱাৰ লগ হৈ ৰূপসিং চিপাদাৰৰ হতুৱাই বদন বৰফুকনক হত্যা কৰালে। দ্বিতীয় বাৰ মান আহিল। এবাৰ গবকি থৈ যোৱা অসমক দ্বিতীয় বাৰ ফেনেকি থৈ গ'ল। পতাল বৰবৰুৱাই জয়পুৰত এটা গড় মৰাইছিল। তেওঁৰ হজুৰা-বনুৱাৰ মাজত আছিল মান সৈন্য। সিহঁতে বৰবৰুৱাক হত্যা কৰিলে। তৃতীয়বাৰ মান আহিল। গাৰ নোম শিঁয়ৰা অকথনীয় অত্যাচাৰত ঘৰ-দুৱাৰ এৰি মানুহ হাবিত সোমাল। ধৰ্মদত্ত ব্ৰহ্মচাৰীয়ে মানসৈন্য আৰু ইংৰাজৰ মধ্যস্থতা কৰি সন্ধি কৰালে। ইয়াণ্ডাবুত সন্ধি হ'ল।

o o o

ইংৰাজ আহিল। মানৰ অত্যাচাৰ অন্তৰ্হিত হ'ল। প্ৰজাই স্বস্তিৰ নিশ্বাস পেলালে। ইংৰাজক স্বাগতম জনালে এচাম ডা-ডাঙৰীয়াই। ইং-ৰাজে পুৰণি ৰাজকীয় ৰীতি-নীতি সলাই নতুন নিয়ম প্ৰচলন কৰিলে। সহায় কৰিলে—ৰামদত্ত দোলাকাষৰীয়া বৰুৱা, মণিৰাম বৰভাণ্ডাৰ বৰুৱা, কাশীনাথ তামুলী ফুকন, মাধৰাম বৰগোঁহাই, জনাৰ্দন বৰবৰুৱা, যজ্ঞোদৰ বৰফুকন, লঠৌ খাৰঘৰীয়া ফুকন আৰু বহুতে। বিদ্ৰোহী হৈ উঠিল গদাধৰ কোঁৱৰ আৰু পিয়লি ফুকন। শক্তিৰ সীমাবদ্ধতা বুজিও দৃঢ়তা আৰু সাহ-

সেৰে বিদ্ৰোহৰ আয়োজন কৰিছিল। এই আয়োজনৰ গোপন বাতৰি দিছিল আচন্দা গোহাঁইৰ বাপেক-পুতেকে আৰু খামতি ৰজাই। পৰিণতি হ'ল—পিয়লি-জীউৰামৰ ফাঁচী; বাকীবোৰৰ পোতাশালত কাৰাবাস।

০ ০ ০

মানৰ দিনত ৰজা হৈছিল ব্ৰজনাথ চাৰিং ৰজাৰ পুত্ৰ পুৰন্দৰসিংহ। এবছৰ ৰাজপাটত থাকিয়েই পুৰন্দৰসিংহ সিংহাসনচ্যুত হ'ল। তেওঁ ভাটীলৈ ভটীয়াই গ'ল। ইংৰাজৰ কৰতলীয়া হৈ থাকিবলৈ আবেদন জনালে, সেইবাৰ আবেদন নামঞ্জুৰ হ'ল। ডেভিদ স্কটৰ পৰামৰ্শ অনুসৰি ১৮৩৩ চনৰ বহাগৰ বিহুৰ দিনা পুৰন্দৰসিংহই ৫০,০০০ টকা লালবন্দী দিবলৈ গাত লৈ কৰতলীয়া ৰজা হ'ল। ভগা ৰাজ্য, কৰ-কাটল দিবলৈ মানুহৰ শক্তি নাই। তথাপি ১,৫০,০০০ টকা লালবন্দী লৈ মণিৰাম কলিকতালৈ গ'ল। লগত গ'ল কাশীনাথ আৰু লঠৌ ফুকন। ৰহস্যজনক ভাবে সেই টকা ইংৰাজৰ হিচাপত জমা নহ'ল। ৰাজ্য গ'ল। ছশ বছৰীয়া ৰঙাবেলি চিৰদিনলৈ মাৰ গ'ল।

এবাৰ উলটি চাওঁ আহক, দায়ী কোন, ব্যক্তি, সমাজ নে সময়?

# ৰুদ্ৰসিংহ স্বৰ্গদেও

১৭১৪ চন। ভাদমাহ। বেছ গৰম পৰিছে। হঠাতে এচাটি জুৰ বতাহ বৈ আহে বৰ লুইতৰ বুকুৰপৰা। পাৰ-ওপচা পানী লৈ তেতিয়াও নিছিগা ধাৰে বৈ আছে বৰ নদী। অদূৰত কানাই বৰশীবোৱা শিলৰ বুকুত খুন্দা খাই লুইতৰ পানীৰ মৃদু খলকনি উঠিছে। বাহিৰত জুই-বৰষা গৰম। শিবিৰৰ ভিতৰত সোণ-খটোৱা পালেঙত ছটফটাই পৰি আছে স্বৰ্গদেও ৰুদ্ৰসিংহ। চিকাৰ ধৰিবলৈ ক্ষিপ্ৰতাৰে উদ্যত হৈ উঠা এক শক্তিশালী, ব্যগ্ৰ সিংহ যেন কালৰ-নিয়তিৰ নিষ্ঠুৰ নিৰ্দেশত শ্ৰান্ত, ক্লান্ত হৈ শুই পৰিছে। অৱসন্ন মন, অৱশ দেহ, অৱশিষ্ট মাত্ৰ কেইটিমান দিন।

বঙ্গ-বিজয়ৰ বিপুল বাসনা বুকুত বান্ধি আগ বাঢ়ি যোৱা স্বৰ্গদেৱৰ চকুৰপৰা তেতিয়াও আশাৰ দীপশিখা নিৰ্বাপিত হোৱা নাই। আশা যাৰ নাম মৃত-সঞ্জীৱনী; যি মৃত্যুকো জয় কৰিব খোজে। যেতিয়াই বিজুলীৰ দৰে চাঁত কৰে আশা উজলি উঠে, তেতিয়াই চঞ্চল হৈ উঠে স্বৰ্গদেও, ক্ষণিক উত্তেজনাই স্পৰ্শ কৰি যায়। ৰুগ্ন, ৰুক্ষ মুখমণ্ডল; ৰূঢ় দৃষ্টি। অসংখ্য চিন্তা, অনন্য কল্পনাই মনৰ মাজত উজনি-ভাটি কৰিছে। অফুৰন্ত শক্তিৰ উৎস ৰুদ্ৰসিংহ স্বৰ্গদেও আজি ৰোগ-শয্যাত। বেজ-কবিৰাজে অপৰিসীম চেষ্টাৰ বিনিময়তো শেষ-নিশ্বাসৰ শেষ মুহূৰ্ত্তলৈ ক্ষণ গণি আছে।

পালেঙত শুই স্বৰ্গদেৱে চাই আছে ঘৰৰ চালৰ পিনে। দৃষ্টি কোনো এক অনিৰ্দিষ্ট বিন্দুত নিবদ্ধ। নিশ্চল, নীৰৱ, নিচেষ্ট হৈ স্বৰ্গদেৱে অতি সংগোপনে অতীত ৰোমন্থন কৰিছে। অনেক ঘটনাই ভুমুকি মাৰি গৈছে। কোনোটো স্পষ্ট, মনত সাঁচ বহা; কোনোটো অস্পষ্ট—ধুঁৱলী-কুঁৱলী; ছুঁয়া-ময়া।

চলাজনা স্বৰ্গদেও গদাধৰসিংহৰ পূৰঠ ৰূপটো আজি মনলৈ আহিছে। মূৰত ধলপাটৰ ফচো মাৰি, গাত গুণাকটা পাটৰ চেলেং লৈ সিংহাসন শুৱাই বহি থকা সেই ৰূপটো। মনত পৰিল মৃত্যু-শয্যাৰ শেষ দৃশ্যটোলৈ। দিখৌ নৈৰ আগাৰিৰ বৰশিলত বহি স্বৰ্গদেৱে পহু-চিকাৰৰ আনন্দ উপভোগ কৰিছিল। হঠাতে গা-জঁকি জ্বৰ উঠিল। তদুপৰি ডিঙিত এটা

শীৰ ওলাল। মাহেকৰ অধিক মৃত্যুৰে সৈতে যুঁজ কৰি পৰাজয় স্বীকাৰ কৰিলে। ৰাজধানীত কান্দোনৰ উমি উঠিল।

আগত কুৰি জোৰা গায়ন-বায়ন। বৰকলা নগৰৰপৰা শৱ লৈ লুখুৰাখনহঁত চৰাইদেওলৈ বুলি আগ বাঢ়িল। এজেৰা পথাৰেদি যুৰি খোদৰ আলি পাৰ হৈ শ-খোৱা পুখুৰীৰ পাৰতে যথাৰীতিৰে শৱ-ধাৰ থৈ মাহ-হালধিৰে গা-ধুৱালে। ৰাজকীয় সাজ-পাৰ পিন্ধাই চলাজনা স্বৰ্গদেৱৰ শৱ-দেহ উৰি-য়াম কাঠৰ তক্তাপাটেৰে সজা ৰুং-ডামত (ৰুং-ডাজ) ভৰাই ওপৰৰ পাট কেইচলা লগাই শলখা মাৰি বন্ধ কৰি দিলে। ওপৰত চিংকৰা ফুল, তুলসী পাত চটিয়াই দিয়া হ'ল। ৰাইজে সেৱা কৰিলে। দেওধাই-বাইলুঙে আশী-ৰ্বাদ দিলে–"অতদিনে পাম-মৰত আছিলা, আজি হস্তে গৈছা নিজঘৰে। ভাত-কাপোৰ নাই বুলি, হেঁচুকি মৰা নাই, কোনো বলৱন্তই বল কৰিছে। ভাগী হৈ গৈছা যদি উপৰি পুৰুষৰ লগ লব লাগে। মনিষ-ভোগলৈ আশা এৰি দেৱ-ভোগলৈ আশা কৰিব লাগে। মৰাই মৰাৰ সঙ্গ লৈ জীয়ালৈ আশা-ভাৰসা এৰি পেলাব লাগে। স্বৰ্গদেওৰূপে, ইন্দ্ৰবংশৰ সন্তানৰূপে সিংহাসনৰ ভাগী আছিলা, তাক পালোঁতে-পাচোঁতে অনেক দোষাদোষ হ'ব পাৰে, সৰ্বদোষকো মৰিষণ কৰি মৃতকৰ সদগতি কৰি জীৱক উদ্ধাৰ কৰিব লাগে।" আগে আগে গায়ন-বায়ন। পিছে পিছে কান্ধত ৰুং-ডাম লৈ লুখুৰাখনৰ দল। তাৰ পিছত কোঁৱৰ, ডা-ডাঙৰীয়া, বা-বিষয়া, ফা-ফুকন আৰু শোকাকুল প্ৰজাবৰ্গ। মৌনমুখৰ সেই পৰিবেশ। চৰাইদেও দেওশালৰ পূব পিনে স্বৰ্গদেওসকলৰ মৈদামৰ কাষত নতুনকৈ সজা কাৰেং-ৰুং-ডাম অভিমুখে শৱযাত্ৰীসকল আগ বাঢ়িল। ইটাৰে পকী এই কাৰেং-ৰুং-ডাম। দীঘে ২৩ হাত, বহলে ১২ হাত, ওখই ১২ হাত। বাৰ ডাঠ পাচ হাত। সেন্দূৰী ইটাৰে সজা কাৰেং-ৰুং-ডাম জিলিকি আছে। চকু-পানী টুকি টুকি ৰুং-ডাম কান্ধত লৈ লুখুৰাখনহঁত কাৰেং-ৰুং-ডামলৈ সোমাই গ'ল। বাহিৰত মৌন সমদল ; গায়ন-বায়ন। সোণৰ বনকৰা পালেঙত পূবলৈ মূৰ কৰি স্বৰ্গদেৱৰ শৱ-দেহ শুৱাই দিলে। এজন লুখুৰাখনে গাৰ কাপোৰ-কানিবোৰ ভালকৈ সজাই দিলে। স্বৰ্গদেৱ গদাধৰসিংহ চিৰ-নিদ্ৰিত হৈ ৰ'ল। জীৱনজোৰা সংগ্ৰাম, সংঘাত আৰু সংঘৰ্ষৰ ওৰ পৰিল। শেষ হ'ল এখন নাটকৰ।

স্বৰ্গদেৱে জীৱিত অৱস্থাত ব্যৱহাৰ কৰা বয়-বস্তুবোৰ, ধন-সোণ, মণি-মুকুতাৰ পেৰা ঠায়ে ঠায়ে সজাই থৈছে সৰু লিগিৰাই। শিতানৰ কাষত শৰাই। শৰাইৰ ওপৰত মণি-মুকুতা, মুঠিৰে সোণ-খটোৱা খাপৰ তৰোৱাল। তামোলৰ বটা, পিকদান, ভোগজৰা, তাওবান, তাওকিন,

মাইহাং, বৰপেৰা। সকলো যথাস্থানত থৈ লুখুৰাখনইঁতে পিছু হুঁহকি ওলাই আহিল। খনিকৰ বাটেৰে কাৰেং-ঘৰ-ডামৰ দুৱাৰ বন্ধ কৰি ইটা গাঁথিবলৈ ধৰিলে। শৰ গোৰ কৰি উলটি আহোঁতে ৰাজনি-বেলিৰ ৰাঙলী পোহৰে আকাশত সোণগুৰি সিঁচিছিল।

স্বৰ্গদেও ৰুদ্ৰসিংহ হঠাতে উচাপ খাই উঠিছিল। মৃত্যুমুখী পিতৃ স্বৰ্গদেৱে পুত্ৰক শেষ-বাণী দিছিল, "সকলক বৰ বিষয় নিদিবি; ৰাজসভাত নটিনী ননচুৱাবি; পথালিফোঁটাক বিশ্বাস নকৰিবি।" গদাধৰসিংহ তান্ত্ৰিক দীক্ষাৰ ঘোৰ বিৰোধী আছিল। চলচলীয়া চকুৰে অথচ অতি দৃঢ়তাৰে এই কথা কেইষাৰ কৈছিল স্বৰ্গদেও গদাধৰসিংহই। আজি হঠাতে এই কথা কেইষাৰে ৰুদ্ৰসিংহ স্বৰ্গদেৱৰ বুকুত খুন্দিযাই আছে।

পথালিফোঁটাক বিশ্বাস নকৰিবি। পথালিফোঁটাক বিশ্বাস নকৰিবি ---------। তান্ত্ৰিক ব্ৰাহ্মণ কৃষ্ণৰাম ভট্টাচাৰ্য্যৰ উপস্থিতিৰ দিন ধৰি ৰাজ্যত এটা এটাকৈ অঘটন ঘটি আছে। আঠৈ কুৰি বছৰৰ ডেউনা নগৰকা এজন সুস্থ, সবল ৰাজপুৰুষ হঠাতে হৈ পৰিল ৰুগ্ন, ক্লান্ত, অৱশ। ই কি মৃতকৰ অপৰাধ? ই কি কৃতকৰ্মৰ আচৰিত ফল ভোগ। সৃষ্টিৰ মহিমা অসীম।

আহোমে ভাবে মৃতকসকল অশৰীৰীৰূপে কোনো এক ৰহস্যময় জগতত সদাজাগ্ৰত হৈ থাকে। মহামৃতক সন্তুষ্ট হৈ থাকিলে কোনো বিপদ-বিঘিনি নঘটে, মৃতকে ৰক্ষা কৰি থাকে। সেয়েহে আহোমে বছৰি 'মে-ডাম-মে-ফি' পাতি মৃতকসকলৰ আশীৰ্বাদ কামনা কৰে। পিতৃধৰ্ম পৰি-ত্যাগ কৰি, প্ৰাচীন ৰীতি-নীতি আওহেলা কৰি, চলাজনা স্বৰ্গদেৱৰ অন্তিম-বাণী অমান্য কৰি পথালি-ফোটাৰ শিষ্যত্ব লবলৈ যো-জা কৰোঁতেই এই অঘটন ঘটিল। গদাধৰসিংহ আছিল পূৰণি ধৰ্মৰ অনুগামী। পৰু-গাহৰি মাৰি চিৰিং ফুকনৰ হতুৱাই পূজা কৰাইছিল। ৰাজধানীত দুৰ্গা পূজা পাতিবলৈ অনুমতি দি নিজে নগৰৰপৰা আঁতৰি আছিল। তেওঁ লাং-কুৰি দেৱতাক বিশ্বাস কৰিছিল। লাং-কুৰি শিৱভিন্ন আন কোনো নহয়। গদাধৰসিংহ নিজে গোসাঁনী ভক্ত নাছিল। অথচ পুত্ৰ ৰুদ্ৰসিংহক পূজাৰ মণ্ডপত উপস্থিত থাকিবলৈ অনুমতি দিছিল। যুৱৰাজ ৰুদ্ৰসিংহই পূজাৰ যাৱতীয় আয়োজন কৰিছিল। তাকে কৰোঁতে তান্ত্ৰিক পূজাৰীৰ লগত ঘনিষ্ঠতা বৃদ্ধি পাইছিল—হিন্দু ধৰ্মৰ প্ৰতি আসক্তি বাঢ়িছিল। কঠিন সংগ্ৰাম আৰু সংঘাত অতিক্ৰম কৰি সুপ্ৰতিষ্ঠ হোৱা গদাধৰসিংহই লাই কোঁৱৰৰ এই আসক্তি পেটে-সমৰ্থিতে ভাল নেপাইছিল। অনেক দিন সতৰ্ক কৰি

দিবলৈ আগ বাঢ়ি আহি বৈ গৈছিল—জানোচা চফল ডেকা ৰাজকোঁৱৰৰ ক্ষুণ্ণ হয়, অসন্তুষ্ট হয়। কিন্তু, চিৰদিনৰ বাবে কণ্ঠ-ৰোধ হৈ যোৱাৰ আগ-মুহূর্ত্তত তেওঁ ৰ'ব নোৱাৰিলে ; দৃঢ়তাৰে ক'লে 'পথালি-ফোঁটাক বিশ্বাস নকৰিবি।' এই সতর্ক-বাণী অমান্য কৰিলে ৰুদ্ৰসিংহ স্বৰ্গদেৱে। আজি ঘনে ঘনে এই কথাষাৰে তেওঁক খুন্দিয়াই আছে। অথচ তেওঁ অনুতপ্ত নহয়, হতাশ হোৱা নাই। সেয়ে হলেও একোবাৰ মনলৈ আহিছে, মৃতকৰ দোষ লাগিছেনেকি ? ধলাৰ পুতেক মদন আৰু নিতলৰ পুতেক ফোঁটাল আৰু চমাইৰ পুতেক ৰঙা এই তিনি দেওধায়ে ৰজাক পাকে-প্ৰকাৰে বুজাইছিল, অচিন কাঠৰ ঠোৰা ল'ব নেলাগে। স্বৰ্গদেও ৰুদ্ৰসিংহ আছিল স্বাধীনচেতা, সচেতন আৰু শক্তিশালী। প্ৰাচীন পৰম্পৰাপুষ্ট দেওধাই-বাইলুঙৰ সংস্কাৰধৰ্মী কথাবোৰ তেওঁ মানিবলৈ আমনি পাইছিল। তদুপৰি হিন্দুধৰ্মৰ আদৰ্শই ৰুদ্ৰসিংহক আকৰ্ষণ কৰিছিল। এই আকৰ্ষণ আছিল গভীৰ, অনন্য। এদিন আউনীআটি সত্ৰত শৰণ লৈছিল ; বৈষ্ণৱ হৈছিল। কিন্তু এদিন শাক্ত মন্ত্ৰত দীক্ষিত হবলৈ ইচ্ছা প্ৰকাশ কৰিলে। ইয়াৰো মূলতে আছিল—আন এজন পথালিফোঁটা সাধক।

চাউডাং বৰুৱাই স্বৰ্গদেৱৰ অনুমতি লৈ এজন ব্ৰাহ্মণক শিবিৰলৈ লৈ আহিল। দীঘল চুলি, ডিঙিত ৰুদ্ৰাক্ষৰ মালা, কপালত উজ্জ্বল ৰেখা। তীক্ষ্ণ দৃষ্টি, ফট্‌ফটীয়া চকু। নাম তেওঁৰ পদ্মনাভ ভট্টাচাৰ্য্য। স্বৰ্গদেৱক দেখা কৰিবলৈ আহোঁতেও মুখত পাগুৰি মৰা নাছিল গুণে মানুহে মুকলি-মুখীয়া গোঁসাই বোলে। পদ্মনাভে নদীয়া শান্তিপুৰত সংস্কৃত পঢ়ি বিদগ্ধ পণ্ডিত হৈ উলটি আহিছিল। তেওঁ আছিল এজন তান্ত্ৰিক সাধক। সাধ-নাৰ বলত ভূত-ভৱিষ্যত ক'ব পাৰিছিল।

প্ৰতাপসিংহ স্বৰ্গদেৱৰ দিনত কনৌজৰপৰা অহা দশৰথ নামৰ এজন ব্ৰাহ্মণ পণ্ডিতক চুঙাপাৰত মাটি ভেটি দি থাপিছিল। দশৰথৰ পুতেক মনোহৰ। মনোহৰৰ পুতেক পদ্মনাভ। পদ্মনাভ তীক্ষ্ণ বুদ্ধিৰ শাস্ত্ৰজ্ঞ লোক আছিল। ৰুদ্ৰসিংহই তেওঁৰপৰা পঞ্চাক্ষৰী শিৱমন্ত্ৰ গ্ৰহণ কৰি গুৰুৰ সন্মান যাচিছিল। ৰজাই মাজুলীৰ সাঁকোপৰা গাৱঁত ঘৰ-বাৰী সজাই মাটি-বৃত্তি দান কৰিলে। এইজন পদ্মনাভ ভট্টাচাৰ্য্যৰ লগত স্বৰ্গদেৱৰ সম্পৰ্ক আছিল অতি ঘনিষ্ঠ আৰু তেওঁৰ ওপৰত প্ৰভাৱ আছিল অপৰিসীম।

এদিন ৰুদ্ৰসিংহই পদ্মনাভক তান্ত্ৰিক মতে দীক্ষা দিবলৈ অনুৰোধ কৰিলে। সমিনিয়াম পদ্মনাভে চেলু চাই ৰাগৰ সলাই ক'লে, 'স্বৰ্গদেৱ ইন্দ্ৰবংশী, এই দেশৰ সামান্য ব্ৰাহ্মণৰপৰা মন্ত্ৰ ললে নুশুৱায়। নদীয়াৰ শিমলা গাৱঁত কৃষ্ণৰাম ন্যায়বাগীশ নামেৰে এজন অতি সিদ্ধ পুৰুষ আছে,

তেওঁলৈ মই পত্ৰ দিওঁ, স্বৰ্গদেৱে কটকী পঠাওক। ৰজা সন্মত হ'ল। পদ্মনাভ ৰক্ষা পৰিল। তুষ্ট ৰজা বা কোন মুহূৰ্ত্তত ৰুষ্ট হয়? পদ্মনাভে গুৰু হবলৈ সাহস নকৰিলে। কৃষ্ণৰাম ভট্টাচাৰ্য্যক আদৰিবলৈ বুলি ভটীয়াই গৈ পদ্মনাভো গুৱাহাটীতে আছিল। এই দুই পথালিকোঁটা ভট্টাচাৰ্য্য অসমৰ আকাশৰ দুটি কালগ্ৰস্ত ৰাহু-কেতু।

স্বৰ্গদেও ভটীয়াই গৈছিল গঙ্গা নৈ ভিতৰ কৰি ৰাজ্য বহলাবলৈ। গঙ্গাত তীৰ্থ কৰিবলৈ যাওঁতে অসমৰ যাত্ৰীক লুট-পাট কৰে। তদুপৰি কৰতোয়া গঙ্গা সীমা কৰি দিহিঙীয়া স্বৰ্গদেৱে ৰাজ্য পাতি থৈ গৈছে। বৰমেল পাতি স্বৰ্গদেৱে সুধিলে, "ঢাকা সীমা কৰি ৰাজ্য বহলাব খোজোঁ. তোমালোকে কি বোলা ?

কেন্দুগুৰীয়া বৰপাত্ৰ গোহাঁয়ে বোলে, 'স্বৰ্গদেৱে উত্তমহে কৈছে। কৰতোয়া গঙ্গা সীমা কৰি আমাৰহে ৰাজ্য। মন-কাণ নিদিয়াৰ বাবেহে শত্ৰুৱে লৈছে। ৰজা হলে শত্ৰুক ধ্বংস কৰি নিজৰ ৰাজ্য উদ্ধাৰ কৰি লোৱাহে উচিত। আহিলা-পাতি বহুত হৈছে। স্বৰ্গদেৱে আদেশ কৰিলে, ৰাজ্য উদ্ধাৰ কৰিব পৰা যাব।

বজাৰ আগত কথা কোৱাৰ ঠাচঁ সুকীয়া। অভিজ্ঞতা পূৰ্ণ কুঁৰৈ-গঞা বুঢ়াগোহাঁয়ে গুৰু-গম্ভীৰ স্বৰেৰে ক'লে, 'বৰপাত্ৰগোহাঁই ডাঙৰীয়াই উত্তম বুলিছে ; স্বৰ্গদেৱেও উত্তম সুধিছে। পুলিন স্বৰ্গদেৱে নিজ বাহু-বলেৰে ৰঙামাটি অতিক্ৰম কৰি কৰতোয়া-গঙ্গাত খাওা পথালি দ'ল-পুখুৰী কৰি থৈ গৈছে। তেতিয়া আহুকাল পাই মানাহ সীমা কৰি গুৱাহাটীত থানা পাতি থৈছিল। আহিলা-পাতি অনেক আছে, সঁচা। জয়ধ্বজসিংহ স্বৰ্গদেৱৰ দিনত এনে খাওা-খাৰু, হিলৈ-বৰতোপ, আহিলা-পাতি বহুতো আছিল, তথাপি নাম হ'ল ভগনীয়া ৰজা। আহিলা-পাতি, অস্ত্ৰ-শস্ত্ৰ সকলো জড়, স্বৰ্গদেৱৰ বন্দী বেটাহে চেতন। তাকো চলালেহে চলে। গতিকে সৈন্যৰো বলা-বল বুজিব লাগে, শত্ৰুৰো বলা-বল বুজিব লাগে। জয়-পৰাজয় দুয়োটা আছে, গতিকে বিশেষৰূপে পৰীক্ষা-নিৰীক্ষা কৰিহে আগ বাঢ়িব লাগে।"

স্বৰ্গদেও ৰুদ্ৰসিংহ ইতিমধ্যে মানসিক ভাবে প্ৰস্তুত। তেওঁ ৰীতি অনুসৰি বৰমেল পাতি অনুমোদন লব খুজিছে। বৰমেললৈ সকলো সৰু-বৰ বিষয়াক নিমন্ত্ৰণ জনোৱা হয় আৰু সকলোৰে নিজা অভিমত দিয়াৰ অধিকাৰ আছে। বৰমেলৰ সন্মতি অবিহনে ৰজাই যুদ্ধযাত্ৰা কিম্বা সন্ধি-বিগ্ৰহ কৰিব নোৱাৰে। স্বৰ্গদেৱে ভাবিছিল তেওঁৰ হাবিয়াস আৰু নেতৃত্বক

যোগ্যতা দেখি বৰবেলে এষবীয়াকৈ সম্মতি দিব। বুঢ়াগোহাঞিৰ দোৱা-চলীয়া কথা শুনি স্বৰ্গদেও ক্ষুণ্ণ হৈ উঠিল। চকুৰে মুখে খঙৰ ফিৰিঙতি উফৰি পৰিল। সকলোৱে বুজিলে, স্বৰ্গদেও ৰুষ্ট; অসন্তুষ্ট। স্বৰ্গদেও ৰুদ্ৰ-সিংহই ৰুদ্ৰমূৰ্ত্তি ধৰাৰ আগতেই ফুকন-বৰুৱা সদৌৱে সমস্বৰে ক'লে, "স্বৰ্গদেও, আজ্ঞা কৰক। ঢাকা সীমা কৰি আমি ৰাজ্য দখল কৰিম।'

স্বৰ্গদেৱৰ ইচ্ছা পূৰণ হ'ল। দেশ-জয়ৰ বিপুল বাসনা বাস্তৱলৈ ৰূপায়িত হ'ব। ওঁঠৰ পাহিত বিৰিঙি উঠিল—এটি উজ্বল স্মিত হাঁহি।

ৰুদ্ৰসিংহ স্বৰ্গদেও ভাৰতীয় ৰাজনীতি-শাস্ত্ৰৰ সাম-দান-দণ্ড-ভেদ নীতিত নিপুণ আছিল। তেওঁৰ বাহুত আছিল অসীম বল, বুকুত আছিল অদম্য সাহস আৰু চকুত আছিল অপৰিসীম দূৰদৃষ্টি। চাৰিওপিনে কটকী, বৰাগী, খাউন্দ পঠিয়াই মিত্ৰতাৰ বান্ধোন কটকটীয়া কৰিবলৈ দিহা কৰিলে। দিল্লী আৰু অম্বৰলৈ গ'ল বছাপতীয়া বৰাগী আৰু হৰি কটকী; উপহাৰ নিলে হাতীদাতৰ পাটী, হাতীদাঁতৰ বিচনি, হাতীদাঁতৰ দবাখেলৰ গুটি আৰু অনেক বহুমূলীয়া উপহাৰ।

ত্ৰিপুৰালৈ গ'ল ভকতধুলি আৰু মাধৱ দাস।
বিহাৰলৈ গ'ল মাগুৰ আৰু অৰ্জুন দাস।
বৰ্দ্ধমানলৈ পঠিয়ালে কৃষ্ণৰাম আৰু হৰিৰাম বৈৰাগীক।
ৰংপুৰলৈ ওলাল মহাদশ আৰু বিষ্ণুদাস।
পূৰ্ণিয়ালৈ হৰিচৰণ আৰু ৰামদাস বৈৰাগী গ'ল।

চিঠিত লিখিলে, 'কৰতোযাৰ এইপাৰলৈকে আমাৰ ৰাজ্য। আমি তাক উদ্ধাৰ কৰি লব খোজোঁ। আমাক শত্ৰু হেন নুবুজিব। আমি মিত্ৰ-ভাবে থাকিলে সকলো সফল হ'ব। আপোনাৰ দেশ, আপোনাৰ ৰাজ্য, আপোনাৰ ৰজা, আপোনাৰ কৰ-কাটল; সকলো আপোনাৰ। মোৰ মাথোন যশ বাঢ়িব লাগে। যাতে শান্তি ৰক্ষা হয, তাকে কৰিব। ভয় নকৰিব। তত্তালিকে মিত্ৰভাবে উত্তৰ পঠিয়াব।'

কটকী-বৰাগীসকলক সাজ-কাপোৰ, কেৰু-মণি, পাগ-জামা উপহাৰ দি টানকৈ আদেশ দিলে, কৰ্ত্তব্যৰ আওহেলা মানেই কঠিন শাস্তি, আপোন দায়িত্ব নিষ্ঠাৰে পালন কৰিবা।।

উজনি ৰাজ্যৰপৰা সৈন্য ওলাল তিনি লাখ যাঠি হেজাৰ। তাৰ উপৰিও কছাৰী ১৪,০০০, জয়ন্তীয়া ১০,০০০, ডফলা ৪০০, টাগিন ২০০। লগত যোৱা চাউল-সমলীয়া, কাকতী-কটকী, দলৈ-সভাপণ্ডিত বৰাগী-খাওন্দ বাদ দি কাজুৱা সৈন্য ২,৬০,০০০। তাৰো ভিতৰত বছা

বছা সৈন্য ললে ৩৬,০০০। ভাদমহীয়া ভৰা ব্ৰহ্মপুত্ৰৰ বুকুৰেদি হেজাৰ বিজাৰ নাও লৈ ভটীয়াই আহিল সৈন্যবাহিনী। সেনাপতি স্বয়ং স্বৰ্গদেও। মিছাৰ বাহৰত শিবিৰ পাতি বৰবৰুৱাক কছাৰী-জয়ন্তালৈ পঠিওৱা শান্তি-সমৃদ্ধিৰ পৰিবেশ সৃষ্টিৰ স্মৃতি এতিয়াও সজীৱ হৈ আছে। বিশ্বনাথৰ দৰবাৰত কছাৰী-জয়ন্তাৰ ৰজাই হাতত কুশ-তিল লৈ কৈছিল, 'নাও তল যাব, শিল উপঙিব, কোৱা বগা হ'ব, বগ ক'লা হ'ব, পূবৰ সূৰুয পশ্চিমে উদয় হব, লুইতে উজাই গতি কৰিব, তেবে কি আমাৰ কবুল এৰিম?' জয়ন্তাৰ ৰজাই পুনৰ ক'লে, 'গড়গাওঁ আৰু জয়ন্তীপুৰ দুই নহয়, ভিন্ন নেভাবিবা।' পৰ্বত-ভৈয়াম সবাকো এক গাঁৱৰ, এক মাৰৰ ভাৱত বান্ধি স্বৰ্গদেও ওলাল হৃত ৰাজ্য উদ্ধাৰ কৰিবলৈ। যশস্যা বঢ়াবলৈ।

বৰফুকনৰ বাসস্থান আছিল গুৱাহাটীৰ ভৰলুমুখত। আন্ধাৰু বালিৰ পোনে লুইতৰ পাৰত ফুলকটা কাঠৰ খুটা-চতিৰে সজা আহল-বহল ঘৰ। ঘৰৰ পিছফালে ওলালেই শৰাইঘাটলৈকে দেখি। শত্ৰু-মিত্ৰ যাবেই নহওক, ব্ৰহ্মপুত্ৰইদি উজাই অহা প্ৰতিখন নাও বৰফুকনৰ চকুত পৰে। চকীয়ালে ভাঁৰৰ বাতৰি ডাঁৰে দি থাকে। স্বৰ্গদেও সৈন্য-সামন্ত লৈ ভটীয়াই অহাৰ বাতৰি পাই বৰফুকন উজাই গ'ল। লগত গ'ল পানীফুকন।

স্বৰ্গদেৱে শিবিৰ পাতিলে গুৱাহাটীৰ উত্তৰে বৰনদীৰ পাৰত। ব্ৰহ্মপুত্ৰৰ দুয়োপাৰ দলদোপ-হেন্দোলদোপ হ'ল । নাৱেৰে উপচি পৰিল ব্ৰহ্মপুত্ৰৰ বুকু। এদিন শৰাইঘাটৰ শেষ যুদ্ধত নাৱে নাৱে ভৰি দি ব্ৰহ্মপুত্ৰ পাৰ হব পৰা হৈছিল। গাত গাতি, হাতত বাৰু, মূৰত ৰণ-টুপী, পিঠিত টুণ, মুঠিত তৰোৱাল, যাঠি, চাক-জোং, কোল, মথা, গঁড়ৰ চালৰ ঢাল লোৱা, কোমোৰা-বন্ধীয়া, কঁকিলাসজীয়া, খামিডাঠি, পাহোৱাল, বুকুবহল চোৰবছা সৈন্যবোৰে গুৱাহাটীৰ ৰূপ সলনি কৰি পেলালে। গুৱাহাটীৰ বৰফুকন, পানীফুকন আৰু ৰাজখোৱাসকলে স্বৰ্গদেৱক দুয়োহাতে কান্ধৰ চেলেঙৰ আগ পেলাই আঁঠু লৈ সেৱা কৰিলে। উপহাৰ স্বৰূপে আগ বঢ়ালে-দহহেজাৰ পুৰা চিকণ চাউল, ছশ গোট লোণ, ছশটা পহু, আঠশ ৰৌ আৰু বৰালি মাছ, এহেজাৰ কলহ গুৰ, সাতশ কলহ দৈ গাখীৰ, চাৰিশ পোণ তামোল, আঠশ নুঠা পাণ, চাৰিযোৰ সোণৰ কলহ, আঠোটা সোণৰ বাটি, আঠোটা ৰূপৰ কলহ, আঠখন ৰূপৰ কাঁহী, আঠোটা ৰূপৰ বাটি, দুখন ৰূপৰ ডাঙৰ বেলা। এয়া মাথোন বৰফুকন আৰু পানীফুকনৰ উপহাৰ। আন আন ৰাজখোৱা আৰু ফুকনসকলে মৰ্য্যাদানুসাৰে নিজৰ নিজৰ মাননি আগ বঢ়ালে। কছাৰী ৰজাই দিলে দহোটা হাতী আৰু বাৰটা ঘোঁৰা, জয়ন্তা ৰজাই দিলে পাঁচোটা হাতী আৰু দহোটা ঘোঁৰা।

কছাৰী আৰু জয়ন্তাৰ ৰজাক স্বৰ্গদেৱে পো বুলি সম্বোধন কৰি আচু-তীয়াকৈ আদৰ যাচিলে। দুয়োকে সোণৰ খাৰু-মণিৰে উপহাৰ দিলে। স্বৰ্গদেৱে সকলো দাঁতিঅলীয়া ৰজাক বৰমেলত ভেটাবলৈ বৰফুকনক আদেশ দিলে। বৰফুকনে দৰঙী ৰজা, বৰদুৱৰীয়া, ন-দুৱৰীয়া, পানতলীয়া ভোলাগঞা, ৰাণী, বেলতলা, ডিমৰুৱা, টপাকুচীয়া, পাণবৰীয়া, খলা, নেলী, গোভা, হোজাই, গৰখীয়া আৰু খিঙৰ ৰজাই নিজৰ নিজৰ বিলাতৰ সৈন্য আৰু ৰাজকীয় উপহাৰ আগ বঢ়ালে। স্বৰ্গদেৱে প্ৰত্যেককে বঁটা-বাহন দি বিদায় দিলে।

পিছদিনা স্বৰ্গদেও ওলাল কামাখ্যা দৰ্শন কৰিবলৈ। বৰফুকনে আগ বঢ়াই নিলে। সোণৰ বনকৰা দাঁতেৰে জিক্‌মিকাই থকা দঁতাল হাতীত উঠি স্বৰ্গদেও বাহৰৰপৰা ভটীয়াই আহি, নাৱেৰে পাৰ হৈ কামাখ্যালৈ উঠিল। পূজাৰীৰ গাত তং নাই। তদাৰক কৰিছে বৰফুকনে নিজে। গোঁসানী পূজাৰ আয়োজন ব্যাপক। স্বৰ্গদেৱৰ পিছে পিছে হেজাৰ বিজাৰ সৈন্য —পদাতিক, অস্ত্ৰধাৰী, হিলৈদাৰী, কাঁড়ী-বাৰুৱতী নীলাচল পৰ্বত উপচি পৰিল। পূজাৰ অন্তত স্বৰ্গদেৱে আদেশ কৰিলে খাৰ-গুলী মাৰিবলৈ। চাৰিওপিনে গুৰুম্ গুৰুম্ হিলৈ ফুটিল। সৈন্যবাহিনীয়ে জয়ধ্বনি কৰিলে। যথাসময়ত স্বৰ্গদেও বাহৰলৈ উলটি আহিল। কামাখ্যালৈ চাই লাচিত বৰফুকনে কৈছিল, 'মাও, বঙালখিনি খাই দিয়া, ৰাইজো ৰক্ষা কৰা, ৰজাকো ৰক্ষা কৰা, দেশকো ৰক্ষা কৰা।' স্বৰ্গদেও ৰুদ্ৰসিংহৰো মনৰ অভিলাষ সেয়ে।

সন্দিকৈ বৰফুকনৰ সৰু জীয়েক স্বৰ্গদেৱৰ সৰু কুঁৱৰী। বৰ জীয়েক বৰ কুঁৱৰী। লাহী কঁকালৰ কলডিলীয়া খোপা বন্ধা, চকুত লগা খুলশালী-য়েক বায়েকৰ ওচৰলৈ আহোঁতে পানী-দুৱাৰৰ মুখতে স্বৰ্গদেৱৰ চকুত পৰিছিল। কালুগঞা দুৱাৰেদি ওলাই যাওঁতে স্বৰ্গদেৱে একান্তমনে চাই আছিল। এদিন বিময়া পঠিয়াই বৰফুকনক স্বৰ্গদেৱৰ অভিপ্ৰায় জনাই-ছিল। পিছত এদিন বৰফুকনে সালঙ্কৃতাকৈ উলিয়াই দিছিল। ৰূপহী কুঁৱৰী, পূৰ্ণযৌৱনা। ডাঙৰাকী কুঁৱৰীৰ সৌন্দৰ্য্য ম্লান কৰি স্বৰ্গদেৱৰ অন্তৰত স্থান লৈছিল সৰু কুঁৱৰীয়ে। দেশ জয়ৰ বিপুল বাসনাই তেতিয়াও স্বৰ্গদেৱৰ সৰু কুঁৱৰীক আঁতৰাই নিব পৰা নাছিল। যৌৱনৰ উদ্দীপ্ত কাম-নাই কুঁৱৰীক অধিক ওচৰ চপাই নিছিল স্বৰ্গদেৱৰ। সেয়া আছিল কুঁৱৰীৰ প্ৰথম গৰ্ভ। সৃষ্টিৰ পোহৰ বিচাৰি আহিব খোজা প্ৰথম সন্তানটি গৰ্ভত লৈ সৰু কুঁৱৰী ওলাইছিল যুদ্ধক্ষেত্ৰলৈ। যুদ্ধক্ষেত্ৰৰ ৰক্তাক্ত পৰিবেশ, আতঙ্ক আৰু অস্থিৰতা-ভগাবহতায়ো স্থিৰত কৰিব পৰা নাছিল সন্তানসম্ভৱা

সক কুঁৱৰীক। স্বৰ্গদেৱেও সক কুঁৱৰীক বাৰণ কৰি তেওঁৰ গাভৰু মনত আউল লগাব খোজা নাছিল। এজেকেখন পানচৈ নাৱতে, এফেটা কুছিতে আৰু একেখন সোণ খটোৱা পালেঙত উঠি সক কুঁৱৰী বৰ লুইতৰ বুকু-ৰেদি ভটীয়াই গৈছিল। মাতৃসত্ত্বা জাগি উঠা এগৰাকী নাৰীয়ে যাক পিতৃ-ঘৰ গৌৰৱ দান কৰিব খোজে-কষ্টৰে, বেদনাৰে, তাক এৰিব নোখোজে।

কালশিলীয়া বাহৰত এটি সন্তান জন্ম হ'ল। প্ৰথম পুৱাটোৰ সূৰ্য্যৰ পোহৰ পাই টেৱঁা টেৱঁাকৈ কান্দি উঠিল স্বৰ্গদেৱৰ মূৰলীয়া কোঁৱৰ—কাল-শিলীয়া গোঁহাইদেও। স্বৰ্গদেও আছিল উজ্বল গৌৰবৰ্ণৰ সুন্দৰ-সুঠাম ৰাজ-পুৰুষ। কালশিলীয়া গোঁহাইদেও আছিল অনুজ্বল চেহেৰাৰ এটি সাধাৰণ শিশু। ইয়েই আছিল স্বৰ্গদেৱৰ অসন্তুষ্টি। এদিন প্ৰথম পুত্ৰ-মুখ দৰ্শন কৰি স্বৰ্গদেৱে ধেমালিতে কৈ পেলাইছিল, 'এই কলীয়া কোঁৱৰটি মোৰ ফালৰ নহয় নেকি?' ইয়াৰ বুকুতে সুপ্ত হৈ আছিল ভৱিষ্যতৰ এটি সঙ্কট।

ভোগ-বিলাস, ৰং-আনন্দত ৰাপ আছিল স্বৰ্গদেৱৰ । এদিন গড়-গাঁৱৰপৰা মেটেকাৰ বাহৰলৈ ৰাজধানী তুলি আনি ৰংপুৰ নাম দিছিল। পিতৃ স্বৰ্গদেৱে। মৃত্যুৰ সময়ত উপদেশ দিও ৰাজকাৰেঙত নাচনী নচুওৱা কামৰপৰা বাৰণ কৰিব নোৱাৰিলে। স্বৰ্গদেৱে লগত লৈ গৈছিল—বছা বছা এজাক নাচনী, একুৰি লিগিৰী। মানৱ-চৰিত্ৰ বিচিত্ৰ। সময়, যুগ আৰু পৰিবেশ পাৰ হৈ এই চৰিত্ৰবোৰ বগুৱা বাই গৈ থাকে। সকলোৰে উৰ্দ্ধলৈ গতি কৰে জৈৱিক বাসনা আৰু ইন্দ্ৰিয়াসক্তি।

শৰীৰ কাতৰ। নিদ্ৰা পাতল। তেতিয়া ৰাতি দুপৰৰ উমান দি হাবিত পৰ্ঘুমা চৰায়ে পৰ্ ঘুম্ পৰ্ ঘুম্কৈ চিঞৰিছে। হঠাতে শিবিৰত কাৰেঙৰ বৰঘৰৰ ফালে হু-হি লাগিল। চৰীয়া-পৰীয়াই চিঞৰ-বাখৰ লগালে। ৰজাই উচাপ খাই উঠি হাতত তৰোৱাল লৈ থিয় হ'ল। মাত লগালে, 'দুৱাৰত কোন আছ, সষ্টম হ'। আন্ধাৰৰ আঁৰ লৈ চোৰ পলাল।

নাচনীয়াৰৰ ঘৰৰ পৰা ওলাই মানুহটো পলাল। কোনোবা ডঙুৱা ডেকাই কোনোবা গাভৰু নাচনীৰ মন পাই কামনা চৰিতাৰ্থ কৰিবলৈ গৈছিল। ওলাই আহোঁতে চকুত পৰিছিল-চোকা পৰীয়াৰ। স্বৰ্গদেৱে বাটঘৰত পৰ্ দি থকা ঘনচাম পাচনি বৰাক মতাই আনি বিচাৰ কৰিবলৈ ভাৰ দিলে। আঁৰিয়া লগাই সবাকো আগত লৈ পাচনি বৰাই বিচাৰ কৰিলে। কোৱল মাটিত খোজ পৰি গৈছিল। ভৰি ফেটা। পুৱা ভৰি মিলাই মৰং-চোৱা এটা পাই দণ্ড কৰিলে।

দিনক দিনে স্বৰ্গদেৱৰ শৰীৰ কাহিল হৈ আহিছে। পুৰঠ মুখখন ভাগি হনু জিলিকি ওলাইছে, কুম বহি গৈছে, চকু কোটৰগত যদিও তিৰ-বিৰণি মাৰ যোৱা নাই। কোলাত কেচুৱা লৈ সৰু কুঁৱৰী কাষতে থিয় হৈ একান্তমনে চাই আছে। কি মানুহ, কি হ'ল? মাত্ৰ এমাহৰ আগতে সন্তানদাত্ৰী কুঁৱৰীৰ গালেকো বল-শক্তি, তেজ-পূঁজ অহা নাই। স্বৰ্গদেৱে একেবাহে একান্তমনে সৰুকুঁৱৰীলৈ চাই আছে। স্বৰ্গদেৱক আজি বহুতো চিন্তাই হেঁচা মাৰি ধৰিছে। তেওঁৰ যেন বহুত কথা ক'বলৈ বাকী আছে। ক্ষীণ মাতেৰে ক'লে-

'আজি ৰাতি সপোনত আই-দেউতাক দেখিছিলোঁ। জোন যেন মুখৰ সেই গৰাকী মৰমিয়াল আই। মোমাইদেৱে নগাচাঙলৈ পলুৱাই নিবলৈ লওঁতে বুকুত চপাই লৈ মুৰত চুমা খাই বিদায় দিছিল। টপ্‌টপ্‌কৈ দুটো-পাল তপত চকুলো সৰি পৰিছিল। উছাহ-উদ্দীপনাভৰা কৈশোৰৰ কেই-বাটাও বসন্ত নগাচাঙত পাৰ হৈছিল। আমাৰ অজ্ঞাতেই শান্তি ভুগি মৃত্যু-বৰণ কৰিছিল আইদেউতাই। বিদায় মুহূৰ্ত্তৰ সেমেকা চকুৰে আমাৰ মুখলৈ চাই কৈছিল, 'চোৰাংচোৱাৰ শেনচকু চাৰিওফালে। সাৱধানে যাবি। কালৰ কলীয়া ডাৱৰ আঁতৰিলে আকৌ ৰঙা বেলি ওলাব, নাংকুৰি-নাখামে চকু মেলি চাব। যাওঁতে মাদুৰিত পুথাৰেৰৰ ঘৰত সোমাই নামতি দোপ-গৰেদি ভিতৰ নামচাঙলৈ যাবি। গা-বছাই ফুৰিবি। আইদেউতাই হাত-মেলি কপালত চুব খুজিছিল। সেই ধলপাটৰ ৰিহা-মেখেলা-কাপোৰ। হাতত সঁচৰুৱা খাৰু, আঙুলিত শেনেপতা আঙঠি।' স্বৰ্গদেৱৰ মাত কঁপিছিল। লিগিৰী এজনীৰ হাতত কেচুৱাটো দি সৰুকুঁৱৰীয়ে আঁঠু কাঢ়ি স্বৰ্গদেৱক খুৰি বাটিটোৰে এধানমান পানী খুৱাই দি সুধিলে, 'বঙহৰদেউ, সাজৰ সময় হৈছে, চাংমাইক সাজ সজাবলৈ কম জানো?'

স্বৰ্গদেৱে ক্ষীণ মাতেৰে ক'লে, 'মোৰ ভোক নাই। আভোক'।

'আই-দেউতা জয়মতীৰ নামেৰে দ'ল-পুখুৰী উচৰ্গা কৰিলোঁ। হঠাতে মনত পৰিল সেই দিনটোলৈ, যিদিনা পুখুৰী উচৰ্গা কৰিছিলোঁ।

ফাগুন মাহ। ৰিব্‌ ৰিব্‌কৈ পছোৱা বলিছে। জেৰেঙা পথাৰৰ বিৰিণা বননিত নাচোন উঠিছে। পাৰ-ওপচা পানীত সৰু সৰু ঢৌ উঠিছে। এয়া সঁচাকৈয়ে সাগৰ-জয়সাগৰ। চাৰিওপিনে উলহ-মালহ। ৰাজ্যৰ সৰা-তোকৈ আহল-বহল নাগ-পোতা পুখুৰী। পানীত এশ বিশ পুৰা। পানীয়ে-পাৰে-খাৰৈয়ে দুশ দহ পুৰা। পুখুৰী চাবলৈ মানুহ গাওঁ-ভূঁই উঠি আহিছে। -বিৰ দি বাট পাবলৈ নাই। পুখুৰীৰ চাৰিওপাৰে শাৰী পাতি কেইৰা শও

ভামৰ কলহ। কলহে প্ৰতি সোণ-ৰূপ, মণি-মুকুতা। প্ৰতিটো কলহৰ কাষে কাষে একোজন ব্ৰাহ্মণ। ৰাজ্যৰ বাপু, মহন্ত মেধি, মহাজন সকলোকে নিমন্ত্ৰণ জনাইছিল। ৰমানন্দ নামেৰে কনৌজপুৰীয়া ব্ৰাহ্মণ এজনে উচৰ্গা অনুষ্ঠানত পুৰোহিতালি কৰিছিল। বৈদিক মন্ত্ৰ, শঙ্খ, ঘন্টাৰ ধ্বনিত মুখৰিত হৈ উঠিছিল জয়সাগৰৰ আকাশ-বতাহ। অস্তাচলৰ আকাশত হেঙুলীয়া ফাকুগুৰি চটিয়াই দি ৰাঙলী সূৰুযে ধেমালি কৰিছিল। এনেতে এটা ঘটনা ঘটিল। স্বৰ্গদেৱক বিচলিত হৈ উঠা দেখা গ'ল। ব্ৰাহ্মণ পূজাৰীসকলৰ মুখতো মৃদু গুণ্‌গুণনি শুনা গ'ল। এজন ব্ৰাহ্মণে প্ৰাৰ্থনা কৰিছে, তেওঁক পূজাত উচৰ্গা কৰা সকলো কলহ দিব লাগে।

কান্ধৰপৰা দুয়ো কাষে ওলোমাই লোৱা চিক্‌চিকীয়া শালেকটা গুণাৰ গুটি বোলোৱা চেলেংখন দুয়ো হাতেৰে গাত চপাই ধৰি নিশ্চল হৈ স্বৰ্গদেৱে চিন্তা কৰিছে। উপায় কি? এনে মহোৎসৱত ব্ৰাহ্মণক উপেক্ষা কৰা মহৎ অন্যায়; তুষ্ট কৰাও সম্ভৱ নহয়। এজন ব্ৰাহ্মণক সন্তুষ্ট কৰিলে হেজাৰ ব্ৰাহ্মণ অনাদৃত হয়। খন্তেক পিছতে স্বৰ্গদেৱে নিজে ব্ৰাহ্মণক ক'লে, 'দেউ, আপোনাক মই চাৰিওটা পাৰৰ পূজাৰ সমল দিব নোৱাৰোঁ, আপোনাক এটা পাৰৰ চাৰি ভাগৰ এভাগ দিলোঁ। ব্ৰাহ্মণ মান্তি হ'ল। তেওঁ দুশ হজুৱা-কাঁড়ী লৈ পূজাৰ সামগ্ৰী নিব লগা হ'ল। স্বৰ্গদেৱে ব্ৰাহ্মণক নাম দিলে আক্ৰোহী ভট্টাচাৰ্য্য। তেওঁৰ আচল নাম আছিল বাগিশ। বাকী ব্ৰাহ্মণসকলক তুষ্ট কৰিবলৈ স্বৰ্গদেৱে ৰাজভঁৰালৰপৰা অজস্ৰ সম্পত্তি উলিয়াই আনিলে। পিতৃ স্বৰ্গদেৱৰ অন্তিম বাণী অমান্য কৰি পথালিকোঁটাক তুষ্ট কৰিবলৈ ৰাজভঁৰাল উদং কৰিলে।

আজি মৃত্যু শয্যাত স্বৰ্গদেৱৰ মনলৈ অনেক ঘটনাৰ স্মৃতি ঘূৰি ঘূৰি আহিছে। অনেকক কাষত পাবলৈ উদ্‌গ্ৰীৱ হৈছে। এবাৰ কবিৰাজ চক্ৰৱৰ্ত্তীলৈ মনত পৰিছে। কবি, পণ্ডিত এই ব্ৰাহ্মণজন। অমায়িক ব্যৱহাৰ, মিতভাষী, জ্ঞানী। মনত পৰিছে পদ্মনাভ ভট্টাচাৰ্য্যলৈ। কুশাগ্ৰ বুদ্ধিৰ এইজন উগ্ৰতপা সাধক। গোঁসানী-মন্ত্ৰৰ বলত ভূত-ভৱিষ্যত ক'ব পাৰে। এই উন্নত মস্তকৰ স্বৰ্গদেওজনা পদ্মনাভৰ ওচৰত লেউ-সেউ। দেওধাই-বাইলুঙ, ডা-ডাঙৰীয়াই তাকে পেটে- সমন্বিতে ভাল নেপায়। কিন্তু এই অসন্তুষ্টি ব্যক্ত কৰাৰ সাহস কোনেও গোটাব পৰা নাই।

পিতৃ স্বৰ্গদেৱে ৰাজপাটত উঠি ৰজাঘৰীয়া বন কৰাবলৈ পাইক লগাই দেখে, কামৰ জোখাৰে পাইক নাই। ডা-ডাঙৰীয়াক সোধাত ক'লে, সকলো ভকত হৈ গ'ল। গোঁসাই-মহন্ত হ'লে গা-খাটি দিব নেলাগিছিল। সেয়েহে দহ-বাৰজন ভকত গোট খাই একোটি মহন্ত পাতি নামঘৰ সাজি

বসতি কৰিছিল। বিচাৰ কৰাত কেৱল বৰদোৱা সত্ৰতে ২000 ভকত ওলাল। বৰদোৱাৰ পৰা মাজুলীলৈ ওলাল ৩000। উজনিৰ সত্ৰসমূহৰ হিচাপেই নাই। এই বিলাক ভকতক ছেদেলি-ভেদেলি কৰি নিবোকত ১২00, তৰাজানত ৫00, গাগলডুবিত ৪00, ধিলাধাৰীত ৯00 এনেকৈ পাতি কোৰ-কটাৰী দি ধোদৰ আলি বন্ধাবলৈ লগালে। ঠাকুৰীয়া ভকতক নামৰূপলৈ নি সংহাৰ কৰিলে।

গদাধৰসিংহ আত্মগোপন কৰি থকা কালত দক্ষিণপাটৰ ৰাম গোঁসায়ে 'থুই' বুলি পিক পেলাইছিল। সেই পিকৰ ছিটিকনি পৰা কাপোৰ সাজ গদাধৰসিংহই সাঁচি থৈছিল। দ্বিতীয়তে, বনমালীদেৱে গদাধৰসিংহক ৰজা পতাৰ পোনপটীয়া বিৰোধিতা কৰিছিল। ডেকা অধিকাৰ ৰাম গোঁসায়ে ফুকন-বৰুৱাক ধৰি গদাধৰসিংহক ৰজা ভাঙিবলৈ মাজুলীৰপৰা কলিয়া-বৰলৈ ভটীয়াই গৈছিল। স্বৰ্গদেও উজাই আহি বিশ্বনাথত থাকোঁতে ডেকা গোঁসায়ে ৰজাক অৱজ্ঞা কৰি অতপালি দেখুৱাইছিল। পাটত থকা স্বৰ্গ-দেৱক অমান্য কৰি ৰাজপাটৰপৰা গুচাব খোজাটো জঘন্য অপৰাধ। ৰাজ্যৰ চিৰাচৰিত ৰীতি অনুসৰি ইয়াৰ সমুচিত দণ্ড—প্ৰাণদণ্ড।

মনথিৰ ভঁৰালী বৰুৱাৰ পুত্ৰ ৰঙাচৰণ ভণ্ডাৰী বৰুৱা। কুলত কায়স্থ। গদাধৰসিংহৰ একান্ত অনুগত আৰু বিশ্বাসী আছিল। এদিন সুবিধা পাই স্বৰ্গদেৱক ক'লে, 'ঈশ্বৰ সেৱাত মগ্ন ভকতক ধন কেলেই লাগিছে। চাউলমুঠিহে লাগে, তাকো সেৱক—শৰণীয়াই দিছে। স্বৰ্গদেৱৰ আদেশ হলে ধন-বস্তু আনিব পাৰোঁ। স্বৰ্গদেৱে কণা চেকেৰাই আৰু আচুবুলীয়া নামেৰে দুটা চাওডাং লগত দি ৰঙাচৰণক বিচাৰ কৰিবলৈ আদেশ দিলে। অনেক সত্ৰ-সভা লুৰি-পুৰি গচ্ছিত ধন-সোণ ৰাজভঁৰাললৈ লৈ আহিল। ৰঙাচৰণ ভণ্ডাৰী বৰুৱা আৰু অধিক ৰাজানুগ্ৰহভাজন হৈ উঠিল।

পিতৃ স্বৰ্গদেৱৰ সাংঘাতিক অপবাদ ঘটিছিল, তেওঁ হিন্দুধৰ্ম বিদ্বেষী। কিন্তু ক'তা ? তেওঁ মাইবেলা, চৰাইদেও, ৰহদৈ, বশিষ্ঠাশ্ৰম, উমানন্দ আৰু বিশ্বনাথত শিৱ মন্দিৰ সজাই সোণৰ কলচী দিছিল। কাত্যায়ন ভট্টা-চাৰ্য্যক তিলে-কুশে উচৰ্গি এশ ব্ৰাহ্মণৰ আয়ুস দিছিল। তুংখাঙত পখুৰী খানিবলৈ যজ্ঞভূমিত হাল বোৱাই আউনীআটি বেঙেনাআটী, কাটনিপাৰ আদি সত্ৰৰ মেধি-মহন্ত অনাই বৰসবাহ পাতিছিল।

পালেঙত বাগৰ সলাই হঠাতে পাচনি বৰাক মাতি পঠালে। 'যোৱাঁ, পদ্মনাভ গোঁসাই য'তে আছে, ততালিকে মাতি আনা। মই এটা বিশেষ কথা সুধিব লাগে।' পাচনি বৰাই টেকেলা পঠিয়াই ক'লে, 'গোঁসাইক ক'বা, 'স্বৰ্গদেৱে সাক্ষাত পাব লাগে। অতি জৰুৰী।'

গদাধৰসিংহ স্বৰ্গদেৱে থান-বান কৰা ঠাকুৰীয়া সত্ৰসমূহ পুনৰ সংস্থাপিত কৰিলে। এনে সত্ৰৰ সংখ্যা হ'ল ১২৮০ অৰ্থাৎ এটকা মহন্ত। কড়িৰ টকাৰে এটকা। তথাপি এদিন গড়গাঁৱত সন্মিলন পাতি সবাকো সুধিলে, 'শূদ্ৰিৰে ব্ৰাহ্মণক শৰণ দিব পৰাৰ ব্যৱস্থা কোন শাস্ত্ৰত আছে? নৰোৱাৰ ৰাম, ভাতনোখোৱা মাধৱানন্দ, বাৰেঘৰীয়া শ্ৰীৰাম, গোপাল আতাৰ নাতি ৰমানন্দ, চেচাঁৰ চতুৰ্ভুজ এই পাচজনে পত্ৰ লেখি জনালে, ব্ৰাহ্মণক শূদ্ৰে শৰণ দিব পায়, আমি শাস্ত্ৰত পাইছোঁ, স্বৰ্গদেৱক দেখুৱাম। মূৰকত, দেখুৱাব নোৱাৰিলে। ব্ৰাহ্মণসকলে তাকে দেখি বিস্তৰ অহঙ্কাৰ কৰিলে। পাঁচজন মহন্তক স্বৰ্গদেৱে হাতীশালত বন্দী কৰি থবলৈ আদেশ দিলে। পিছত ডিঙিত ঘট আঁৰি, চূণ ঢালি অ'ৰ গোঁসাই ত'ত থলে। কালসংহতি আৰু পুৰুষ সংহতিৰ সত্ৰ-সভা দিনকদিনে বাঢ়ি আহিছিল, ব্ৰাহ্মণৰ প্ৰতিপত্তি টুটি আহিছিল। সেয়েহে এচাম ব্ৰাহ্মণ পুৰোহিতে ৰজাঘৰৰ গইনা লৈ অনৈক্য সৃষ্টিৰ বীজ সিঁচিছিল। গৰু-গাহৰি মাৰি, কুকুৰা কাটি, সাজ-পানীৰে পূজা-সেৱা কৰা ৰজা। লাহে লাহে হিন্দু ৰীতি-নীতি আহৰণ কৰিছিল যদিও তেতিয়াও প্ৰাচীন পন্থ এৰা নাই কিন্তু তাৰে সুৰুঙাতে ব্ৰাহ্মণ পুৰোহিতে ৰজাঘৰৰ বিশ্বাস আদায় কৰি লৈছিল। সঘন প্ৰৰোচনাত লাঞ্ছিত হৈছিল শূদ্ৰ মহন্তসকল। ৰজাঘৰৰ অনুগ্ৰহ লাভ কৰিবলৈ কেতবোৰ ব্ৰাহ্মণ্য ৰীতি-নীতি আচৰণ কৰি কোনো কোনো সত্ৰ কৃত্য কৃত্য হৈছিল।

পদ্মনাভ ভট্টাচাৰ্য্য স্বৰ্গদেৱৰ ওচৰলৈকে আহিল।

পদ্মনাভৰ চকুলৈ চাই পোনে পোনে ক'লে, 'আপুনি কওক মই আৰোগ্য হ'মনে? মৰিলে কেতিয়া মৰিম।'

পদ্মনাভ থতমত খাই ৰৈ গ'ল। ভূত-ভবিষ্যত ক'ব পৰা এই তান্ত্ৰিক সাধকজনে জনা নাছিল যে স্বৰ্গদেৱে এনে এটা অপুদযাত প্ৰশ্ন কৰিব। মৃত্যুৰ নিশ্চিত দিন-বাৰ আগতীয়াকৈ ক'ব লাগে। খন্তেক নীৰৱে থাকি স্বৰ্গদেৱক ক'লে, 'স্বৰ্গদেও, মই আই ঠাকুৰাণীক সুধি কাইলৈ জনাম।'

শীতকালৰ পুৱতী নিশা শেতাঁ পৰা জোনৰ দৰে এখন মুখ। আশা আৰু নিৰাশাৰে থকা-সৰকা হোৱা এটা মন। মুখমণ্ডলত বিয়পি পৰিছে তাৰ আভাস। মুখেই মনৰ দাপোণ। স্মৃতি আৰু বিস্মৃতিৰে ধুৱঁলী-কুঁৱলী হৈ ওঠৰ বছৰীয়া ৰাজত্বৰ ঘটনাবোৰ অহা-যোৱা কৰি আছে।

পদ্মনাভ ভট্টাচাৰ্য্য উঠি গ'ল। এদিন এঁৱেই ৰজাক উপদেশ দিছিল, 'নদীয়াৰ শিমলা গাৱঁত শোভাকৰ ভট্টাচাৰ্য্যৰ ঘৰত কৃষ্ণৰাম সিদ্ধান্ত বাগীশ নামেৰে এজন সিদ্ধ পুৰুষ আছে। স্বৰ্গদেৱে তেওঁক অনাই গোঁসানী

মন্ত্র লওক। সলিসিয়ান ভট্টাচাৰ্য্যই নুকলিমুৰীয়া হৈ থাকি, অন্য এজন গুৰু অনাৰ দিহা কৰিলে। টেপাই নামেৰে বৰাগী এজন গৈ কৃষ্ণৰামক নদীয়াৰপৰা আদৰি আনিলেগৈ। কৃষ্ণৰাম ভট্টাচাৰ্য্য পদ্মনাভৰ সহপাঠী বন্ধু। নবদ্বীপ আৰু কাশীত সংস্কৃত টোলত একেলগে পঢ়িছিল। স্বৰ্গদেও ৰাইজ আৰু ৰাজ্য উভয়ৰে প্ৰতীক। অচিন কাঠৰ ঠোৰা লব খোজা দেখি ৰাজ্যৰ দেওধাই-বাইলুংসকল জঁকি উঠিছিল। প্ৰজাই বিশ্বাস কৰে, ৰাজ্যলক্ষ্মীয়ে ৰুদ্ৰসিংহক এই সিদ্ধান্তৰ পৰিণাম অতি ভয়াবহ বুলি সপোনত দেখুৱাই-ছিল। লাইলিক বুৰঞ্জীত সেই ভবিষ্যত বাণী আজিও লিপিবদ্ধ আছে। এই সিদ্ধান্তৰ পিছদিনাই বাঁহগড়াৰ দুৱাৰৰ ঘট, ৰহদৈৰ দ'লৰ কলচী আৰু চৰাইদেওৰ দ'লৰ ঘট খহি পৰিল।

পদ্মনাভ ভট্টাচাৰ্য্য এপৰ বেলি হওঁতে আহিল। মুখত এক অনামী দৃঢ়তা । স্বৰ্গদেও উৎকণ্ঠিত। ভট্টাচাৰ্য্যই বা কি বাৰ্ত্তা আনিছে।

'কওক'। আপোনাৰ সিদ্ধান্ত কি?'

'স্বৰ্গদেও, আয়ুস মাত্ৰ তিনি দিন।'

'কি, কি কলি, বামুণ। বন্দী কৰ। ইয়াক তুৰন্তে বন্দী কৰি হাতী-শালত থহঁক।' এক সুপ্ত সিংহ সৰ্বশক্তিৰে জপিয়াই উঠিল।

'ইয়াক ইমান, আদৰ-শ্ৰদ্ধা কৰি ৰাখিলোঁ । তাৰ ইমান স্পৰ্দ্ধা। সি মোক মৃত্যুৰ মুখলৈ ঠেলি দিয়ে। তিনিদিনৰ মূৰত যদি মৃত্যু নহয়, সমুচিত প্ৰতিফল—প্ৰাণদণ্ড'।

শৃঙ্খল পৰিহিত পদ্মনাভ বতাহত কঁপা কলথুবিৰ দৰে কঁপিবলৈ ধৰিলে। স্বৰ্গদেৱৰ ফালে হাত-যোৰ কৰি পিচু হুঁহকি ওলাই গ'ল।

খং, ক্ষোভ আৰু অবাঞ্চনীয় ভবিষ্যত-বাণীৰ আতঙ্কত ৰজাই কোঁপা-বলৈ ধৰিলে। পালেঙত ভৰ দি এবাৰ উঠিবলৈ যত্ন কৰিলে। বেজবৰুৱাই গাত ধৰি তুলি দিবলৈ সহায় কৰিলে। স্বৰ্গদেৱৰ গাত সেই সিংহ-পৰাক্ৰম, শক্তি আৰু সামৰ্থ্য নাই। পুনৰ গাৰুত মূৰ থৈ শুই পৰিল।

পদ্মনাভৰ ভবিষ্যত-বাণীয়ে স্বৰ্গদেৱৰ মনৰ কামনা-বাসনা সকলো উলট-পালট কৰি দিলে। মানুহ জন্ম-মৃত্যুৰ মাজতে সীমাবদ্ধ। জন্মৰ পিছ লৈ মৃত্যু আছে। মৃত্যু অৱশ্যম্ভাৱী। তথাপি মানুহে মৃত্যুক জয় কৰি জীৱনৰ ৰথ টানি নিব খোজে। প্ৰতিজন জীৱিত মানুহেই জানে, মৃত্যু তেওঁৰ বাবে অপেক্ষা কৰি আছে, কিন্তু তাক কেতিয়াও আদৰি আনিব নোখোজে। পদ্মনাভৰ এই ভবিষ্যত-বাণী ৰজাই কেতিয়াও আশা কৰা নাছিল।

স্বৰ্গদেও ৰুগ্ন। মৃত্যুমুখী এই ৰোগৰ গতি। কিন্তু তেওঁ আছিল গভীৰ সবল আশাবাদী। তিল তিলকৈ আগ বাঢ়ি গৈছিল মৃত্যুৰ পিনে। আৰম্ভ হৈছিল এক নিষ্ঠুৰ সংগ্ৰাম। ৰুদ্ৰসিংহ স্বৰ্গদেৱে প্ৰতি মুহূৰ্ত্তে কামনা কৰিছিল, তেওঁ মৃত্যুঞ্জয়ী হৈ ৰ'ব। তেওঁ দীৰ্ঘজীৱন লাভ কৰি ৰাজ-সিংহাসন অলঙ্কৃত কৰি থাকিব। তেওঁৰ হেজাৰ সপোন দিঠকলৈ ৰূপায়িত কৰিব লাগিব, ৰাজ্যৰ শ্ৰী-বৃদ্ধি ঘটাব লাগিব। কৃষ্টি-সংস্কৃতিৰ সোণসেৰীয়া সমল বুটলি সুণীয়া সঁফুৰা পূৰঠ কৰিব লাগিব। সেয়েহে মনত ইমান আশা, ইমান ব্যগ্ৰতা।

স্বৰ্গদেৱে ভাবে, জীয়াই থাকিবই লাগিব। দেৱ-দেৱীৰ আশীৰ্বাদ বিচাৰি সকলো দ'ল-দেৱালয়তে দান-দক্ষিণা, বলি-বাহন উচৰ্গা কৰিলে। কেৱল কামাখ্যা মন্দিৰতে বলি দিলে বাৰটা ম'হ, এশটা ছাগলী, এশ পঞ্চাশটা পাৰ। দান দিলে বিশ তোলা সোণ, দুশ তোলা ৰূপ, আৰু এখন পৰগণাৰ মাটি। হয়গ্ৰীৱ-মাধৱ মন্দিৰত দান দিলে এটা ডাঙৰ সোণৰ কলহ, ত্ৰিশ তোলা চেকুৰা সোণ, দুশ টকা ৰূপ আৰু এখন কামৰূপৰ পৰগণা। অন্যান্য দ'ল-দেৱালয়ত কিমান পৰিমাণৰ সোণ-ৰূপ দান দিলে তাৰ হিচাপ নাই।

নৰিয়া দিনক দিনে টান হৈ যাবলৈ ধৰিলে। অতক ধন-বস্তুৰ দান-দক্ষিণা, বলি-বাহন লৈয়ো কোনো গোঁসাই-গোঁসানীয়েই চকু মেলি নেচালে। পাষাণ দেৱতাৰ পাষাণী হৃদয়ত এধানমানো অনুকম্পা জাগি নুঠিল। দিন যায়, ৰাতি আহে। এদিন - দুদিনকৈ মাহ বাগৰে। স্বৰ্গদেৱৰ মনৰ জোখাৰে গালৈ শক্তি নাহিল।

জয়সাগৰ পুখুৰী উচৰ্গি পাৰত দ'ল বন্ধালে-কেশৱৰাই, বৈদ্যনাথ আৰু দেৱীঘৰ। লগতে শ্ৰীসূৰ্য্য আৰু শ্ৰীগণেশ। পিছৰ বছৰ নতুন নগৰ প্ৰতিষ্ঠা কৰিলে ৰংপুৰত। ৰৰ ঘৰ, ৰৰবাটঘৰ, ৰৰমৰং, চাংমাইশাল, ৰৰচ'ৰা পৰ্কীকৈ সাজিলে। কাঠৰ ৰুৱা দি ওপৰত ইটা পাৰি কৰাল সানি চাল দিলে। গোঁসাইঘৰীয়া দুৱাবেদি ওলাই ৰূপহী পথাৰত ৰংঘৰ সাজিলে। গাৱঁলীয়া, গছতলৰ বিহু আনি ৰংঘৰৰ পথাৰত ৰাজকীয় সম্মান যাচিলে। থলুৱা গীত-মাত, খেল-ধেমালিৰ উৎকৰ্ষ সাধন কৰিলে। কিমান আশা আছিল স্বৰ্গদেৱৰ। আশা-আকাঙ্ক্ষাই আকাশ চুইছিল।

ভাদ মাহৰ তেৰ দিন গৈছিল। দিনটো চোকা ৰ'দ। স্বৰ্গদেও ওবে-দিন নিমাতে আছিল। ছট্‌ফটনি বাঢ়ি আহিছিল। তেতিয়াও দুপৰৰ বেলি কাতি হোৱা নাই। কুকুৰাচোৱা বৰাই ডা-ডাঙৰীয়া সকলোকে মাতি আনিলে।

শিৱসিংহ কোঁৱৰ স্বৰ্গদেৱৰ কাষতে আছিল। ডা-ডাঙৰীয়াসকলৰ মুখলৈ চাই শিৱসিংহক লক্ষ্য কৰি ক'লে, 'এজন এজনকৈ আটাই কেইজন কোঁৱৰ ৰজা হ'বি। কৃষ্ণৰামৰপৰা মন্ত্ৰ লবি। পৰৰ উচটনিত নপৰিবি। মই আনৰ কথা শুনি সহোদৰ ভাই লেচাইক শাস্তি দিলোঁ। ভ্ৰম-প্ৰমাদত নপৰিবি। মোৰ মৃত্যু হ'লে পদ্মনাভক মুকলি কৰি দিবি। মোৰ শক্তি-সামৰ্থ্য আছিল। কোনোবাই কু-কৃত্য কৰিলে।'

তেতিয়া বেলি এপৰ আছিল। হঠাৎ স্বৰ্গদেৱৰ কণ্ঠৰোধ হ'ল। মৰটো হালি পৰিল। সৰু কুঁৱৰীয়ে গছৰ পাত-সৰুৱাই কান্দিলে। সিপিনে ডা-ডাঙৰীয়াসকলে গা-ধুৱাই শিৱসিংহ কোঁৱৰক হেঙলাঙত তুলি ৰজা পাতি সাত-সেৱা কৰিলে।

সেইদিনা কৃষ্ণা দ্বিতীয়াৰ জোনটো ডাৱৰৰ আঁৰে আঁৰে পলমকৈ ওলাইছিল। বতৰ গোমা। আকাশত চপৰা-চপৰে ডাৱৰ উৰি ফুৰিছিল। আগ ৰাতি বৈ বৈ মতা নিয়তিৰ নিউঁ নিউঁ শব্দৰ কঁপনি যেন তেতিয়াও মাৰ যোৱা নাই। বৰনদীৰ দুয়োপাৰ জুৰি পতা চাৰি লাখ সৈন্যৰ শিবিৰত নিকৰুণ স্তব্ধতা। কাঁহ পৰি জীণ গৈছে।

# শিৱসিংহ আৰু বৰৰজা ফুলেশ্বৰী

তেতিয়া সময় তিনিপৰীয়া। পজাঘৰৰ কুম্ভাকৰ জলঙাৰে আবেলি বেলিৰ হেলনীয়া ৰশ্মি আহি পূজা-মণ্ডপৰ মজিয়াত পৰিছেহি। আতকর্ম সমাপন কৰোঁতে ৰাজমাৱে যি হাতত ধনু-কাঁড়, হেংদান তুলি দিছিল, সেইখন হাতত শঙ্খ-ঘণ্টা লৈ স্বৰ্গদেও গোসাঁনী পূজাত ব্যস্ত। পূজাৰ সময়ত স্বৰ্গদেৱক হেনো গোসাঁনীয়ে সাক্ষাৎ দেখা দিয়ে। স্বৰ্গদেৱৰ গাত .পাটৰ উত্তৰীয়, কপালত ৰেখা। ধুপধুনাৰ গোন্ধত পূজা-মণ্ডপ সুগন্ধিত।

সিংহাসনত বহিয়েই নীলাচল পৰ্বতত অপেক্ষমান পৰ্বতীয়া গোসাঁ-ইৰপৰা দীক্ষা লৈ শাক্ত-মন্ত্ৰ গ্ৰহণ কৰিছিল। সেই দিন ধৰি স্বৰ্গদেৱৰ স্বভাৱত ফুটি ওলাইছিল ব্ৰাহ্মণ্য-প্ৰীতি; গোসাঁনীৰ প্ৰতি প্ৰগাঢ় ভক্তি। কাৰেঙৰ গাতে লগা পূজাঘৰত গোঁসানী মূৰ্ত্তি প্ৰতিষ্ঠা কৰি নিত্য-পূজাৰ দিহা কৰিছিল।

পদ্মনাভ মুকলিমূৰীয়া গোসাঁই মুক্তি পাই ঘৰলৈ গ'ল। স্বৰ্গদেৱে পিতৃৰ হৈ ক্ষমা খুজিলে আৰু ৪০০ টকা ৰূপ, ১০০ তোলা সোণ আৰু দহঘৰ পাইক ব্ৰহ্মোত্তৰ কৰি দিলে। পদ্মনাভৰ পুৰণি বন্ধুত্বই পৰ্বতীয়া গোসাঁইক শক্তি, সাহস আৰু পৰামৰ্শৰে সহায় কৰিলে।

স্বৰ্গদেও ৰুদ্ৰসিংহৰ পৰ্বতীয়া কুঁৱৰী মাদুৰিয়াল বৰগোহাঁইৰ জী। তেওঁৰে এজনী ছোৱালী আৰু শিৱসিংহ—এই দুটি সন্তান। শিৱসিংহৰ পানীকেচুৱা অৱস্থাতে কুঁৱৰী গাৰ আঁৰ হৈ শক্ৰ হ'ল। কোঁৱৰটি তুলি-তালি ডাঙৰ-দীঘল কৰিবলৈ লাখটকীয়া কোচৰ জীয়ৰী এজনীক ধাই কৰি দিছিল। শিৱসিংহ ৰাজপাটত উঠাৰ লগে লগে সেই ধাইৰ প্ৰতি-পত্তি বাঢ়িল। দিহিংমুখত ঢাপ তুলি গছ-গছনি ৰুই প্ৰকাণ্ড বাৰী পাতি নগৰলৈ অহা-যোৱা কৰিবলৈ গড় যেন আলি বন্ধালে। ধাইৰ ৰাজকাৰেঙ-লৈকো অবাধ গতি। ৰাজকাৰেঙৰ লিগিৰা-লিগিৰীহঁতে ধাইৰ এই আতি-শয্য পেটে-সমন্বিতে ভাল নেপাইছিল। কিন্তু ধায়ে ৰাজমাওৰ আধিপত্য বিস্তাৰ কৰিছিল।

চীনাতলীয়া নটৰ এটা পৰিয়াল দেৱৰগাৱঁৰ দ'লত সংযুক্ত পাইক আছিল। স্বৰ্গদেৱে ৰংনাথৰ দ'লত নাচিবলৈ দেৱৰগাঁৱৰপৰা আনি কানু-

গাঁৱত বহৰাইছিলহি। সেই পৰিয়ালতে আছিল এজনী গাভৰু, নাম ফুল, ফুলমতী। মাকৰ নাম সীতা। জুই-বৰণ ৰূপ। কঁকাল লাহী, ডালিম ফুল যেন ওঁঠৰ পাহি। নিতম্ব উপচিপৰা একোছা দীঘল ক'লা চুলি। বুকুত এচলু পূৰঠ যৌৱন। কালুগঞা তিৰোতা মানুহে নামডাঙৰ পানীঘাটত কথা পাতিছিল, 'এইজনীৰ দেহত যিহে ৰূপ বৰষিছে, কাহানিবা ৰজাৰ চকুত নপৰিলেই ৰক্ষা।' কাষত ভৰা-কলহ লৈ ফুলমতী গৰা বগাই পাৰলৈ উঠি আহিছিল। গৰ্বত বুকুখন ফুলি উঠিছিল। ৰাজ-ৰাণী হোৱাৰ বাসনাৰ ফিৰিঙতিয়ে কোনোবাখিনি পোহৰ কৰি তুলিছিল। বুকুত ভৰা যৌৱন, কাষত ভৰা কলহ; লাহী কঁকালে তাৰ উমান পাই হালি-জালি কৈছিল, 'তইঁতে যি ভাবিছ, সি সঁচা।'

স্বৰ্গদেও শিৱসিংহৰ চাৰি গৰাকী কুঁৱৰী। আদাবৰীয়া সন্দিকৈ বৰাগী বৰবৰুৱাৰ ভতিজা জীয়েক বৰকুঁৱৰী, চেতিয়াৰ ভিতৰুৱাল ফুকনৰ জীয়েক বৰমাহী কুঁৱৰী, দিহিঙীয়া ভগা বৰবৰুৱাৰ জীয়েক পৰ্বতীয়া কুঁৱৰী, তেওঁৰে ভতিজা জীয়েক সৰুমাহী কুঁৱৰী। চাৰিও গৰাকী সাত-ঘৰীয়া আহোমৰ ঘৰৰ জীয়ৰী। ৰূপে-গুণে বিভূষিতা।

স্বৰ্গদেৱৰ ধাই মাক আছিল অতি বুদ্ধিমতী। তিনিজন ভায়েক। তিনিওকে স্বৰ্গদেৱক কৈ এজনক চেকিয়াল বৰুৱা, এজনক বিলতীয়া বৰুৱা আৰু ইজনক গন্ধীয়া বৰুৱা পাতিছিল। কালুগাঁৱত পাই অপৰূপা সুন্দৰী ফুলমতীক নিজৰ লগত ৰাখিছিল। ধাইৰ ঘৰত ফুলমতীক দেখি ৰজা মোহিত হৈছিল। ডেকা ৰজাৰ কামনাৰ লেলিহান শিখা দপ্‌দপ্‌কৈ জ্বলি উঠিছিল। ব্যগ্ৰ হৈ উঠিছিল ফুলমতীক পাবলৈ। কেচুৱা কালৰে-পৰা মন-পোৱা কোঁৱৰক কেনেকৈ বেৰিব লাগে ধায়ে জানিছিল। ৰজাৰ মনৰ হেপাহ বঢ়াবলৈ ফুলমতীক মনে মনে শগুণপৰালৈ পঠিয়াই দিলে। সহজলভ্য কোনো বস্তুৱেই অধিক মূল্যবান নহয়। ফুলমতীক যদি স্বৰ্গ-দেৱে কুঁৱৰী পাতে, ধাইৰ ক্ষমতা আৰু বাঢ়িব। লোভ-লালসাৰ দুৰন্ত গতি।

এদিন হঠাতে ধাই বুঢ়ী মৰিল। স্বৰ্গদেৱৰ মনোবাঞ্ছা পূৰ্ণ হ'ল। ভণ্ডাৰী বৰুৱাই শগুণপৰাৰপৰা ফুলমতীক আনি ৰজাৰ কাৰেঙত যোগা-লেহি। নাচনীয়াৰ ফুলমতী ৰাণী হ'ল। একে কোবে পৰ্বতীয়া কুঁৱৰী। কতো দিনৰ পিছত বৰকুঁৱৰী হৈ সিংহাসন অলঙ্কৃত কৰিলে। ৰূপ, সৌন্দৰ্য্য, বদ্ধি আৰু কৌশলৰ গৰাহত পৰা স্বৰ্গদেৱৰ, পৌৰুষ ব্যক্তিত্ব দিনক দিনে শ্ৰী-বীৰ্য্যহীন হৈ আহিবলৈ ধৰিলে।

ফুলমতী ফুলেশ্বৰী, প্ৰমথেশ্বৰী ৰূপে পৰ্বতীয়া গোঁসাইৰ শিষ্যা হ'ল। পদ্মনাভ-কৃষ্ণৰামৰ প্ৰভাৱ কেৱল পূজা মণ্ডপতে পৰা নাই, ৰজা-ৰাণীৰ মনৰ মণিকূট পাইছেগৈ।

সিংহাসনত বহি শিঙৰি ঘৰত উঠি ৰাজ্যাভিষেক হোৱা ছমাহেই পূৰ হোৱা নাই। হঠাত দৈৱজ্ঞই ক'লে 'স্বৰ্গদেৱৰ ছত্ৰভঙ্গ যোগ পৰিছে; সিংহাসন এৰি দিব লাগে'। হাতৰ হেংদান থৈ শঙ্খ-ঘণ্টা লোৱাৰ সময় উপস্থিত। যথা উপদেশ তথা কাম। ফুলেশ্বৰীয়ে প্ৰমথেশ্বৰী নাম লৈ সোণৰ-ৰূপৰ মোহৰ মৰাই ফুলমতী বৰৰজা হ'ল।

আকাশত এটা নেজাল তৰা ওলাইছিল। পুহ, মাঘ, ফাগুন তিনি-মাহ আছিল। দেশত আগন্তুক অমঙ্গলৰ আগলি বাতৰি বুলি বাটে-পথে প্ৰজাই কোৱা-কুই কৰিছিল। পিছৰ বছৰ আযোণত স্বৰ্গদেও স্বৰ্গী হ'ল। কৃষ্ণৰাম ভট্টাচাৰ্য্য আৰু ফুলেশ্বৰী কুঁৱৰী অসমৰ আকাশত আন দুটা ধুম-কেতু, যি ৰাজ্যৰ ঘটনা-প্ৰবাহ অবাটেদি বৰলৈ দি নিশ্চিত অশুভ পৰি-নতিৰ বিহগুটি ৰুইছিল। প্ৰজাৰ আশঙ্কা বাস্তৱলৈ ৰূপান্তৰিত হোৱা সেই বিহ গছৰ পুলিটো কালৰ বুকুত ডাল-পাত ধৰি দেশৰ ভবিষ্যত আগুৰি পেলাইছিল।

মধ্যযুগৰ পুৰোহিত শ্ৰেণীয়ে আবিষ্কাৰ কৰিছিল, নৃত্যৰতা গাভৰুৰ ৰূপ, যৌৱন আৰু দেহৰ লাৱণ্য দেখি তুষ্ট হয় পাষাণ দেৱতা। স্বল্পা-ভৰণা নৃত্যপটিয়সী নাৰীৰ সৌন্দৰ্য্যত অভিভূত হয় আই ভৱানী, মহা-দেৱ শিৱ, বিষ্ণু-জনাৰ্দন আৰু অনেক দেৱতা। উৰ্বশী, ৰম্ভা, মেনকা, তিলোত্তমাৰ নৃত্যৰ মূৰ্চনাত মুগ্ধ হৈছিল স্বয়ং দেৱৰাজ ইন্দ্ৰ। নুপুৰৰ ৰুনু জুনু শবদত পাষাণ দেৱতাৰ হৃদয়তো মৃদু-মধুৰ কম্পন উঠে। জাগ্ৰত হয় নিশ্চল বিগ্ৰহ, সাৰ পাই উঠে পূজাৰীৰ জৈৱিক বাসনা। তুষ্ট হয় মনৰ দেৱতা, চৰিতাৰ্থ হয় বন্য প্ৰবৃত্তি। লাভ কৰে এক আৰণ্যক তুষ্টি।

মন্দিৰলৈ আহিছিল দেৱদাসী। দেৱদাসীৰ ত্যাগ আৰু কষ্টৰ বিনি-ময়ত পূজাৰীয়ে বিগ্ৰহৰ বদান্যতা আদায় কৰিছিল।

ফুলেশ্বৰী কুঁৱৰীৰ পূৰ্বপুৰুষ নট-কলিতা। নৃত্য-বাদ্যৰ চৰ্চাই আছিল তেওঁবিলাকৰ ব্যৱসায়। সঙ্গীত চৰ্চাৰ চহকী ঐতিহ্য লৈ জয়সাগৰৰ মন্দি-ৰত নিযুক্ত হৈছিল। গায়নৰ খেল পাতি ৰাজকীয় সা-সুবিধা আগ বঢ়াইছিল স্বৰ্গদেও ৰুদ্ৰসিংহই। কালুগঞা বিহুদলত নাচনীয়ে নাচিছিল। মুগা বিহাৰ কাচলি উচলি পৰা বুকুত ভুঁইকঁপ তুলি সেইজনী নাচনীয়ে নাচিছিল।

জয়সাগৰৰ মন্দিৰত নাচিছিল। নাচনীৰ চাৱনি, লয়লাস আৰু কেতেকী-সজীয়া গঢ় দেখি কামনাৰ জুই-শিখাত চগা হৈ পৰিব খোজা ৰাজকোঁৱৰৰ মনৰ গৰা খহিছিল। কিন্তু, ৰুদ্ৰসিংহ স্বৰ্গদেৱৰ চকুৰ আগত সেই ভাব প্ৰকাশ কৰা সহজ আৰু সম্ভৱ নাছিল। আজিৰ বাদে কাইলৈ যি স্বৰ্গদেও হৈ সিংহাসন অলঙ্কৃত কৰিব, সেই ৰাজকোঁৱৰে নটিনী গাভৰুক লাই দিব, তাক কল্পনাই কৰিব নোৱাৰি। কিন্তু বনপোৱা জুয়ে সময়লৈ বাট চাই নেথাকে। আনপিনে কামনাৰ তুঁহ জুই উমি উমি জ্বলাটোৱেই ৰীতি।

কল্পনা বাস্তৱ হয়, বাস্তৱ উৰলি যায়। মহাপ্ৰতাপী ৰুদ্ৰসিংহ স্বৰ্গদেৱৰ চকুৰ আগত আগ বাঢ়িব নোৱাৰিলেও ফুলমতীৰ ৰূপ আৰু যৌৱনে ডেকা-ৰজাৰ মনৰ মণিকোঠাত সিন্ধি দিছিল; অতি নিভৃত কোণত অতি সংগোপনে এডুখৰি ঠাই উলিয়াই লৈছিল। প্ৰেম আৰু বাসনাই মানুহৰ মনত কোন গোপন গবাক্ষইদি অনুপ্ৰবেশ কৰে, তাক কোনেও নেদেখে।

এইখন গোপন নাটকৰ বাতৰি পাইছিল ৰজাৰ ধাইমাকে। অলক্ষিতে কিন্তু সন্তৰ্পণে লক্ষ্য কৰি আছিল এই গৰাকী নাৰীয়ে। ফুলমতীক ৰজাৰ অন্তেষপুৰলৈ পঠিয়াব লাগিব কিন্তু তাৰ আগতে সিদ্ধি কৰিব লাগিব কেতবোৰ ব্যক্তিগত স্বাৰ্থ। মানুহ স্বাৰ্থৰ মায়াজালত চিৰবন্দী।

যৌৱন, জীৱন আৰু মানুহ সম্পৰ্কে যথেষ্ট অথচ তাৎপৰ্য্যপূৰ্ণ অভিজ্ঞতা থকা আন এগৰাকী নাৰীৰ বুকুতো সমস্যাৰ সৃষ্টি কৰিছিল। এই গৰাকী নাৰী হ'ল ফুলমতীৰ মাক সীতা। সীতা নিজেও আছিল দেৱালয়ৰ নাচনী। নাচি নাচি ভাগৰি, ৰূপ-যৌৱনৰ উপচাৰ যাচি যাচি আমনি লাগি সংসাৰৰ পাতনি তৰিছিল। লাভ কৰিছিল দুটি সন্তান--এটি পুত্ৰ, এটি কন্যা। কন্যাটিৰ সাৰ্থক নামকৰণ ফুল। ফুলৰ ৰূপ, সৌন্দৰ্য্য আৰু যৌৱনৰ সুৰভিয়ে অনেক ভোমোৰাক আকৰ্ষণ কৰিছিল; ভোমোৰা সদায়েই ফুলৰ পাহিত বন্দী হ'বলৈ বিচাৰি ফুৰে।

সীতাই এই একেষাৰ কথা জীয়েকক ক'বলৈ সুৰুঙা বিচাৰি আছিল।

'কামাতুৰ পুৰুষৰ চকুত নাৰীৰ, যাইকৈ অপৰূপা যুৱতী নাৰীৰ গাৰ মঙহৰ মূল্য বহুত। সেই মূল্য আদায় কৰিবলৈ চতুৰালি জানিব লাগে। দেৱতাৰ নামত অৰ্পিতা নাৰী সময়ত মানুহৰ ভোগ—বিলাসৰ বস্তু হৈ পৰে। সুযোগ নেহেৰুৱাবি।'

সঁচা কথা। লোকচক্ষুত সম্মানিত পূজাৰীৰ বুকুতো জৈৱিক বাসনা সজীৱ হৈ থাকে। কেতিয়াবা সুপ্ত হৈ থাকে। ৰূপ-জেউতিৰ পৰশত সাৰ

পাই উঠে সেই বাসনা। পাষাণ বিগ্ৰহৰ চকুৰ আগতে মূৰ্ত্ত হৈ উঠে—জৈৱিক অনুভূতি, ইন্দ্ৰিয়লিপ্সা। মন্দিৰৰ দেৱদাসীৰ ওপৰত বহুতৰে শাকুন-দৃষ্টি। দেৱদাসী হৈ পৰে ভোগৰ সমল; ইন্দ্ৰিয়ানুভূতি চৰিতাৰ্থ কৰাৰ এক মাধ্যম।

'গা-বচাই চলিবি। দুৰ্লভ বস্তুৰ মূল্য সদায় অধিক।'

বুদ্ধিমতী, ছাঁ দেখিলে গা মনিবপৰা ফুলমতীয়ে মাকৰ ইঙ্গিত বুজি পাইছিল। বয়সে-গৰকা সীতাতকৈ যৌৱনে-পৰশা ফুলমতীৰ বুদ্ধি কোনো গুণে কম নাছিল। ইতিমধ্যে ৰাজকোঁৱৰৰ ধাই মাকৰ মন্ত্ৰণাই ফুলমতীৰ মনৰ পলসুৱা পথাৰত গুটি সিচিঁছিল। জানে, সকলো কথাই জানে। মাকক ফুলমতীয়ে ফুলাই কব নোৱাৰে। দৰ্শকৰ মাজৰ কত মানুহৰ সেই চকুবোৰৰ ভাষাই বুকুবোৰৰ গোপন বাতৰি দিছিল। তাৰে মাজত বৰ-জনা কোঁৱৰৰ মৰম আকলুৱা চকু হাল বন্দী হৈ ৰৈছিল এহাল চকুৰ প্ৰত্যুত্তৰ—সঁহাৰি বিচাৰি।

কন্দৰ্পৰ দৰ্প চূৰ কৰিব পৰা শ্ৰী-চেহেৰা। এখন নিষ্কণ্টক ৰাজ-সিংহাসনৰ উত্তৰাধিকাৰী। ধলপাটৰ চুৰিয়া গাত কাৰচিপিৰ মোগলাই জামা, তাৰ ওপৰত সোণৰ বনকৰা পাটৰ চেলেং। ফুলমতীৰ নেপুৰৰ পদ-ছন্দৰ তাল বাখি বুকুত স্পন্দন উঠে ৰাজকোঁৱৰৰ। দিনক দিনে থুপ খাইছে—বহুতো কথা। নিবিড়, গোপন। অব্যক্ত। ফুলমতীও ওচৰ চাপি গৈছে মনে মনে, গোপনে।

'তই মাহীয়েৰৰ লগত যা। আকৌ কৈছোঁ, গা-বচাই চলিবি।' সীতাই ফুলমতীক ক'লে।

'শস্য পকিবলৈ বতৰ লাগে। বতৰৰ পকা ফল খাবলৈ বতৰলৈ বাট চাব লাগিব।' ধাই মাক বন্তাই অৰ্থপূৰ্ণ ভাবে কথাষাৰ ক'লে।

কেই সাজমান কাপোৰ-কানি লৈ ফুলমতী বন্তাৰ লগতে আহিল। ৰংপুৰ পাওঁতে বলাকাৰে আকাশ সজাই বগলীৰ জাকবোৰ জেৰেঙা পাৰ হৈ মেটে-কাৰ বাঁহনিডৰালৈ উলটি গৈছিল। পশ্চিমৰ আকাশখন সেন্দূৰীয়া হৈ উঠিছিল।

চিকাৰৰ পৰা উলটি অহা শিৱসিংহ কোঁৱৰে খৰিকটীয়া আলিত দেখা পাইছিল ফুলমতীক। দূৰতে চিনি পাইছিল জাকত-জিলিকা আটকধুনীয়া ছোৱালীজনী। ডিঙি ভাঙি, মুখ কাটি কৰি চাইছিল ফুলমতীয়ে। হঠাত গা, কাণ-মূৰ তপত হৈ উঠিছিল। কিন্তু অস্বাভাৱিক গহীন হৈ পৰিছিল ধাই মাক বন্তা। তাৰ কাৰণ আছিল।

এদিন ৰম্ভা ঘৰত নাছিল। জীয়েক-জোঁৱায়েকৰ ঘৰলৈ গৈছিল। জোঁৱায়েক টাবিমুৱা ন-ফুকন। দেওবিলৰ কাষত ঘৰ। সেই সুযোগতে ডেকা-বজা ৰম্ভাৰ ঘৰলৈ গৈছিল। ওলাই, মাত দিছিল এজনী গাভৰুৱে যাৰ সন্ধানত ৰাজকোঁৱৰ ব্যস্ত। এটি মিঠা হাঁহি, ঈষৎ লাজসনা এটি চকু জুৰ পৰা চাৱনি আৰু মধুৰ কোমল মাতে কোঁৱৰৰ মন হৰি নিছিল। নিৰাপদ দূৰত্বত বৈ ফুলমতীয়ে এপাট এপাটকৈ কাম-বাণ এৰিছিল। জৰ্জৰিত হৈছিল কামসিক্ত ৰাজকোঁৱৰ। সৰ্পিল গতিৰে সমন্ধ আগ বাঢ়ি গৈছিল। সেইদিনাই ফুলমতীৰ হাতৰ ঠাৰিত ধৰি ৰাজকোঁৱৰে অপলক চাৱনিৰে চাই আছিল। সেই মুহূৰ্ত্তৰ স্মৃতি আছিল নিবিড় অথচ মধুৰ।

ৰম্ভা সচকিত হৈ উঠিছিল। লক্ষ্য ধৰাৰ আগতেই চিকাৰ সাৰি যায় এতিয়া। ৰাজকোঁৱৰক বাধা দিয়াৰ অধিকাৰ নাই। অবাধে এৰি দিলেও মূল্য অথলে যায়। পিছদিনাই ফুলমতীক শগুণপৰালৈ পঠিয়াই দিলে।

'সময়, সুযোগ আৰু পৰিবেশ আহিলে সকলো সম্ভৱ হৈ উঠিব। ধৈৰ্য্য ধৰিবি। এতিয়া শগুণপৰাত থাকগৈ।'

ফুলমতীয়ে ৰম্ভাৰ চতুৰালি বুজিও বুজিব পৰা নাছিল। হাততে পায়ো মুকুতা বুটলিবলৈ নিদি বতৰলৈ বাট চাবলৈ বুধি দিছিল। ফুল-মতীৰ মনত বিক্ষোভ, অসন্তুষ্টিৰ তুঁহ জুই উমি উমি জ্বলিছিল।

এনেতে পিতৃ স্বৰ্গদেৱৰ লগতে ৰাজকোঁৱৰ ওলাল বঙ্গ-বিজয়ৰ অভিযানলৈ। ফুলমতীৰ অন্তৰে হাঁহাকাৰ কৰি উঠিল।

ৰুদ্ৰসিংহ স্বৰ্গদেৱৰ মৃত্যুৰ পাছত শিৱসিংহ ৰজা হ'ল। বতৰ, ফৰ-কাল হ'ল। ফুলমতীৰ সৌভাগ্য উদয় হ'ল। ৰাজমাওৰ মৰ্য্যাদা লৈ কাৰে-ঙত উঠিল ধাই মাক ৰম্ভা। ৰজাক কৈ জোঁৱায়েকক ন-ফুকন পতালে। স্বৰ্গদেও গদাধৰসিংহই কৈ গৈছিল সৰুক বৰ বিষয় নিদিবি। ৰম্ভাৰ খাট-নিত সাধাৰণ কাঁড়ী-পাইকৰ লৰা চ'ৰাৰ ফুকন নিযুক্ত হ'ল। এই নিযুক্তিত ক্ষুণ্ণ হৈছিল পুখুৰীপৰীয়া চেঙমুন্ বুঢ়াগোহাঁই; আৰু বহুতো। ৰূপচন্দ্ৰ বৰবৰুৱাই সত্ৰ ফুৰিবলৈ যাওঁ বুলি বৰবৰুৱা বাবকে এৰি গুচি গৈছিল। ডা-ডাঙৰীয়াই ৰম্ভাৰ ক্ষমতা আৰু মৰ্য্যাদা বৃদ্ধি সমূলি ভাল পোৱা নাছিল। কিন্তু ৰম্ভাৰ প্ৰভাৱ দিনক দিনে বাঢ়ি গৈছিল।

ফুলমতীক ৰজাই তামুলী লিগিৰী পাতি দেখা-দেখিকৈ কাৰেঙলৈ লৈ আহিল। কামাতুৰ স্ত্ৰৈণ ৰজাক বশ কৰিবলৈ সাঁচাৰ-কাঠি ফুলমতীৰ হাতত

অটুট আছিল। অফুৰন্ত যৌৱন, অপূৰ্ব ৰূপ আৰু ব্যৱহাৰৰ কিটিপ কৌশলেৰে তামুলী লিগিৰী পৰ্বতীয়া কুঁৱৰী হবলৈ সৰহ দিন নেলাগিল। ৰজাৰ বংশ-পৰিয়াল, ডা-ডাঙৰীয়া, দেওধাই-বাইলুং সকলো বিতুষ্ট। পৰ্বতীয়া কুঁৱৰীক মানুহে নাম দিলে নাটনী কুঁৱৰী।

ৰন্তাই কৈছিল, সাৱধানে আগ বাঢ়িবি, সকলো সিদ্ধি হ'ব। সীতাই কৈছিল, কামাতুৰ পুৰুষৰ চকুত নাৰীৰ কোমল মঙহৰ মূল্য বহুত। মায়াৰ বেহ ৰচনা কৰি তাত পেলাব জানিব লাগে।

ফুলমতী ৰন্তা আৰু সীতাতকৈ অনেক চতুৰ আছিল। তামুলী লিগিৰী হৈ কাৰেঙলৈ আহোঁতেই ৰাজপাটত বহাৰ সপোন দেখিছিল। কাৰেঙত ভৰি দিয়েই চাৰি গৰাকী কুঁৱৰীক তল পেলাই পৰ্বতীয়া কুঁৱৰী হ'ল আৰু বছৰটো নৌ ঘূৰোঁতেই বৰকুঁৱৰী হৈ ৰজাৰ সমানে সিংহাসনত বহিল।

পুথাও স্বৰ্গদেও গদাধৰসিংহই ৰাজসভাত নটিনী ননচুৱাবলৈ উপদেশ দিছিল। নাতিয়েক শিৱসিংহই নটিনীক বৰকুঁৱৰী পাতিলে। বৰকুঁৱৰী ৰজাৰ সমানে সেৱাৰ পাত্ৰ। ডা-ডাঙৰীয়াসকল ক্ষোভ, হতাশা আৰু মনৰ দুখত অতিকৈ জৰ্জৰিত হ'ল।

বাইলুঙে খৰিকা মঙলত পালে, দেওধায়ে কুকুৰা-ঠেং চালে, ধুমুহাত ৰড় গছ হাউলি পৰিবৰ হ'ল। বুজাই তাৎপৰ্য্য বুজি ল'লে।

দৈৱজ্ঞ-গণকে ক'লে, ৰজাৰ ছত্ৰভঙ্গ যোগ পৰিছে। ৰাজপাটত থাকিলে ৰাজ্যভ্ৰষ্ট।

বৰকুঁৱৰী ফুলমতী ফুলেশ্বৰী হ'ল। ফুলেশ্বৰী এদিন প্ৰমথেশ্বৰী হ'ল। স্বামী ৰজা শিৱ; নিজে গৌৰী ৰূপে নামডাঙৰ কাষত পুখুৰী খনাই পাৰত দ'ল সজাই নাম থলে গৌৰীসাগৰ। তাৰ পিছত বৰ ৰজা হৈ স্বইচ্ছাৰে কাম কৰিবলৈ ধৰিলে।

মাক সীতাক পুৰণি মেল দি ৰাজমাওৰ মৰ্য্যাদাত থাপিলে। কেঁকোৰা দোলা দিলে। সোণৰ চুলাৰে টুপি জাপি দিলে। ভায়েক হৰিনাথক পোনতে বৰচেতিয়া পাতি বৰগোহাঁই খেললৈ তুলি বৰগোহাঁই পাতিলে। কেন্দুগুৰীয়া বৰপাত্ৰ চেঙকঙৰ পুতেক পৰমানন্দ মৰিলত হৰিনাথক বৰপাত্ৰ পাতিলে। দদায়েক জয়ানন্দক ঢেকীয়াল বৰুৱা, হৰিক তিপমীয়া ফুকন, মোমায়েক এটাক খনিকৰ বৰুৱা, এটাক চাওডাঙৰ বৰুৱা, এটাক

দেৱীঘৰৰ বৰুৱা পাতিলে। মোৱামৰৰ জীয়েক দময়ন্তীক (অম্বিকাক) লানমাখ্রু পুখাওৰ সৰু পুতেকলৈ বিয়া দি ভনী-জোঁৱাই বুলি ন্যায়সোধা ফুকন পাতি পিছত বৰচেতিয়া পাতিলে। হৰিনাথক গড়গঞা পাতৰ পাতিলে।

শিৱসিংহই ফুলেশ্বৰীৰ আদেশ-নিৰ্দেশৰ কোনো প্ৰতিবাদ নকৰিলে।

বৰৰজাৰ ক্ষমতা, অভিমান আৰু আতিশয্য বাৰিষা বৰনৈ বঢ়াদি বাঢ়িবলৈ ধৰিলে। আগৰদৰে বৰ-মেল, সৰু-মেল নবহা হ'ল। ৰজাৰ নামে বৰৰজাই আপোন ইচ্ছাৰে কাম কৰি গ'ল। ৰাজ্যত ৰণৰ আখৰা, হিলৈ-বৰতোপৰ ব্যৱহাৰ নাইকিয়া হ'ল, পূজা-পাতল বৃদ্ধি পালে।

গোসাঁনীৰ আগত নাচি নাচি উপচাৰ দিয়া কুঁৱৰীয়ে পৰ্বতীয়া গোসাঁইৰ মন্ত্ৰত দীক্ষিত হৈ গোসাঁনীৰ সাক্ষাৎ দৰ্শন পাবলৈ ধৰিলে। শাস্ত্ৰ-ভাগৱত, পূজা-সেৱা সকলো মিছা, একমাত্ৰ সঁচা গোসাঁনী। এদিন গোসাঁনী-পূজাৰ আৰতিত নাচি নাচি সাষ্টাঙ্গে প্ৰণিপাত কৰি কৈছিল, 'আই ভৱানী মনোবাঞ্ছা পূৰ্ণ কৰিবা।' ছুঁয়া-মৰাকৈ চকুৰ আগলৈ আহিছিল ৰজাৰ মনোহৰ ৰূপ। আজি সেই বৰ লাভ কৰি বৰৰজা কৃতজ্ঞতাত গদ্ গদ্। আই-গোসাঁনীয়ে মনোৰথ পূৰ্ণ কৰিছে।

কৃষ্ণৰাম ভট্টাচাৰ্য্য পৰ্বতীয়া গোঁসাইৰ মন্ত্ৰই নহয়, মন্ত্ৰণাও সিৰে সিৰে বিয়পি গৈছিল। তেজত মিহলি হৈছিল শাক্ত আদৰ্শ। নটিনীৰপৰা ৰাজমহিষী হোৱা যৌৱনোদ্দীপ্তা ফুলেশ্বৰীৰ অহঙ্কাৰে পাৰ ভাঙি বৈছিল। তাতে ক্ষমতা আছিল অসীম। ফুলেশ্বৰীৰ সকলো সিদ্ধান্তত ৰজাই মৌনতাৰেই ইতিবাচক সমিধান দিছিল।

আহোমে শৱ পোত কৰিছিল, পুতি থৈছিল। দহ দিনত দহা কৰি অশৌচ গুচাই সুবিধা অনুসৰি কাজ কৰিছিল। ফুলেশ্বৰী কুঁৱৰীৰ আদেশত ৰুদ্ৰসিংহ স্বৰ্গদেৱৰ মৈদাম বন্ধাৰ পিছতো পৰ্ণদাহ কৰি পুনৰ শ্ৰাদ্ধ কৰিলে। অন্য আহোমকো মৰা-শ কাষ্ঠ-সংস্কাৰ কৰি মাহেকীয়াকৈ শ্ৰাদ্ধ কৰিবলৈ নিয়ম উলিয়ালে। প্ৰাচীন, সাতামপুৰুষীয়া ৰীতি এৰিবলৈ পাই ৰুষ্ট হ'ল অনেক আহোম, কিন্তু স্বৰ্গদেও ঈশ্বৰৰ বিৰোধিতা কৰিবলৈ আগ নেবাঢ়িল।

উজনি অসমৰ আহোম-কছাৰী, চুতীয়া-বৰাহী, মৰাণ-মটক, কোচ-কলিতা, মিৰি-দেউৰী, নগা-মুলুক সকলোৰে মাজত কালসংহতি পন্থৰ জাতিভেদহীনতাই জনপ্ৰিয়তা লাভ কৰিছিল। দিনক দিনে বাঢ়ি গৈছিল সত্ৰ-সংখ্যা; শিষ্য-প্ৰশিষ্য। এই কথাটো ভাল পোৱা নাছিল বহুতেই।

লাচিত বৰফুকন, আতন বুঢ়াগোহাঁই, ডেকেৰা বৰবৰুৱা আদি মুৰব্বিলিকা শিষ্য লাভ কৰিছিল কালসংহতি সত্ৰই। পৰ্বতীয়া গোসাঁয়ে 'গুৰু ব্ৰহ্মা গুৰু বিষ্ণু, গুৰু মহেশ্বৰ, চৰাচৰ জগতৰ ঈশ্বৰ' বুলি ভৱা এই গুৰু-শিষ্য উভয়কে সহ্য কৰিব পৰা নাছিল। বৈদিক ক্ৰিয়া-কাণ্ডবিশ্বাসী থলুৱা পুৰোহিত শ্ৰেণীয়েও সুবিধা পালেই ৰজাঘৰত প্ৰৰোচনা কৰিছিল। উক্ত পন্থই মূৰ্ত্তি-পূজা নকৰে। ফুলেশ্বৰী কুঁৱৰীৰ মূৰত সুমুৱাই দিছিল ৰজা-ৰাণীৰ গুৰুৰেই প্ৰজাৰো গুৰু। গুৰুৰ আদৰ্শ ভিন্ন অন্য পন্থত প্ৰবৰ্ত্তা মানেই ব্যভিচাৰ। গুৰুকো অমান্য, ৰজাকো অমান্য। পতিয়ন গৈছিল গৰ্বিতা ৰাজমহিষী। তদুপৰি পিতৃ স্বৰ্গদেৱে স্বীকৃতি দি থৈ গৈছিল চাৰি-খন ৰাজসত্ৰ-আউনীআটি, দক্ষিণপাট, গড়মূৰ, কুৰুৱাবাহী। এই চাৰি-খনক অমান্য কৰি অন্য গুৰুত আশ্ৰয় লোৱাটো কামনা নকৰিছিল। এদিন আদেশ হ'ল—সকলো ঠাকুৰীয়া মহন্তক মতাব লাগে। ৰজাৰ বিষয়া গৈ নিমন্ত্ৰণ কৰি আহিল। সকলো মহন্ত সমবেত হ'ল। বৰৰজাই সকলো মহন্তকে শালগ্ৰাম, মূৰ্ত্তি, ভাগৱত, দেউৰী-পূজাৰী দি পূজা-সেৱা কৰিবলৈ বাধ্য কৰিলে। আউনীআটি-গড়মূৰত সেৱা কৰোৱালে। এয়া গুৰু-শিষ্য সবাৰো অসন্তুষ্টিৰ মূল উৎস।

কৃষ্ণৰাম ভট্টাচাৰ্য্যই অসমৰ সকলো থান-মন্দিৰ-দেৱালয়ৰ পূৰ্ব্বৰ পূজা-পদ্ধতি উচ্ছেদ কৰি ৰঘুনন্দনৰ স্মৃতি প্ৰচলন কৰি নিত্য-পূজাৰ ব্যৱস্থা কৰে। 'দুৰ্গাৰ্চ্চন মঞ্জৰী' নামৰ পূজা-বিধি ৰচনা কৰে। ৰজাঘৰত চণ্ডীপাঠ, বলি-বিধানৰ ব্যৱস্থা কৰে। পৰ্বতীয়া গোসাঁইৰ নতুন নিয়ম জাপি দিবলৈ ৰাজ্যৰ পুৰণি মন্দিৰ-দেৱালয়ৰ সকলো মূৰ্ত্তি আনি সোণাৰি নৈৰ বাহৰত বৰৰজা নিজে উপস্থিত থাকি লুইতৰ পানীত পেলালে। সুদূৰ অতীতৰ ঐতিহ্যমণ্ডিত, ৰূপদক্ষ ভাস্কৰৰ হাতৰ পৰশত সাৰ পাই উঠা দেৱমূৰ্ত্তিসমূহ চিৰদিনলৈ লোপ পালে; বাকী ৰ'ল মাথো ফুলবাৰীৰ দেৱালয়। পিছত শিলৰ-পিতলৰ মূৰ্ত্তি গঢ়াই ঠায়ে ঠায়ে দি পৰ্বতীয়া গোসাঁ-ইৰ নীতি-নিয়মৰ পূজা জাপি দিলে। প্ৰাচীন মত অচল হ'ল, স্মাৰ্ত্তমত প্ৰচলনৰ সোঁত বৰলৈ ধৰিলে।

ফুলেশ্বৰী কুঁৱৰীয়ে আহোম ৰজাঘৰৰ ভিতৰ-চৰাতেই কেৱল উলট-পালট কৰা নাছিল। কৰিছিল ধৰ্মনৈতিক জীৱনৰ বিস্তৰ হানি। সৃষ্টি কৰিছিল বিক্ষোভ, বিতুষ্টি আৰু বিবেক-দংশন।

শিৱসিংহৰ চাৰি গৰাকী কুঁৱৰীৰ এটিও সন্তান নাছিল। সন্তান নাছিল ফুলেশ্বৰী বৰৰজাৰ। মাতৃত্বৰ বাসনাই অস্থিৰ কৰি তুলিছিল ফুলেশ্বৰীক। মাতৃত্বৰ গৌৰব বিচাৰি অশান্ত হৈ উঠিছিল বৰৰজাৰ নাৰী-মন; নাৰী-

সত্ত্বা। আশা কৰিছিল কোলাত এটি শিশু-কোঁৱৰ যাক তুলি-তালি ডাঙৰ-দীঘল কৰিব এখন নিষ্কণ্টক ৰাজসিংহাসনৰ বাবে। আশাৰ গতি আছিল দুৰ্বাৰ। মাতৃত্বৰ অসীম বাসনাৰে অস্থিৰ হৈ উঠা নাৰীৰ গৰ্ভত খিত দিয়ে অস্বাভাৱিক সত্ত্বাই।

ফুলেশ্বৰীৰ গৰ্ভ-লক্ষণ দেখা গ'ল। দিনক-দিনে আশা আৰু আকাংক্ষাৰ দুৰাৰ গতিয়ে বৰৰজাক অস্থিৰ কৰি তুলিলে। দহ মাহৰ দহ দিন পাৰ হ'ল। বৰৰজাৰ মাতৃত্বৰ প্ৰসৱ-বেদনাই পুত্ৰৰ আগমনৰ আগলি বাতৰি নিদিলে। চিন্তিত হ'ল ৰজাঘৰীয়া কবিৰাজ; বেজ-গিয়ানী। ক্ষুব্ধ হৈ উঠিল বৰৰজা। নিজেই ঘোষণা কৰিলে, তেওঁ পূৰ্ণ গৰ্ভৱতী, সন্তানসম্ভৱা।

গৰ্বিতা, দৰ্পিতা নাৰী। দুৰ্মদ যৌৱন আৰু অসীম ৰাজক্ষমতাৰ অধিকাৰিণী— সেই অনিন্দ্যসুন্দৰী। কালসংহতিৰ বাৰজন মহন্তক মাতি আনি বহুৱাই লৈ ক'লে, 'অহঙ্কাৰী মহন্ত। মোৰ গুৰুকো অমান্য কৰাৰ সাহস দেখুৱাইছা। কি মাহাত্ম্য দেখুৱাব পাৰা? মোৰ গুৰুৱে সাক্ষাৎ গোসাঁনীক দেখা পায়।

'আমি সামান্য ঈশ্বৰ-সেৱক। আমাৰ কোনো মাহাত্ম্য নাই। মুক্তিতো আমাৰ স্পৃহা নাই। ঈশ্বৰৰ চৰণত একান্তভাৱে মন অৰ্পণ কৰি তেৰাৰ গুণ-গান কৰাই আমাৰ ধৰ্ম।'

এজন এজনকৈ আঙুলি টোঁৱাই তাচ্ছিল্যসূচক ভাষাৰে মহন্তসকলক অপমান কৰি গ'ল। নিৰুত্তৰ, নিৰুদ্বেগ মহন্তসকল।

'কোৱাঁ। মোৰ গৰ্ভ দহ মাহ পূৰ হৈছে। পুত্ৰ হ'বনে, কন্যা হ'ব? এঘাৰজন মহন্তই নিমাত। নিষ্কাম ভক্তিত অনুৰক্ত বৈষ্ণৱৰ আগত অবাস্তৱ প্ৰশ্ন। পুত্ৰ নে কন্যা?'

দ্বাদশজন মহন্তই কিবা এক আধিভৌতিক শক্তি লাভ কৰি কৈ পেলালে, 'মহাৰাণীৰ পুত্ৰও নহয়, কন্যাও নহয়, এটা লোপ-খোপ মাংসপিণ্ড জন্ম হ'ব, 'কোমোৰাটোৰ নিচিনা'।

বৰৰজাৰ চকুৰে-মুখে জুই বৰষিবলৈ ধৰিলে।

'কি? কি ক'লা?'

মহাৰাণী, মই কোৱা নাই, ঈশ্বৰে যি কোৱাইছে, গুৰুজনাই যি বুলিছে, মই তাকেহে কৈছোঁ।'

ক্ৰোধ, ক্ষোভ আৰু অপমানত জৰ্জৰিত হৈ গোসাঁনী-মূৰ্তি ধৰি থিয় হোৱা ফুলেশ্বৰী কুঁৱৰী অস্বাভাৱিক ধৰণে শান্ত হৈ বহি পৰিল।

ধুমুহাৰ পিছৰ সেই মৌনমুখৰ-নীৰৱতা।

শৰত কাল। জোকতলী-মেটেকাপথাৰৰ সেউজখিনি গাঢ় হৈ পৰিছে। কাতি বিহুলৈ মাত্ৰ কেইদিনমান বাকী। গেবেলি পূৰঠ হৈছে, কুল কুলিব। জয়সাগৰ পুখুৰীৰ পাৰ-ওপচা পানী। পাৰৰ কাষে কাষে পদুম ফুলৰ জোনাক। মৃদু সুৰভিবে পূতগন্ধা হৈ উঠিছে জয়সাগৰৰ পৰিবেশ।

সেইদিনা মহা অষ্টমী। বেল-বোধনৰ দিনাৰেপৰা দেৱীঘৰৰ পূজা চাবলৈ মানুহৰ লানি-নিছিগা ধাৰ বৈছে। তেতিয়াও আহোম ৰজাঘৰত দেৱী-পূজা ধৰ্মৰ এৰাব-নোৱৰা অনুষ্ঠান হৈ সোমোৱা নাই। সেয়া মাত্ৰ উৎসৱ। কোচবিহাৰত মৃন্ময় মূৰ্ত্তিৰ ৰাজসিক পূজা দেখি সোণৰ গোহাঁয়ে ৰজাক কোৱাত স্বৰ্গদেও প্ৰতাপসিংহই মৰঙিয়াল খনিকৰক মূৰ্ত্তি সাজিবলৈ শিকি আহিবলৈ পঠাইছিল। তেতিয়াৰেপৰা আহোম ৰজাঘৰত বছৰি শাৰদীয় দুৰ্গা পূজা অনুষ্ঠিত হৈছিল। পূজাৰ লগতে আয়োজন হৈছিল গীত-বাদ্য-নৃত্যৰ। তাকে চাবলৈ হেজাৰ-বিজাৰ মানুহ আহিছিল। সত্ত্ৰ-গুৰু ভকতীয়া বৈষ্ণৱে, মূৰ্ত্তিও নেচাইছিল, প্ৰসাদো নেখাইছিল, পূজা-ঘৰৰ কাষেদিও নগৈছিল।

ধৰ্ম প্ৰাথমিক স্তৰত অন্ধবিশ্বাস। অন্ধবিশ্বাসী মানুহ যথাৰ্থতে নিজৰ মতবাদত অন্ধ, উন্মাদ। নতুনকৈ শাক্ত মন্ত্ৰত দীক্ষিত ফুলেশ্বৰীৰ বাবে নিজৰ মন্ত্ৰ, গুৰু আৰু পন্থই আছিল একমাত্ৰ সত্য। যি পূজাত ৰজা-ৰাণীয়ে বিশ্বাস কৰে, মূৰ দোঁৱায়, তাক নিন্দা কৰিবলৈ কাৰ সাহস আছে, সেই সাহস ক'ৰপৰা পালে? গুৰুৱেই হওক বা ভকতেই হওক, তেওঁ ৰাজ্যৰ প্ৰজা। প্ৰজাই ৰজাক অনুকৰণ কৰিব লাগে। ক্ষমতাৰে উদ্ধত হৈ উঠা বৰৰজাই আদেশ দিলে, 'গুৰু-ভকত সকলোৱেই ৰজা-ৰাণীৰ উপাস্যা গোসাঁনীক পূজা-সেৱা কৰি প্ৰসাদ গ্ৰহণ কৰিব লাগে।'

কোনো নাহিল।

আহোমৰ জাতি-ভেদ নাই। ধৰ্মৰ গোড়ামি নাই। নিজৰ নিজৰ বিশ্বাস অনুসৰি পূজা-উপসনাৰ পৰম্পৰা গঢ় দি তুলিছিল। শাক্ত, শৈৱ, বৈষ্ণৱ, সৌৰ, গাণপত্য—নিজ নিজ ধ্যান ধাৰণাৰ ঐতিহ্যৰে ধৰ্মৰ জীৱন সমৃদ্ধ কৰিছিল।

'চাওডাং বৰুৱা, গোসাঁনী সেৱা কৰিবলৈ যিসকল গোসাঁই অহা নাই, চাওডাং, কুকুৰাচোৱা, টেকেলা পঠাই ধৰি আনিব লাগে।' ফুলেশ্বৰী কুঁৱৰীৰ কণ্ঠত কঢ় দৃঢ়তা।

বলিকটীয়াৰ গাত দেও উঠিছে; গোসাঁনী নাচিছে। আঁজলিয়ে আঁজলিয়ে বলিকটীয়া দেউবীয়ে কেঁচা তেজ পিছে। ডিঙি ছিঙি হাঁহৰ তেজ পি

গাটো দলিয়াই দিছে। ৰক্তাক্ত দেহ। কপালত ৰক্ত-চন্দনৰ ফোঁট, টিকনিত ৰক্তজবা। লোকে লোকাৰণ্য। পূজাৰ মণ্ডপত চণ্ডীপাঠ চলি আছে। ভক্তি ব্যভিচাৰলৈ ভয় কৰা সেই ভকত-বৈষ্ণৱ সমন্বিতে মহন্তসকলক পূজা-মণ্ডপৰ সন্মুখত থিয় কৰোৱা হ'ল। কেৰে তল মূৰ ওপৰ কৰি চোৱা নাই। নতুবা মূৰ দোওঁৱা নাই। বাতৰি পাই বৰৰজা খঙত উতলি উঠিল। ইমান স্পৰ্দ্ধা।

'বলিৰ তেজ, সেন্দূৰৰ ফোঁট দি, প্ৰসাদ কঁটিয়াই, গাৰ বলেৰে সেৱা কৰাই, এৰি দে। ৰাজ আদেশ উলঙ্ঘা কৰাৰ পৰিণাম কিমান সুদূৰপ্ৰসাৰী তাক বুজক।'

অনুগত বিষয়াই যথা আদেশ পালন কৰিলে। এয়া অসমৰ ধৰ্ম-নৈতিক জীৱনত এটি বিৰাট কলঙ্ক। অনেকৰ মনত বৰৰজাৰ উদ্ধতালিৰ প্ৰতিক্ৰিয়া হ'ল। সুদূৰপ্ৰসাৰী এই প্ৰতিক্ৰিয়া।

ৰজা নিষ্ক্ৰিয়, স্ত্ৰৈণ, উদাস। ৰাণী গৰ্বিতা, দৰ্পিতা, অন্ধবিশ্বাসিনী। দুয়োৰে ওপৰত প্ৰভাৱ পৰিছিল—বিদেশী ভট্টাচাৰ্য্য পৰ্বতীয়া গোসাঁইৰ। দুয়োৰে গাত গোসাঁনী লম্ভিছিল। শিঙৰি ঘৰত উঠোঁতে ৰজাই মৃত্যু-দণ্ডেৰে দণ্ডিত এটা মানুহক একে ঘাপে কটাৰ পৰম্পৰা ৰুদ্ৰসিংহ স্বৰ্গ-দেৱে তুলি দিছিল। শিৱসিংহ আৰু ফুলেশ্বৰী কুঁৱৰীৰ গাত যি গৰাকী গোসাঁনী লম্ভিছিল, তেওঁৰ অবিবেকী আচৰণে এদিন হেজাৰ-বিজাৰ ইষ্ট-মিত্ৰ-বংশ-কুটুম্বৰ বলি লৈছিল। যিখন দেশত এগৰাকী গোসাঁনীক তুষ্ট কৰিবলৈ হাঁহ-পাৰ-ছাগলীৰহে প্ৰয়োজন আছিল তাৰ ঠাইত নৰৰক্ত পান কৰি গোসাঁনীৰ আমনি লাগি এদিন ভাগিয়াই গৈছিল। কেঁচাইখাঁতী আজি অৰ্ন্তদ্ধান, লুপ্ত।

মহন্ত নিৰ্য্যাতনৰ স্মৃতি তেতিয়াও জাজ্বল্যমান। মাত্ৰ কেইদিনমান পাৰ হৈছে। বৰৰজা ফুলেশ্বৰীৰ প্ৰসৱ-বেদনা উপস্থিত হ'ল। ৰজাঘৰীয়া বেজ-কবিৰাজ-জ্যোতিষী চাপি আহিল। নিজৰ নিজৰ কৰ্ত্তব্য আৰু দায়িত্ব পালন কৰিলে। এদিন পৰ্বতীয়া গোসাঁয়ে ভবিষ্যত-বাণী কৰিছিল ফুলে-শ্বৰীৰ পুত্ৰ সন্তানৰ মাতৃ হ'ব। সেই পুত্ৰ হ'ব ৰাজ-ৰাজেশ্বৰ। গুৰুৰ বচনত আশাবাদী হৈ উঠিছিল সৰ্গভা ফুলেশ্বৰী।

প্ৰসৱ-বেদনা বৃদ্ধি পাইছিল। বিষত চিৎকাৰ কৰি উঠিছিল। মনে মনে গোসাঁনীৰ-মন্ত্ৰ স্মৰণ কৰিছিল—গোসাঁনীয়ে কোনো সঁহাৰি জনোৱা নাছিল। গুৰুৱে মন্ত্ৰপূত জল দিছিল।

অস্তি গোদাবৰী তীৰে জম্ভলা নাম ৰাক্ষসী।
তস্যাঃ স্মৰণমাত্ৰেণ বিশল্যা গৰ্ভিণী ভবেৎ॥

কিন্তু কোনো ফল দিয়া নাছিল।

যিজন মহন্তই কৈছিল, ৰৰৰজাৰ গৰ্ভত এটি অকালকুষ্মাণ্ডই থিত লৈছে, তেওঁ আছিল মোৱামৰাৰ চতুৰ্ভুজদেৱ। চতুৰ্ভুজদেৱে এই ভৱিষ্যত-বাণী কৰাৰ পৰিণতি স্বৰূপে প্ৰাণদণ্ডৰ আজ্ঞা হৈছিল।

পৰ্বতীয়া গোসাঁয়ে চতুৰ্ভুজক চাউডাঙৰ হাতৰপৰা ৰক্ষা কৰিছিল।

মনে মনে মহন্তলৈ মনত পৰিল। ক্ষোভ আৰু বেদনাত জৰ্জৰিত ৰৰৰজাই এতিয়াও কোঁটিসাপৰদৰে ফণা মেলি উঠিব খোজে। কিন্তু শৰীৰ অৱশ, বিষ-বেদনাত ক্লান্ত। চকুৰ পানীৰে বাট নেদেখা হৈছে।

এদিন, দুদিনকৈ একৈশ দিন অকথনীয় যন্ত্ৰণা ভুঞ্জি ৰৰৰজাই চিৰ-বিদায় মাগিলে।

জন্ম হ'ল অকালকুষ্মাণ্ড। মোৱামৰা মহন্তৰ ভৱিষ্যত-বাণী সফল হ'ল।

দুদিনীয়া ক্ষমতা, দম্ভ আৰু অহঙ্কাৰ। মাটিত বিলীন হ'ল অনিন্দ্য-সুন্দৰ দেহ। বৈ গ'ল কৃত-কৰ্মৰ পৰিণতি। ঘূণে ধৰিলে ৰৰঘৰত; সেই ঘূণে অন্ত কৰিলে ৰৰঘৰৰ বিৰাট বৰচ'ৰা।

অকালকুষ্মাণ্ডই সদায়েই অমঙ্গলৰ আগলি বাতৰি দিয়ে। তেনে-এক অকালকুষ্মাণ্ডই ঠাই লৈছিল ফুলেশ্বৰীৰ গৰ্ভত। নাটনীৰপৰা ৰৰ-কুঁৱৰী হোৱা ফুলেশ্বৰীৰ মতি-গতি, কাম-কাজ, আদেশ-প্ৰত্যাদেশ নিয়-ন্ত্ৰণ কৰি সেই অকালকুষ্মাণ্ডই শেষ পৰিণতিৰ পিনে আগ বঢ়াই লৈ গৈছিল। এই পৰিণতি আছিল সুদূৰপ্ৰসাৰী, কালান্তক।

মৃত্যুৰ পূৰ্বে কাতৰ কণ্ঠে কৈ গ'ল, ৰজাই যেন দময়ন্তীক ৰাণী পাতে। ক্ষমতাই মৃত্যুকো জিনিব খোজে।

দময়ন্তীয়ে অম্বিকা নাম লৈ ৰাজপাটত বহিল। এটি পুত্ৰসন্তান জন্ম দিলে—নাম উগ্ৰসিংহ। উগ্ৰসিংহক তিপমীয়া ৰজা পাতিলে।

ফুলেশ্বৰীৰ মৃতদেহ চৰাইদেও দেওশালৰ দক্ষিণে মৈদাম দিলে। মৈদামৰ কাষতে দিজৈখনা নামৰ জানটোৰ উৎপত্তিস্থল। সেই মৈদামৰ-পৰা বহুত দিনলৈকে মাখি-পোক ওলাই দিজৈখনাইদি উটি গৈছিল। সেয়েহে মহন্তলোকে দিজৈ-দৰিকা-লাওজানৰ পানী নেখায়।

বহুত দিনলৈকে মানুহে শুনিছিল মৈদামত কোনোবাই বৈ বৈ কান্দে আৰু উটি আহে নাৰীকণ্ঠৰ করুণ আৰ্ত্তনাদ। আঁউসী-একাদশী ৰাতিৰ নিবিড় তমসাচ্ছন্ন পৰিবেশে শ্ৰোতাৰ বুকুত কঁপনি তোলে। গোসাঁনী নিঃসহায়, নিমাত, নিৰুত্তৰ।

---

# কৃষ্ণৰাম ভট্টাচাৰ্য্য, পৰ্বতীয়া গোসাঁই

পদ্মনাভ ভট্টাচাৰ্য্য মুকলিমুৰীয়া গোসাঁয়ে সবিশেষ জনাই কৃষ্ণৰাম ভট্টাচাৰ্য্যলৈ চিঠি লিখি দিলে। তাত লেখিলে, আহিলেই হয়, ৰজাঘৰীয়া মান-সম্ভ্ৰম, অৰ্থ-সম্পদ উভৈনদী হৈ আছে।

ছুঅঁৰা বৈছা, পাকৈত গুৰিয়াল লৈ টেপাই বৰাগী বৰ লুইতৰ বুকুৰেদি ভটীয়াই গ'ল। চপ্ চপ্ চপ্। ছুঅঁৰা বঠাব মধুৰ ছন্দ। লুইতৰ পানীত ঘনে ঘনে খুন্দা খাই গতি আৰু স্থিতিৰ পাৰ্থক্য বুজাই দিয়ে।

দেশ-বিদেশৰ বা-বাতৰি বুটলি আহি স্বৰ্গদেৱক যোগাবলৈ স্বৰ্গদেৱে নওঠা বৈৰাগীৰ খেল উলিযাইছিল। সন্যাসীৰ. বৈৰাগীৰ ভাও লৈ মানুহ যায়। বুদ্ধিত তীখৰ, সাহসত টিমক, সাত বিহুৰ সৈয়া কণী মানুহ বাছি উলিয়ায় বৈৰাগী বিষয়ৰ বাবে। টেপাই আছিল তেনে এক বৈৰাগী। দায়িত্ব গধুৰ। আগ বঢ়াই আনিবলৈ গৈছে এজন পুৰুষক—যাৰ ওচৰত ইন্দ্ৰবংশী স্বৰ্গদেৱে মূৰ দোঁৱাব। কিমান মহান সেই ব্যক্তি। নাৱৰ কুন্ধিত বহি, ধোঁৱাখোৱাত মুখ দি অনাগত দিন কেইটাৰ আগন্তুক ঘটনা আৰু পৰিণতিৰ কথা ভাবি যায়। নাৱৰ টিঙত বহি যোৱা গুৰিযালে ভাটীয়ালী সুৰত বৰগীত গাই টেপাইৰ কল্পনাৰ এনাজৰীডাল ছিণ্ডি দিয়ে।

নদীয়াৰ শিমলা গাঁৱৰ প্ৰভাকৰ (শোভাকৰ) ভট্টাচাৰ্য্যৰ ঘৰৰ কৃষ্ণৰামক আটায়ে চিনি পায়। অনুজ্জ্বল গৌৰবৰ্ণ, উন্নত কপাল, কুঞ্চিত কেশ। ডেকাকালতে তান্ত্ৰিক শাস্ত্ৰত পাৰ্গত হৈ উঠিছিল। মানুহে কয়, 'তেওঁ সাধনাত সিদ্ধি লাভ কৰিছিল। আই ভবানী আৰু কৃষ্ণৰামৰ একাত্মীয়তা গঢ় লৈ উঠিছিল। তাৰ বলত কৃষ্ণৰামে অনেক অলৌকিক কাম সাধন কৰিছিল। কৃষ্ণৰাম বাকসিদ্ধ আছিল।

কৃষ্ণৰাম টিঙৰামৰা ভট্টাচাৰ্য্য। এদিন পুখুৰীত নামি জপ কৰি থাকোঁতে কৃষ্ণৰামক এটা ধঁটীয়া শিঙৰা মাছে বিন্ধিলে। কৃষ্ণৰামৰ সাধনাত বিঘিনি ঘটিল। খঙতে একো নাই হৈ পুখুৰীটোত থকা আটাইবোৰ শিঙৰা মাছ শাপ দি মাৰি পেলালে। বাংলা ভাষাত শিঙৰা মাছক টেংৰা মাছ বোলে। সেয়েহে 'টেংৰামাৰা' অসমীয়া মানুহৰ মুখত টিঙৰামৰা হ'ল। এদিন

কৃষ্ণৰামৰ লগতে টেপাই বৈৰাগীয়ে টিঙৰামৰাৰ কাহিনীটোও অগৰকৈ লৈ আহিছিল।

গঙ্গাৰ অনতিদূৰত প্ৰভাকৰ ভট্টাচাৰ্য্যৰ ঘৰ। সলিসিয়ান টেপাই বৈৰাগী ওলালগৈ ভট্টাচাৰ্য্যৰ ঘৰত। পদ্মনাভৰ বিবৰণ মতে কৃষ্ণৰামক চিনি পাবলৈ সৰহ পৰ নেলাগিল। কপালত ৰক্তচন্দনৰ ৰেখা, টিকনিত ফুল, গাত উত্তৰীয়, কান্ধত উপবীত। পদ্মনাভ ভট্টাচাৰ্য্যৰ চিঠি উলিয়াই দিলে। চিঠি পঢ়ি কৃষ্ণৰাম ক্ষন্তেক পৰ তভক মাৰি ৰ'ল। নিমাত, নিস্তব্ধ। টেপাই উৎকণ্ঠিত, আশাবাদী।

টেপাইৰ আশাৰ মূৰত চেঁচা পানী ঢালি কৃষ্ণৰামে টেপাইৰ মুখলৈ চাই এটি নেতিবাচক সমিধান দিলে, 'যাব নোৱাৰিম।' কামৰূপ-অসম তন্ত্ৰ-মন্ত্ৰৰ দেশ, মন্ত্ৰ মাৰি মানুহক ভেঁৰা কৰিব পাৰে, এবাৰ এই দেশলৈ গলে, কোনো উলটি যাব নোৱাৰে। টেপাই বিপাঙত পৰিল। ৰাজ-কাৰ্য্য সাধন কৰিব নোৱৰাটো অতি দুখৰ কথা, ৰাজকীয় অপৰাধ। পদ্ম-নাভে চিঠিত ঐশ্বৰ্য্য-বিভূতি লাভৰ লোভ দেখুৱাইছিল, টেপায়ে তাতোকৈ আগ বাঢ়ি সকলো ক্ষমতা আৰু সম্পদৰ লোভ দেখুৱালে। যেনে-তেনে কৃষ্ণৰামক আনি স্বৰ্গদেৱৰ পদপ্ৰান্তত উপস্থিত কৰিব পাৰিলেই ৰক্ষা। টেপায়ে ক'লে, 'কামৰূপত কামাখ্যা গোসাঁনীৰ মন্দিৰ আছে। আপুনি ৰজাৰ খৰছত গৈ কামাখ্যা দৰ্শন কৰি অক্ষয় পুণ্য অৰ্জন কৰক। যদি আমাৰ দেশ, আমাৰ ৰজা আপোনাৰ মনোমত নহয়, কামাখ্যা দৰ্শনৰ পিছত উলটি আহিব। ৰজা ইন্দ্ৰবংশী, গো-ব্ৰাহ্মণক সততে শ্ৰদ্ধা কৰে। আপুনি প্ৰভূত ধন-সোণ লাভ কৰিব। টেপাইৰ কথা শুনি কৃষ্ণৰামে ক্ষন্তেক নীৰৱ হৈ সেইদিনালৈ টেপাইক বিদায় দিলে।

কৃষ্ণৰাম ভট্টাচাৰ্য্যই শাক্ত-মন্ত্ৰৰ দীক্ষা দি ৰাজগুৰু হোৱাৰ অপ্ৰ-ত্যাশিত আহ্বানৰ প্ৰতি পোনতে সঁহাৰি দিবলৈ ইচ্ছা কৰা নাছিল। পৰ্বতে-পাষাণে আগুৰা এক গভীৰ অৰণ্য প্ৰান্তৰত অৱস্থিত এই দেশ। প্ৰবল প্ৰতাপী মোগল শক্তি যাৰ হাতত নিৰ্য্যাতিত। ওঠৰজন অশ্বাৰোহী সৈন্যই লক্ষণসেনৰ ৰাজ্য বঙ্গদেশ জয় কৰি বিজয়ৰ বিপুল গৌৰৱ আৰ্জন কৰিছিল আৰু মোগল-পাঠানৰ শক্তিশালী আক্ৰমণ সোতৰবাৰ ওফৰাই পঠাই অসীম পৰাক্ৰম প্ৰদৰ্শন কৰিছিল এই দেশৰ ৰজাই, প্ৰজাই। দিনত ধনু-কাঁড় লৈ যুদ্ধ কৰা মানুহ সৈন্যবোৰ ৰাতি হ'লে দৈত্য-দানৱ হৈ শত্ৰু-পক্ষক নিপীড়ন কৰে। যোগিনীতন্ত্ৰ নামৰ শাস্ত্ৰখনত এই দেশৰ ধৰ্ম আৰু ধৰ্মাচৰণৰ যিবোৰ কথা আছে, শুনিলে গাৰ নোম শিয়ঁৰি উঠে। কৃষ্ণৰামৰ মন কোঁচ খাই আহিল।

টেপাই বৈৰাগীৰ দোপাকী-তেপাকী কথাৰ পাকত পৰি এদিন কৃষ্ণ-ৰাম অসমলৈ আহিবলৈ টালি-টোপোলা বান্ধি ওলাল। নদীয়াৰপৰা নাও উজাবলৈ ধৰিলে। দুমাহৰ মূৰত বাৰিষাৰ আগে আগে আহি টেপাই আৰু কৃষ্ণৰামৰ দল হাদিৰাচকী পাৰ হৈ অসম সোমাল। ৰুদ্ৰসিংহ স্বৰ্গদেও বঙ্গ-বিজয়ৰ অভিযানত গৈ গুৱাহাটীত বাহৰ পাতি আছিল। সেই সময়তে কৃষ্ণৰামো আহি গুৱাহাটী পালেহি।

কথাচলাহী টেপাই বৈৰাগীয়ে কৃষ্ণৰামক স্বৰ্গদেৱৰ আগত ভেটাই নিজে একাষৰীয়া হৈ থিয় দি ৰ'ল। ৰুদ্ৰসিংহ স্বৰ্গদেৱে অপলক নেত্ৰে, বিস্ময়বিস্মৃত চাৱনিৰে কৃষ্ণৰামলৈ চাই থাকি একো কথা নক'লে। সকলো আচৰিত হ'ল। স্বৰ্গদেৱে মাত্ৰ ক'লে, 'ভট্টাচাৰ্য্যক নীলাচলৰ বাহৰত যথাযোগ্য অভ্যৰ্থনাৰে আপ্যায়িত কৰা হওঁক।'

স্বৰ্গদেও প্ৰতাপসিংহই আহোম কটকী গুচাই সাতজন ব্ৰাহ্মণ কটকী নিয়োগ কৰিছিল। তাৰে এঘৰ টেপাই কটকীৰ ঘৰ। টেপাই কটকীয়ে চোৰাংচোৰা কামত পাৰ্গতালি দেখুৱাই স্বৰ্গদেৱক সন্তোষ দি বৈৰাগী বাব পাইছিল। সুদূৰ নদীয়াৰপৰা কৃষ্ণৰামক আনি টেপাই বৈৰাগীয়ে অধিক দক্ষতা প্ৰদৰ্শন কৰিছিল।

পদ্মনাভ ভট্টাচাৰ্য্যই কৃষ্ণৰামৰ শ্ৰী-চেহেৰা, গুণ-গৰিমাৰ কথা যিদৰে পঞ্চমুখে প্ৰশংসা কৰিছিল, ৰুদ্ৰসিংহ স্বৰ্গদেৱে তাত একো অভিনৱত্ব দেখা নেপালে। এই দেশৰ ব্ৰাহ্মণসকল তেওঁৰ প্ৰজা। প্ৰজাৰ ওচৰত মূৰ দোঁৱাই দীক্ষা-মন্ত্ৰ গ্ৰহণ কৰিলে স্বৰ্গদেৱৰ সন্মান ৰ'ব কেনেকৈ? সেয়েহে বিচাৰিছিল শাস্ত্ৰপাৰগ এজন সিদ্ধপুৰুষ। বিদেশৰ এই ভট্টাচাৰ্য্যৰ গাতো ৰুদ্ৰসিংহই কোনো বৈচিত্ৰ্য দেখা নেপালে। দ্বিতীয়দিনাই সিদ্ধান্ত কৰিলে, কৃষ্ণৰাম দীক্ষা-মন্ত্ৰ দানৰ অৰ্থে যোগ্য নহয়। আত্মাভিমানী ৰজাই শেষ মহৰ্ত্তত নত শিৰ উন্নত কৰি অবিচলিত হৈ ৰ'ল।

স্বৰ্গদেৱৰ সিদ্ধান্তৰ কথা জানি কৃষ্ণৰাম অত্যন্ত ক্ষুব্ধ হ'ল। তেওঁ ভটীয়াই যাবলৈ সিদ্ধান্ত কৰিলে। পৰিস্থিতিৰ এই অভাৱনীয় পৰিৱৰ্ত্তন দেখি অসন্তুষ্ট হ'ল পদ্মনাভ ভট্টাচাৰ্য্য আৰু টেপাই বৈৰাগী। পদ্মনাভৰ আলমত অনেক ব্ৰাহ্মণ কৃষ্ণৰামৰ ওচৰত দীক্ষা লবলৈ আগ বাঢ়ি আহি-ছিল কিন্তু ৰজাৰ সিদ্ধান্ত দেখি থতমত খাই ৰৈ গ'ল।

মানুহৰ দুচকুৰ আঁৰত নীৰৱে ৰৈ নিয়তিয়ে ভাগ্য নিয়ন্ত্ৰণ কৰে-ব্যক্তিৰ, ৰজাৰ, ৰাজ্যৰ। ৰাজ্যত হঠাতে নৈসৰ্গিক অঘটন ঘটিল। তিনি-দিন জুৰি ভূমিকম্প গ'ল, ধুমুহা-ঢেৰেকনিৰে প্ৰবল বৰষুণ হ'ল। বান-

পানীযে বৰ লুইতৰ দুয়োপাৰ উপচি পৰিল। পদ্মনাভ-টেপাইৰ লিচিনা মানুহে স্বৰ্গদেৱক ক'লে, 'কৃষ্ণৰাম গোসাঁনীৰ নৈষ্ঠিক সাধক। নিমন্ত্রণ কৰি আনি তেওঁক উপেক্ষা কৰাত সাক্ষাৎ গোসাঁনী বিতুষ্ট হৈ দেশত অঘটন ঘটাইছে।' দেওধাই-বাইলুঙে ক'লে, 'ইন্দ্ৰবংশী স্বৰ্গদেৱে বিদেশী ভট্টাচাৰ্য্যত শৰণ লবলৈ মাতি অনা বাবে চোমদেও-চেংদেও বিতুষ্ট হৈ ৰাজ্যত অঘটন ঘটাইছে।' দেওধাই-বাইলুঙে ৰজাক পতিয়ন নিয়াব নোৱাৰিলে। স্বৰ্গদেৱে কৃষ্ণৰাম ভট্টাচাৰ্য্যক পুনৰ মতাই আনি ব্ৰাহ্মণসকলক দীক্ষা লবলৈ আদেশ দিলে আৰু শিৱসিংহ, প্ৰমত্তসিংহ আৰু মোহনমালাক কৃষ্ণৰামৰপৰা মন্ত্ৰ লবলৈ অনুমতি দিলে।'

মৰ্মান্তিক বেদনাত দেওধাই পণ্ডিতে ঘোষণা কৰিলে,

"কি কাং কি হাং কি হামুকা
তু কিং কিং ৰু মান তা
ৰাং খান্ চং পিক ত্তই হাং কা"।

"গড়ুৰৰ চকু দুটা কাউৰীয়ে খুটি খালে! পাখি ছিগি সাগৰত পৰিল। নঠামুৰা গাৰু সিনো আৰু কি কৰিব?

এই অভিশাপ আছিল-বেদনাৰ, বিষাদৰ। স্বধৰ্মত থাকি নিধনেই শ্ৰেয়ঃ বুলি ভৰা প্ৰজাৰ ৰজাই ধৰ্ম সলনি কৰাৰ উপক্ৰম দেখি গোড়া পুৰোহিত শ্ৰেণী বিদ্ৰোহী হৈ উঠিছিল।

ৰুদ্ৰসিংহই নীলাচল পৰ্বতত এজোপা কণিবিহৰ পুলি ৰুই নিজে সংসাৰৰ হাত সাৰি গ'ল।

শিৱসিংহ ৰাজপাটত উঠিল। কৃষ্ণৰাম ভট্টাচাৰ্য্যই শিৱসিংহক দীক্ষা মন্ত্ৰ দি লাভ কৰিলে কামৰূপ ৰাজ্যৰ অৰ্দ্ধেক ভূমি, অক্ষয় ধন-সোণ। আনপিনে ৰজাৰ বংশ অনাৰ্য্য হিন্দু বুলি মুখেৰে মন্ত্ৰ নিদি বেলপাতত লিখি টেমাত ভৰাই লিটিকাইৰ হতুৱাই মন্ত্ৰ দিয়ালে। শিৱসিংহ দীক্ষিত হ'ল; শিক্ষিত নহ'ল। ৰজাক কৌশলেৰে বুজাই দিলে, আহোমৰ চেং-দেও আৰু গোসাঁনী একে।

নীলাচল পৰ্বতত বাস কৰা কৃষ্ণৰাম পৰ্বতীয়া গোসাঁই নামেৰে অভিহিত হ'ল। অসমৰ ধৰ্ম-সামাজিক জীৱনত পৰ্বতীয়া, মুকলিমুৰীয়া আৰু পছমৰীয়া এই তিনিঘৰ পথালিফোঁটা গোসাঁই বৰঙনিয়ে সৃষ্টিতকৈ ধ্বংসৰ সূচনা কৰিলে অধিক।

কৃষ্ণৰামে কেৱল ধৰ্মনৈতিক দীক্ষাই দিয়া নাছিল, ৰজা-ৰাণীক শিষ্য পাতি ৰাজনীতিৰ বাৰজৰী আঁজুৰিবলৈকো হাত মেলিছিল। ৰবৰজা

কুলেশ্বৰীৰ ইহকাল-পৰকালৰ গৰাকী হৈ উঠিছিল। কৃষ্ণৰামৰ অদৃশ্য হাতে মোৱামৰীয়া বিদ্ৰোহীক যে হাত-বাউলি দি মাতিছিল, তাৰো সাক্ষী বুৰঞ্জীৰ পাতত এৰি থৈ গৈছে।

লক্ষ্মীসিংহ কোঁৱৰালি কালত ৰাজকাৰেঙত নিতান্তই অনাদৃত আছিল। চিৰী-চেহেৰা আছিল অনাকৰ্ষণীয়, একান্ত সাধাৰণ। বিদ্যা-শিক্ষা কৰিছিল ৰমানন্দ আচাৰ্য্যৰ টোলত। ৰমানন্দৰ আচল ঘৰ মাজুলিৰ পহুমৰা চাপৰিত। ৰাজেশ্বৰসিংহৰ ৰাজত্বকালতে লক্ষ্মীসিংহই পৰ্বতীয়া গোঁসাইৰ দীক্ষা-মন্ত্ৰ লবলৈ ইচ্ছা কৰি হবিষে আছিল। এদিন নহয়, দুদিন। পৰ্বতীয়া গোসাঁয়ে ৰাজকোঁৱৰক বিমুখ কৰি দীক্ষা-মন্ত্ৰ নিদিলে, কাৰণ, ৰুদ্ৰসিংহ স্বৰ্গদেৱে এদিন কলীয়া কালশিলীয়া গোহঁাইক ধেমালিতে কৈছিল, "এইটো কলীয়া মোৰ ফালৰ নহয়নেকি?" পৰ্বতীয়া গোসাঁয়েও ৰাজ-কাৰেঙৰ ৰজা-কুঁৱৰীৰ লগত শাৰী পোনাই লক্ষ্মীসিংহক চৰম অপমান দি উপেক্ষা কৰিছিল। এই অপমানত ক্ষুণ্ণ আৰু জৰ্জৰিত হৈ লক্ষ্মী-সিংহই, পঢ়াশলীয়া অধ্যাপক ৰমানন্দক গুৰু মানি শিৱমন্ত্ৰত দীক্ষিত হৈছিল।

পৰ্বতীয়া গোসাঁইৰ ৰাজনীতিৰ দূৰদৰ্শিতাই আত্ম-প্ৰৱঞ্চনা কৰিছিল। তেওঁ আশা কৰিছিল, ৰাজেশ্বৰসিংহৰ মৃত্যুৰ পিছত তেওঁৰ পুতেক সুদ-ৰ্শন, ৰাজযোগ্য চাৰুসিংহ কোঁৱৰ ৰাজপাটত বহিব। পৈতৃক সূত্ৰে চাৰু-সিংহ পৰ্বতীয়া গোসাঁইৰ শিষ্য হ'ব আৰু তেওঁ অকণ্টকা গুৰুৰ আসন অধিকাৰ কৰি থাকিব। কিন্তু প্ৰবল প্ৰতাপী বৰবৰুৱা কীৰ্ত্তিচন্দ্ৰৰ প্ৰভা-ৱত 'কলীয়া বাঘ' লক্ষ্মীসিংহ সিংহাসনত বহিল। পৰ্বতীয়া গোসাঁইক স্তম্ভিত কৰি লক্ষ্মীসিংহই ৰমানন্দ আচাৰ্য্যক ন-গোসাঁই নাম দি ৰাজগুৰু পাতি মান-মৰ্য্যাদা, মাটি-বৃত্তি উপচাই দিলে। ৰাজগুৰুৰ আসনৰপৰা অপ-সাৰিত হৈ পৰ্বতীয়া গোসাঁই খং, ক্ষোভ আৰু অপমানত জৰ্জৰিত হ'ল। ঈৰ্ষাৰ দাবানলে দহি-পুৰি হতাশ কৰিলে। পহুমৰা চাপৰিৰ টোলৰ অধ্যা-পক ৰমানন্দক ৰাজগুৰু পাতি সৰ্বশ্ৰেষ্ঠ আসন দিয়াত পৰ্বতীয়া গোসাঁইৰ লগতে ক্ষুব্ধ হৈ উঠিছিল আউনীআটি, বেঙেনাআটি, দক্ষিণপাট, কুৰুৱা-বাহী, গড়মূৰ আদি সত্ৰসমূহ। এইসকলৰ বুকুতো জ্বলিছিল ঈৰ্ষাৰৰ অনল আৰু তাত দগ্ধ হৈছিল ৰাজসিংহাসন। ৰাজগুৰু পদৰ লোভ আৰু বাসনাই ৰজাঘৰকো জোকাৰি পেলাইছিল।

ন-গোসাঁই নামটো পূৰণি গোসাঁয়ে ইতিকিংসূচক ভাবে ব্যৱহাৰ কৰিছিল। এই কথা স্বৰ্গদেৱক জনোৱাত স্বৰ্গদেৱে ন-গোসাঁই নাম গুচাই

পঞ্চনৰা চাপৰিৰ নামেৰে পঞ্চনৰীয়া গোসাঁই নাম দিলে। পঞ্চনৰীয়া ৰৱ-জনা গোসাঁই গঙ্গাবল্লভদেৱক বিদিনা গৌৰীবল্লভ দেৱালয় পৰ্কীকে সকাই দেৱোত্তৰ-ব্ৰহ্মোত্তৰসহ তামৰ ফলি কৰি দিলে, সেইদিনা পৰ্বতীয়া গোসাঁই ঈৰ্ষাত ডেই-পুৰি মৰিছিল আৰু লক্ষ্মীসিংহৰ ওপৰত প্ৰতিশোধ লবলৈ সুযোগসন্ধানী দৃষ্টিৰে অপেক্ষা কৰিছিল।

মন গোহঁাই অৰ্থাৎ মোহনমালা গোহঁাই পৰ্বতীয়া গোসাঁইৰ শিষ্য আছিল। সেই মোহনমালা গোহাঁয়ে মোৱামৰীয়া বিদ্ৰোহী দলৰ নেতৃত্ব দিছিল। তাত সহযোগিতা কৰিছিল আন দুজন শিষ্য চাৰুসিংহ আৰু ৰত্নেশ্বৰে। মোৱামৰীয়াই ৰংপুৰ অধিকাৰ কৰি আউনীআটি, বেঙেনাআটি আদি সত্ৰকে ধৰি সকলো বামুণীয়া-ঠাকুৰীয়া গোসাঁই-মহন্তক ৮০০০, ৪০০০, ২০০০ টকাকৈ অৰ্থদণ্ড কৰি 'সবাৰো নাম জয়হৰি' বুলি নতুনকৈ শৰণ দিছিল কিন্তু সেই সময়ত জয়সাগৰৰ পাৰত থকা দেৱীঘৰৰ কাষৰ ঘৰত পৰ্বতীয়া গোসাঁই নিৰ্বিঘ্নে অথচ সসম্মানে আছিল। যদিহে এই বিদ্ৰোহৰ অন্যতম কাৰণ শাক্ত-বৈষ্ণৱৰ সংঘৰ্ষ, তেনেহলে এই ৰহস্যজনক সহৰস্থানৰ ভিত্তি ক'ত?

পৰ্বতীয়া গোসাঁইৰ সুচনিত ফুলেশ্বৰীয়ে অসমৰ প্ৰাচীন পূজা-পদ্ধতি উচ্ছেদ কৰি ৰঘুনন্দনৰ স্মৃতি অনুসৰি নতুন পদ্ধতি চলাবলৈ সকলো মঠ-মন্দিৰৰ মূৰ্ত্তিসমূহ অনাই সোণাৰি নৈৰ বাহৰত ব্ৰহ্মপুত্ৰত পেলালে। 'দুৰ্গাৰ্চনমঞ্জৰী' নামে পুথি ৰচনা কৰি কামাখ্যাৰ পূজা-পদ্ধতি সলালে। নতুন পূজা-পদ্ধতি মতে কাম চলাবলৈ পাঁচহেজাৰ ব্ৰাহ্মণক শাক্তপন্থত দীক্ষিত কৰি ৰজাঘৰৰ হতুৱাই ব্ৰহ্মোত্তৰ দিয়ালে। ৰজাৰ গুৰু হলেও শিষ্যবহুল ঠাকুৰীয়া মহন্তসকলৰ সমকক্ষ হ'ব পৰা নাছিল। সেয়েহে ঠাকুৰীয়া মহন্ত-সকলক মূৰ্ত্তি, পূজাৰী দি তান্ত্ৰিক মতে পূজা কৰিবলৈ বাধ্য কৰোৱাই-ছিল। ফুলেশ্বৰী কুঁৱৰীৰ মহন্ত নিৰ্য্যাতনৰ সন্মুখত পৰ্বতীয়া গোসাঁই উপস্থিত থাকি বিকৃত আনন্দ উপভোগ কৰিছিল। থলুৱা ধৰ্ম-সংস্কৃতিক উচ্ছেদ কৰি নিজা আদৰ্শৰে ৰঘুমলা হৈ ছাটি ধৰাৰ প্ৰচেষ্টা কৃষ্ণৰামে অষ্টাদশ শতাব্দীতে আৰম্ভ কৰিছিল।

পৰ্বতীয়া গোসাঁই অসমৰ আকাশত অমঙ্গলীয়া ধুমকেতুৰেই নহয় সমাজতো বিচ্ছিন্নতাকামী বীজ সিঁচি দিছিল। স্মাৰ্ত্ত আৰু প্ৰাচীনপন্থী বুলি ব্ৰাহ্মণক দুভাগে বিভক্ত কৰিছিল। ব্ৰাহ্মণ-শূদ্ৰৰ ব্যৱধান বহলাই নি মঙ্গোলীয় বংশোদ্ভৱ লোকসকলক অন্ত্যজ শাৰীৰ অৰ্ন্তভুক্ত কৰিছিল। বৈষ্ণৱ সকলক নিৰ্য্যাতিত কৰি ঘৃণা আৰু বিতৃষ্ণা বৃদ্ধি কৰিছিল। শিষ্য-

সংখ্যা বৃদ্ধি কৰিবলৈ ৰাজবিষয়াসকলৰ মাজতো ভেদভাবৰ কঠীয়া পাৰিছিল।

ৰৰৰজা ফুলেশ্বৰীৰ আমোলতে পৰ্বতীয়া গোসাঁয়ে অতুল ঐশ্বৰ্য্য আহৰণ কৰি ভৰানাৰত নদীয়ালৈ পঠিয়াইছিল। অজস্ৰ সম্পত্তি আৰু অৰ্দ্ধ-ৰাজ্য লাভ কৰিলেও কৃষ্ণৰামে পিতৃভূমিৰ আকৰ্ষণ এৰিব পৰা নাছিল। ৰজাঘৰৰ ভাত খালেও নদীয়াৰ মাতহে মাতিছিল। কূটনীতিৰে ৰজাঘৰৰ বৰচ'ৰাত আউল লগাবলৈ সুৰুঙা বিচাৰি ফুৰিছিল।

ফুলেশ্বৰী কুঁৱৰীক পুত্ৰ সন্তান লাভৰ আশা দি দান-দক্ষিণা সৰ-কালেও জন্ম হ'ল এটি অকালকুষ্মাণ্ড আৰু অকথনীয় কষ্ট ভুগি মৃত্যু হ'ল ৰৰৰজাৰ। ভনীয়েক দ্ৰৌপদীক অম্বিকা নাম দি ৰৰৰজা পাতি শিৱ-সিংহ ক্ষান্ত হ'ল। জন্ম হ'ল এটি পুত্ৰসন্তান। নাম থলে উগ্ৰসিংহ। পানী-কেচুৱা অৱস্থাতেই বাব দিলে তিপমীয়া ৰজাৰ।

ৰুদ্ৰসিংহ স্বৰ্গদেৱে পাঁচোজন পুতেকক জ্যেষ্ঠানুসাৰে ৰজা হবলৈ অন্তিম আদেশ দি গৈছিল। শিৱসিংহৰ মৃত্যুৰ পিছত প্ৰমত্তসিংহ স্বাভা-ৱিকতে ৰজা হ'ব লাগিছিল। শিৱসিংহৰ মৃত্যুৰ পিছত উগ্ৰসিংহ তিপাম ৰজাই ৰজা হ'বলৈ উপক্ৰম কৰিছিল। এই কাৰ্য্যত সহায়তা কৰিছিল মোমায়েক হৰিনাথ কালুগঞা বৰপাত্ৰ, দিহিঙ্গীয়া বৰগোহাঁই আৰু নাও-বৈচা ফুকনে। ফুলেশ্বৰীৰ ভায়েক হৰিনাথে পৰ্বতীয়া গোসাঁইৰ সমৰ্থন লাভ কৰিবলৈ সক্ষম হৈছিল। ৰাজকাৰেঙৰ ভিতৰুৱাল লিগিৰা আৰু বা-বিষয়া জনচেৰেকৰ সমৰ্থনত তিপাম ৰজাই যো-জা কৰা দেখি পুখুৰী-পৰীয়া চেংমুন বুঢ়াগোহাঁয়ে ক'লে, 'হেৰ' ৰজাৰ ভাই ৰজা আছে। ৰজাৰ পো ৰজা আছে। তইঁতে ৰজা নহে আন কোনোবা ৰজা হ'বনেকি? লিগিৰা লৰাই ৰজা পতা ক'ত দেখিছা? তিনিজনা ডাঙৰীয়া, ফুকন-বৰুৱা সমস্তে পাতিলেহে ৰজা হয়।' লিগিৰা লৰাৰ এই বিদ্ৰোহৰ ফিৰিঙতি নুমুৱাই চাৰিংৰজা প্ৰমত্তসিংহক ৰাজপাটত বহুৱালে।

প্ৰমত্তসিংহও পৰ্বতীয়া গোসাঁইৰ শিষ্য আছিল। ছৰছৰীয়া ৰাজস্বত প্ৰমত্তসিংহয়ো কৃষ্ণৰামক বিপুল অৰ্থ-সম্পত্তি দান কৰি অধিক ঐশ্বৰ্য্যশালী কৰি তুলিছিল। ইতিমধ্যে পুতেক ৰামানন্দ বিদ্যালঙ্কাৰ আহি পিতৃৰ আসনত অধিষ্ঠিত হবলৈ আখৰা কৰিছিলহি। প্ৰমত্তসিংহৰ এটি পুত্ৰ আছিল। নাম মলৌ। মলৌ তিপমীয়া ৰজা হৈছিল। প্ৰমত্তসিংহৰ মৃত্যুৰ পিছত ৰাজপাটত বহিবলৈ বিপুল বাসনা বুকুত বান্ধি পৰ্বতীয়া গোসাঁইৰ কাম

চাপিছিল। পৰ্বতীয়া গোসাঁয়ে সহায়-সমৰ্থন আগ বঢ়াইছিল। কীৰ্ত্তিচন্দ্ৰ বৰবৰুৱাৰ অসীম ক্ষমতাৰ আগত মলোৰ আশা নিষ্প্ৰভ হৈ তাপ মাৰি আছিল কিন্তু লক্ষ্মীসিংহৰ দিনত হোৱা কৌঁৱৰ-বিদ্ৰোহৰ সময়ত মলৌ তিপমীয়া গোহাঁইক ধনে-জনে সহায়তা কৰি কৃষ্ণৰাম ৰাজবিদ্ৰোহ অপ-ৰাধত অভিযুক্ত হৈছিল। ইয়াৰ আগতে লক্ষ্মীসিংহক বধ কৰি ভুধৰ গোহাঁ-ইক ৰজা পাতিব খোজা দ্ৰোহতো লিপ্ত হৈছিল। অতিষ্ঠ হৈ লক্ষ্মীসিংহই পৰ্বতীয়া গোসাঁইক বিদায় দি জয়সাগৰৰ পাৰৰপৰা খেদি পঠাইছিল। এই সময়ত মুকলিমূৰীয়া গোসাঁই, পৰ্বতীয়া গোসাঁই দুয়োঘৰেই পহুমৰীয়া গোসাঁইৰ বিৰুদ্ধে খৰ্গহস্ত হৈ উঠিছিল। লক্ষ্মীসিংহ আৰু পুতেক গৌৰী-নাথ দুয়োজনেই পহুমৰীয়া গোসাঁইৰ শিষ্য হোৱাত ৰাজ-অনুগ্ৰহৰপৰা বঞ্চিত হৈ মুকলিমূৰীয়া আৰু পৰ্বতীয়া গোসাঁয়ে ভিতৰি ষড়যন্ত্ৰত যোগ দিছিল। তাতে গদাধৰ পহুমৰীয়া গোসাঁয়ে গোচৰ দিয়াত গৌৰীনাথ সিংহই পৰ্বতীয়া গোসাঁইক জয়সাগৰৰপৰা খেদি পঠিয়ায়। সেই একে কাৰ-ণতে ৰামৰুদ্ৰ মুকলিমূৰীয়া গোসাঁয়ো ৰাজ্য এৰি গুচি গ'ল। অৱশ্যে পহুমৰীয়া-মুকলিমূৰীয়াৰ মাজত কাজিয়া তীব্ৰতৰ হৈ উঠিছিল। লক্ষ্মীসিংহ ৰাজপাটত বহি মোহনমালা আৰু ৰাজেশ্বৰসিংহৰ পুতেক চাৰুসিংহ আৰু ৰত্নেশ্বৰ গোহাঁইক নাময়পত মেলিলে কিন্তু প্ৰমত্তসিংহৰ পুতেকক লগতে ৰাখি তিপমীয়া মেল দিছিল। কৃষ্ণৰাম লক্ষ্মীসিংহৰ প্ৰতি ইমানেই ক্ষুব্ধ হৈ উঠিছিল যে লক্ষ্মীসিংহৰ বিৰুদ্ধে ষড়যন্ত্ৰ কৰিবলৈ তিপমীয়া গোহাঁইক উচটনি দি সহায় কৰিছিল। তদুপৰি আই-গোসাঁনীৰ আশীৰ্বাদ লাভ কৰি-বলৈ পূজা পাতলো কৰিছিল।

–'গোহাঁইদেউ, চিন্তা কৰিবৰ কাৰণ নাই। মই ঘৰতে জপ-হোম কৰি আই ভবানীক তুতি প্ৰাৰ্থনা কৰিছোঁ, মনোবাঞ্চা সিদ্ধি হ'ব।'

–'চাওক, সকলো ভাৰসাৰ মূল গোসাঁই ঈশ্বৰ আৰু ভদ্ৰসেন বৰবৰুৱা।

–গণকে লিখিছে, দেৱতাৰ শুভাশুভ চাইছোঁ, আষাৰ-শ্ৰাৱণত ডাঙৰ কাৰ্য্য দেখিধৰ মনেৰে। পাচে এই সময় গুচি শৰৎ কালৰ জল হেন নিৰ্মল হব, আৰু পৰম সন্তোষ পাব, সকল শত্ৰু ক্ষয় হ'ব।

ৰাজকাৰেঙৰ তলা-নলা জনা জনীচেৰেক লিগিৰীকো পৰ্বতীয়া গোসাঁই আৰু তেওঁৰ দলে হাত কৰি লৈছিল।

১৭৯৩ শকৰ শাওণ মাহত ভুধৰ গোহাঁইৰ বিদ্ৰোহৰ বাতৰি ধনাই লিগিৰাই গৌৰী কুঁৱৰীৰ মন্ত্ৰণা অনুসৰি কলিতা ফুকনক জনালে। কলিতা ফুকনে স্বৰ্গদেৱক জনালে।

ৰাজচ'ৰাৰ বিচাৰত দৃশমান মানুহ ধৰা পৰিল। পৰ্বতীয়া গোসাঁইৰ হাতৰ আখৰৰ অনেক লেখা পালে। তথাপি স্বৰ্গদেৱে বামুণ-গোসাঁই বুলি একো শাস্তি নিৰিছিলে—হয়তো শ্ৰদ্ধা কৰি, হয়তো ভয় কৰি।

ভতিজাক তিপমীয়া গোহাঁইক লক্ষ্মীসিংহই পুত্ৰবৎ স্নেহ কৰিছিল। পৰ্বতীয়া গোসাঁয়ে সেইজন তিপমীয়া গোহাঁইকো উচটনি দিছিল লক্ষ্মীসিংহক মাৰি ৰাজপাটত বহিবলৈ। এই ষড়যন্ত্ৰত সহায়তা কৰিছিল কাৰেঙৰ লিগিৰী ৰূপহী আৰু চান্দমতীয়ে। তামুলী লিগিৰী লংকলীও ধৰা পৰিছিল। তিপমীয়া গোহাঁয়ে লক্ষ্মীসিংহক হীৰা চেলেকাই মাৰিবলৈ লিগিৰীহঁতক বুধি দিছিল। তিপমীয়া গোহাঁইৰ লিগিৰী সহিতাই পদে-প্ৰমাণে, চিঠিয়ে-পত্ৰই বিদ্ৰোহৰ শুং-সূত্ৰ দিছিল। ধৰা পৰিছিল অনেক। তাৰে ভিতৰত আছিল পৰ্বতীয়া গোসাঁই। দুবছৰৰ আগতে ভুধৰ গোহাঁইৰ ষড়যন্ত্ৰত ধৰা পৰিছিল এই বিদেশী বামুণ। স্বৰ্গদেৱৰ শিথিলতাৰ সুযোগ লৈ ৰৰধৰৰ ভিতৰতে এইটি ফেটীগোম মেৰ পাতি বহিল। দ্বিতীয় বাৰ ৰাজদ্ৰোহত লিপ্ত থকাৰ প্ৰমাণ পাই স্বৰ্গদেৱে ক'লে,

'ই বিদেশী ব্ৰাহ্মণ, ইঠাইতে অনেক দিন আছে। পূৰ্বে ককাইদেউসকলে যিৰূপে শ্ৰেষ্টা-আদৰ কৰিছিল, ময়ো সেইৰূপে কোনো দ্ৰব্যখনিৰ খলিত নকৰি সেইৰূপ শ্ৰেষ্টা-আদৰ কৰি আছোঁ। সি তাকে খাই-পিন্ধি আমাৰ কুশল চিন্তি থাকিব পায়। তথাপি যে অনেক ডাঙৰীয়া, লৰা, কোঁৱৰ, ব্ৰাহ্মণ এনেলোকক তেওঁ মন্ত্ৰ দিয়ে, কথা হৈ আমাকো কোনো-খান কৰিবলৈ ইচ্ছা কৰে, দেশ-ৰাইজৰো মৰণক চিন্তে, এনে কথা কৰিব পাইনেকি? আগেয়ে বিদায় কৰিলত মই নুবুলিলোঁ, এতিয়া বিদায় দিছোঁ, যবলৈ যাওক। যদি থাকিব খোজে, মোৰ আন ব্ৰাহ্মণৰ দৰে পাতি থওঁ, সেইৰূপে থাকক।'

কৃষ্ণৰামে সেই কথাতে ঠেহ পাতি দেশলৈ ভটীয়াই যাওঁ বুলি দিখৌৰ ৰৰঘাটত নাৱত উঠিলগৈ।

লক্ষ্মীসিংহৰ মন কোমল। মোৱামৰীয়া বিদ্ৰোহৰ পিছত তেওঁ হৈছিল উদাস, নিৰ্বিকাৰ। আন কি কোঁৱৰ লোকনাথ বাৰ বছৰীয়া হ'লেই ৰজা পাতি নিজে অৱসৰ লোৱাৰ কথা ভাবিছিল। গতিকে কৃষ্ণৰামক আকৌ মতাই নি গজগজীয়া কৰিলে।

কৃষ্ণৰামে শিৱসিংহক গোসাঁনী-মন্ত্ৰ দিছিল। আৰু স্বৰ্গদেৱক বুজাইছিল, 'হিন্দুৰ গোসাঁনী আহোমৰ চেংদেৱৰ (আই-গোসাঁনী) সৈতে একে।

কৃষ্ণৰামৰ ধৰ্মনীতিত ৰাজনীতিৰ বীজ সোমাই আছিল। চেংদেও আৰু গোসাঁনী অভিন্ন বুলি প্ৰতিপন্ন কৰাত ভালেমান আহোম ডা-ডাঙৰীয়ায়ো শাক্ত গোসাঁনীৰ মন্ত্ৰ লৈছিল। লগে লগে নিজৰফলীয়া সমৰ্থক বঢ়াইছিল

পৰ্বতীয়া গোসাঁই আছিল তান্ত্ৰিক সাধক। সেই সাধনাৰে আহৰণ কৰিছিল যাদুকৰী শক্তি। এবাৰ হেনো অমাবস্যাৰ ৰাতি পূৰ্ণিমা বুলি কৈ এখন কাঁহী আকাশলৈ দলিয়াই পূৰ্ণিমাৰ জোন সৃষ্টি কৰিছিল।

কেন্দুকলায়ে এদিন কামাখ্যাৰ মন্দিৰত স্বয়ং ভগৱতীক নচুৱাই ৰজাক দেখুৱাইছিল। দীপলিপ গাভৰু ৰূপত স্বল্পাভৰণা ভগৱতীয়ে নৃত্য কৰিছিল। মূৰ্চ্ছনা আৰু পদছন্দত মুখৰিত হৈ উঠিছিল মন্দিৰৰ নাটমন্দিৰ। মুগ্ধ্যাৰ জলঙাইদি জুমি চাইছিল ৰজাই। দেহৰ ভাঁজে ভাঁজে কবিতাই সম্মোহনী বাণ মাৰিছিল। হঠাৎ সন্ত্ৰস্ত হৈ উঠিছিল ভগৱতী, উবুৰি খাই পৰিছিল লজ্জা আৰু ক্ষোভত।

পৰ্বতীয়া গোসাঁয়ে প্ৰচলন কৰিছিল কুমাৰী পূজাৰ। অক্ষতযোনী যুৱতী নাৰীয়ে মৰ্য্যাদা লাভ কৰিছিল আই গোসাঁনীৰ। তৃপ্ত হৈছিল অনেক অতৃপ্ত মন; যৌন ক্ষুধা।

নীলাচলৰ শংখ-ঘণ্টা মুখৰিত পৰিবেশে সন্তুষ্ট কৰিব পৰা নাছিল দুৰাকাংক্ষী কৃষ্ণৰামক। লক্ষ্মীসিংহ কলীয়া বাঘে কৃষ্ণৰামৰ মৰ্য্যাদা অৱনমিত কৰিছিল। অসহ্য আছিল এই অপমান। লক্ষ্মীসিংহক উচ্ছেদ কৰিবলৈ সুৰুঙা বিচাৰি ফুৰিছিল।

এদিন গম পাইছিল কামৰূপৰ চৌধাৰী হৰদত্তই বিদ্ৰোহৰ গোপন আয়োজন কৰিছে। অতি কৌশলেৰে শাক্ত-মন্ত্ৰত দীক্ষিত কৰি হৰদত্তক নিজৰ শিষ্য কৰিছিল। পৰ্বতীয়া গোসাঁইৰ সমৰ্থন লাভ কৰি হৰদত্ত বলীয়ান হৈ উঠিছিল। হৰদত্তই নামনিৰ সংগঠন সম্পূৰ্ণ কৰি ৰাজধানীত সিন্ধি দিবলৈ প্ৰয়াস পাইছিল। হৰদত্তৰ যোগেদি পৰ্বতীয়া গোসাঁয়ে শাক্তমন্ত্ৰৰ বিৰি এটা দি হৰনাথ ভিতৰুৱাল ফুকনকো দীক্ষিত কৰিছিল। ভিতৰুৱাল ফুকন, যি স্বৰ্গদেৱৰ সকলো ভিতৰুৱা কথাৰ অধিকৰ্তা। তেওঁক দীক্ষিত কৰি মাজ-তালুতে খোঁচ মাৰিব খুজিছিল যাতে ধৰণী ধৰিবলৈ ঠাই নেথাকে। আউনীআটিৰ সেৱক ভিতৰুৱাল ফুকনে শাক্ত-মন্ত্ৰ লৈ স্বৰ্গদেৱৰ বিৰুদ্ধে বিদ্ৰোহত যোগ দিয়াৰ অভিযোগ আনিলত ক'লে, 'ভট্টাচাৰ্য্যৰ মন্ত্ৰ গ্ৰহণ কৰা মাত্ৰ তিনিমাহ হৈছে। হৰদত্তই বিৰিত ভৰাই দিলেহি, পূজা-পাতল শিকা নাই।'

এয়া তিপনীয়া গোহাঁইৰ বিদ্ৰোহৰ সমসাময়িক।

স্বৰ্গদেও ৰুদ্ৰসিংহই যাক ইহকাল-পৰকালৰ চিন্তা কৰিবলৈ অনাই-ছিল, তেঁৱেই হৈ উঠিছিল তেওঁৰ পুতেকৰ বাবে মহাকাল, কালান্তক সৰ্প। লক্ষ্মীসিংহই শাক্তমন্ত্ৰ নলৈ শিৱমন্ত্ৰ লোৱাত গোসাঁনী বিতুষ্ট হৈছে দেশত বিভ্ৰাট ঘটাইছে বুলি ধাৰণা দিবলৈ প্ৰয়াস পাইছিল।

পৰ্বতীয়া গোসাঁইৰ ষড়যন্ত্ৰৰ মাত্ৰা ইমান বেছি হৈছিল যে এদিন তেওঁক ৰংনাথ দ'লৰ চ'ৰাত বন্দী কৰি থৈছিল। ক্ষুণ্ণ হৈছিল একালৰ ৰাজগুৰু, অসীম প্ৰতাপী গুৰু ঈশ্বৰ।

অতীষ্ঠ হৈ উঠিছিল স্বৰ্গদেও লক্ষ্মীসিংহ। এদিন বৰচ'ৰাৰ মেলত ডাঙৰীয়া, বিষয়া সকলোৰে সাক্ষাতত কোৱালে, 'এই ভট্টাচাৰ্য্য আৰু শিষ্য-প্ৰশিষ্যক্ৰমে যি ইয়াৰ মন্ত্ৰ লয়, সি আপোনাৰ পূৰ্বৰ যি গুৰুঘৰৰ ভকত এইবোৰবো দ্ৰোহী, মোৰো দ্ৰোহী, ৰাজবো দ্ৰোহী। তাৰ সপ্তম পুৰুষ নৰকত পৰিব, নিৰ্বংশী হ'ব, স্বৰ্গদেৱবো দ্ৰোহী হ'ব।'

স্বৰ্গদেৱে মেলৰ সমজুৱাক ক'লে, 'কোনে কি বোলে, বোলক।'

ডাঙৰীয়া তিনিজনা, বৰবৰুৱা, ফুকন-বৰুৱা, কাকতী-কটকী, গণক-দলৈ, সভাপণ্ডিত-পৰিচাৰক, দেওধাই-বাইলুং সকলোৱে হৰিধ্বনি কৰি সমস্বৰে ক'লে, 'এই ভট্টাচাৰ্য্যৰ যি মন্ত্ৰ লয়, সি দেশদ্ৰোহী, ৰজা-দ্ৰোহী আৰু ৰাইজদ্ৰোহী, লগতে গুৰুদ্ৰোহী আৰু ভকতদ্ৰোহী। তাৰ সাত-পুৰুষ নৰকত পৰিব।'

ভট্টাচাৰ্য্যৰ আচৰণ-বিচৰণৰ তিক্ততা সদৌৰে অসহ্য হৈ উঠিছিল।

নিজৰ নীতি জাপি দি অসমৰ ব্ৰাহ্মণসকলক স্মাৰ্ত্ত আৰু প্ৰাচীন দুটা ভাগত ভাগ কৰিছিল। শূদ্ৰিৰক অন্ত্যজ বুলি অস্পৃশ্য কৰিছিল। শঙ্কৰী বৈষ্ণৱ আদৰ্শত সমান হৈ যোৱা অসমীয়া সমাজখন ছিন্ন-ভিন্ন কৰি পেলাইছিল।

পৰ্বতীয়া গোসাঁইৰ আহিৰে অসমৰ মঠ-মন্দিৰত নতুনকৈ পূজা-সেৱা চলাবলৈ পাঁচ হেজাৰ ব্ৰাহ্মণক ৰজাঘৰৰপৰা মাটি-ভেটি, টকা-কড়ি দি আমৰ কলি দিয়াইছিল।

মোহনমালা গোহাঁই পৰ্বতীয়া গোসাঁইৰ অনুগত শিষ্য আছিল। মোহনমালা গোহাঁইকে ধৰি ভালেমান ৰা-বিষয়াই কীৰ্ত্তিচন্দ্ৰক সমূলি ভাল নেপাইছিল। ভাল নেপাইছিল পৰ্বতীয়া গোসাঁয়ে। কীৰ্ত্তিচন্দ্ৰ আছিল

অহঙ্কাৰী, আত্মসন্মানী আৰু আত্মপ্ৰতিষ্ঠ ক্ষমতাশালী ৰাজবিষয়া। যিদৰে বিতুষ্ট হৈছিল লক্ষ্মীসিংহৰ ওপৰত, সেইদৰেই পৰ্বতীয়া গোসাঁই ক্ৰুদ্ধ হৈ উঠিছিল তেওঁৰ নিষ্ঠাবান সমৰ্থক কীৰ্তিচন্দ্ৰৰ কাৰ্য্যকলাপত। কীৰ্তিচন্দ্ৰলৈ মৰা চোকা কাঁড়পাটে লক্ষ্মীসিংহকো বস্তাস্ত কৰি তুলিছিল। সেয়েহে দুবাৰকৈ ৰাজদ্ৰোহত পৰিছিল।

মোহনমালাৰ পুথাৱেক আছিল মোৱামৰীয়া গোসাঁইৰ শিচ। পৰ্বতীয়া গোসাঁই আছিল মোহনমালাৰ সমৰ্থক। বিদ্ৰোহৰ সময়ত অন্ততে, সসন্মানে আছিল। ৰহস্যৰ অন্ত ক'ত ?

পৰ্বতীয়া গোসাঁইৰ ধৰ্মনীতিয়ে পৰকালৰ উৎকৰ্ষ সাধন কৰাতকৈ ইহকালৰ জটিলতাহে বঢ়াইছিল। লক্ষ্মীসিংহক সমূলি সহ্য কৰিব পৰা নাছিল। গতিকে সকলো পিনৰপৰা চেপা দিবলৈ ষড়যন্ত্ৰ কৰিছিল। মোহনমালাক উচটনি দিছিল। ভূধৰ গোহাঁইৰ বিদ্ৰোহৰ আঁচনি আৰু ধন-বস্ত তেওঁৰ ঘৰত থবলৈ সুযোগ দিছিল। তিপমীয়া গোহাঁয়ে ৰাজ্য পাবলৈ মন্ত্ৰ কৰি যজ্ঞ পাতিছিল। কামৰূপৰ দুপ্দুৱাদ্ৰোহৰ নেতা হৰদত্তক দীক্ষিত কৰি লক্ষ্মীসিংহৰ বিৰুদ্ধে বিদ্ৰোহ কৰিবলৈ উচটনি দিয়েই ক্ষান্ত নাছিল, হৰদত্তৰ হতুৱাই বিৰিত মন্ত্ৰ ভৰাই হৰনাথ ভিতৰুৱাল ফুকনক দিয়াই তেওঁৰ যোগেদি বৰপাত্ৰগোহাঁইকো মন্ত্ৰ লবলৈ কোৱাইছিল। ৰজাৰ ৰাজ চৰাত জনচেৰেক বৰুৱীয়া বিষয়াক দীক্ষিত কৰি নিজৰ পক্ষলৈ আনি আভ্যন্তৰীণ বিদ্ৰোহ ঘটাবৰ বাবে কৃষ্ণৰামে ষড়যন্ত্ৰ কৰিছিল। এনেকৈ বাৰে বাৰে অভিযুক্ত হোৱাত লক্ষ্মীসিংহই ৰংনাথৰ চৰাত বন্দী কৰি থৈ আদেশ দিলে, 'এই বিদেশী ভট্টাচাৰ্য্যৰ যি মন্ত্ৰ লব, সি ৰাজদ্ৰোহ, গুৰু-দ্ৰোহ, ভকতদ্ৰোহ পাতকত পৰিব, সাতপুৰুষ নৰকত পৰিব। সিমানতো ক্ষান্ত নহৈ আদাবৰীয়া বৰবৰুৱাৰ যোগেদি গৌৰীনাথসিংহক শাক্ত-মন্ত্ৰ লবলৈ কোৱাই, বৰবৰুৱাক বিষয়-বাবৰপৰা বঞ্চিত কৰিছিল।

লক্ষ্মীসিংহৰ আমোলত বৰগোহাঁইৰ বিলতীয়া পাইকৰপৰা চোলাধৰা ফুকন পদলৈ উন্নীত হোৱা কেকেৰু কলিতা ফুকনো পৰ্বতীয়া গোসাঁইৰ শিষ্য হৈছিল আৰু শাক্ত-মন্ত্ৰ লবলৈ টানি ধৰিবৰ বাবে কলিতা ফুকনে বৰপাত্ৰ গোহাঁইৰ ওচৰলৈ কোচ়া ভট্টাচাৰ্য্যক পঠাইছিল। এদিন কলিতা ফুকনেও ৰজাঘৰলৈ হাত-দাঙি উঠিছিল। লক্ষ্মীসিংহ আৰু গৌৰীনাথসিংহৰ দিনত সংঘটিত মোৱামৰীয়া বিদ্ৰোহৰ সময়ত বিশ্বাসঘাতকতা কৰা বা নিষ্ক্ৰিয় হৈ থকা বিষয়াসকলৰ মনত পৰ্বতীয়া গোসাঁইৰ প্ৰত্যক্ষ কিম্বা পৰোক্ষ প্ৰভাৱ পৰিছিল।

পৰ্বতীয়া গোসাঁইৰ হস্তক্ষেপৰ পিছত অসমৰ সামাজিক-সাংস্কৃতিক জীৱনলৈ ভাঙোন আহিল। প্ৰাচীন ৰীতি-নীতিপুষ্ট, আহোমীয়া ধৰ্ম অনাদৰ, আওহেলাত মৰহি আহিবলৈ ধৰিলে। দেওধাই-বাইলুংসকলক পকা হিন্দু আহোমে আওহেলাৰ দৃষ্টিৰে চাবলৈ ধৰিলে। নিজৰ ভিতৰতে ফাঁট মেলিলে। বৈদিক ক্ৰিয়া-কাণ্ড নমনা নামসৰ্বস্ব বৈষ্ণৱসকলৰ প্ৰতি পৰ্বতীয়া গোসাঁইৰ আচৰণ আছিল একান্ত বিৰূপ। ফুলেশ্বৰীৰ হতুৱাই সেয়েহে জেওঁ লগাই-ছিল। পৰ্বতীয়া গোসাঁই প্ৰতিষ্ঠিত পূজা-পদ্ধতিৰে পূজা-সেৱা কৰিবলৈ পাঁচ হেজাৰ ব্ৰাহ্মণ নিযুক্তি হোৱা দেখি বহুতো বৈষ্ণৱ ব্ৰাহ্মণে পূৰ্বৰ পন্থা এৰি নতুনকৈ শাক্ত পন্থত প্ৰৱৰ্ত্তিত হ'ল। পৰ্বতীয়া গোসাঁইৰ প্ৰীতি-আৰু ৰাজ-অনুগ্ৰহৰ লোভত ইতিমধ্যে নৈষ্ঠিক বৈষ্ণৱ হোৱা সত্ৰ কিছুমানেও বৈষ্ণৱবিৰোধী ৰীতি-নীতি পালন কৰিবলৈ ধৰিলে। শ্ৰাদ্ধ-পিণ্ড আদি বামুণীয়া আচৰণৰদ্বাৰা নিজকে ব্ৰাহ্মণ্যসম বুলি প্ৰতিষ্ঠা কৰিবলৈ আখৰা কৰিলে আৰু সময়ত মহন্ত আখ্যা আঁৰত থৈ বঙলুৱা আহিৰে গোস্বামী ·বোলাবলৈ ধৰিলে। অসমৰ গোসাঁয়ে গোস্বামী উপাধি ধাৰণ কৰাটোও পৰ্বতীয়া গোসাঁইৰেই অৱদান। এই উপাধি ধাৰণৰ মনোভঙ্গিৰ আঁৰত সামাজিক বৈষম্যৰ বীজ আছিল।

পৰ্বতীয়া গোসাঁই গুৰু হ'ল – অসমৰ ৰজা-প্ৰজা উভয়ৰে। কিন্তু, অসমীয়া নহ'ল। ৰজাঘৰৰ অনুগ্ৰহ লাভ কৰিলে সঁচা, কিন্তু ৰজাকেই সামাজিকভাৱে অৱনমিত কৰি বেলপাতত মন্ত্ৰ দিলে। কামৰূপৰ অৰ্দ্ধেক ভূমি, অজস্ৰ ধন-সোণ লাভ কৰিলে সঁচা কিন্তু তাক নাওভৰা দি নদীয়ালৈহে লৈ গ'ল। পুত্ৰ-নাতি অনুক্ৰমে ৰজাঘৰত কূটনীতি আৰু ষড়যন্ত্ৰৰ বিহগুটি সিঁচি ঐক্য আৰু সংহতি বিনষ্ট কৰিলে। পদ্মনাভ ভট্টাচাৰ্য্য আৰু টেপাই বৈৰাগীও কোনোপধ্যেই কম দায়ী নহয়। দায়ী ৰুদ্ৰসিংহ স্বৰ্গদেও, শিৱ-সিংহ আৰু বৰৰজা ফুলেশ্বৰী কুঁৱৰী।

# তুংখুংজীয়া স্বৰ্গদেওসকল

জেৰেঙা পথাৰৰ বিৰিণা বনৰ মাজে মাজে সৰু সৰু ডোবাবোৰত খৰালি হ'লেই মাছ খাবলৈ হেজাৰ-বিজাৰ কণুৰা পৰে। আহল-বহল ডোবা-বোৰত যিলা হাঁহ, শৰালি হাঁহ, পাকৈচোৰাই কিৰিলিয়াই থাকে। স্বৰ্গ-দেৱে শেন মেলি ৰং চায়। সন্দিকৈৰ নিৰগুন বৰফুকন নিজেও আছিল ক্ৰীড়ামোদী। চ'বানাৰৰ টিঙত মগৰ নগাই নাৱৰ লাৰ-চাব শিকাই নাও-খেল উলিয়াই ৰুদ্ৰসিংহ স্বৰ্গদেৱক দেখুৱাই সন্তোষ দিছিল। এইজন বৰ-ফুকনেই শেন মেলি ৰং চাবলৈ স্বৰ্গদেৱক জনাই শেনচোৱা খেল পাতিছিল। শেনৰ প্ৰশিক্ষণ, চিকিৎসা, আহাৰ আদিৰ বিষয়ে পুথি লেখাইছিল।

তেতিয়াও ৰাজধানী গড়গাঁৱতে আছে। খৰালি শেন মেলি ৰং চাবলৈ স্বৰ্গদেও জেৰেঙা পথাৰৰ উত্তৰে থকা মেটেকা বাহৰলৈ আহে। কেতিয়াবা বৰঘাটেদি দিখৌ পাৰ হৈ হাতীত আহে, কেতিয়াবা মগৰী চৰা নাৱত উঠি ভাটিয়াই আহে। দিখৌৰ থিয় গৰা বগাই জীয়ৰী-বোৱাৰী পানী যুঁৱলিলৈ আহে-স্বৰ্গদেৱক হেঁপাহ পলুৱাই চাবলৈ। আগে-পিছে চৰীয়া পৰীয়াৰ বাৰেবুৰি নাও।

আহিনমহীয়া বালিমাহী চৰাই ওলালেই কৰ্চ্চন-কণুৰা জাক পাতি আহি জেৰেঙাৰ উৰুঙা বুকু ওপচাই পেলায়। হেজাৰ-বিজাৰ কণুৰা। কালুগাওঁ, মঠাডাং, মেটেকা, জোকতলী, ভটীয়াপাৰৰ মানুহে দেখে, ডাৱৰ এচমকা যেন হৈ জাক পাতি কণুৰা উৰে। কণুৰাৰ সংখ্যা বাঢ়িলেই বাতৰি গৈ স্বৰ্গদেৱৰ কাণত পৰেগৈ। ইপিনে শেনচোৱা গাঁৱৰ কাজুৱা শেনচোৱাই শেনক শিকাই-বুজাই সাজু কৰে। স্বৰ্গদেৱৰ ডাক পৰিলেই হাতত শেন লৈ বাউলি দিবলৈ ওলাই যায়। দিন থিৰ কৰি বৰবৰুৱাই স্বৰ্গদেৱক জনায়। স্বৰ্গদেৱে মন কৰিলেই ৰজাৰ টেকেলা গৈ গাঁৱে-ভূঞে বাতৰি দিয়ে। যথা সময়ত লোকে লোকাৰণ্য হয়। স্বৰ্গদেও হাতীত উঠি বনকৰা হাওদাত বহি শেন-মেলা চাবলৈ যায়। আবোৱান-ধৰাই হাতীৰ পিছ পিনে বহি আবোৱান ধৰি যায়।

ৰজাৰ মানুহ গৈ কণুৰাবোৰ উৰুৱাই দিয়ে। কেতিয়াবা দুজাঁই-তিনি জাঁই হিলৈ মাৰিলেই উচাপ খাই কণুৰাবোৰ আকাশলৈ উৰি বনাবলৈ

ধৰে। তেতিয়াই শেনচোৰাই গায়ে-মূৰে হাত ফুৰাই শেন মেলি দিয়ে। দুপাকমান ঘূৰি শেনে কণুৱা খেদি যায়। আকাশতে যুঁজ লাগি কণুৱা মাৰে। বুকু-ফলা কণুৱা তেজে তুমবলি হৈ মাটিত পৰেহি। দৰ্শকে হৰ্ষধ্বনি কৰে; শেনচোৰাৰ বুকু ফুলি উঠে— স্বৰ্গদেৱৰ বঁটা-বাহনৰ আশাত।

ৰূপহী পথাৰত মহ-যুঁজ হয়। টাকুৰীশিঙীয়া ম'হৰ কাপ-যুঁজ চাই স্বৰ্গদেৱে ৰং পায়। এদিন ৰূপহী পথাৰতে কাঠ-বাঁহেৰে দুমহলীয়াকৈ ৰংঘৰ সজালে। ৰংঘৰৰ বাকৰিত হাতী-যুঁজ, ম'হ-যুঁজ, হাতী-ম'হৰ যুঁজ, বাঘ-ঘোঁৰাৰ যুঁজ, বাঘ-ভালুকৰ যুঁজ, মেথন-গাহৰিৰ যুঁজ পাতে। গড়-গাঁৱৰপৰা আহ-যাহ কৰাতকৈ স্বৰ্গদেৱে মেটেকাৰ বাহৰতে নগৰ পাতিবলৈ স্থিৰ কৰি ৪২৩পুৰা ৩বিঘা ২কঠা ৮ লোচা মাটি জুৰি ওঠৰ হাত ওখকৈ গড় মৰায়। কোনোৱে কয়, ৰংনাথ শিৱৰ নামত উচৰ্গা কৰি নগৰৰ নাম থয় ৰংপুৰ। আহোম বুৰঞ্জীয়ে কয়, চে-মুন্ অৰ্থাৎ ৰঙৰ নগৰ, ৰংপুৰ। ১৬২১ শকৰ আঘোণৰ বাৰ দিন যাওঁতে সোমবাৰে নগৰ আৰম্ভ কৰিলে। ঘৰৰ লাইখুটা পুতিলে ১৬২৬ শকৰ আঘোণ মাহৰ সোতৰ দিন যাওঁতে শুক্ৰবাৰে। ইটাৰে পকীকৈ ঘৰ সাজিলে—বৰঘৰ, বৰবাটঘৰ, বৰমৰং, চাং-মাইশাল, বৰচ'ৰা—পাঁচোটা। ঘৰ সাজিবলৈ বাঢ়ৈ আনিছিল কোচবিহাৰৰ ঘনচাম খনিকৰ। তিনি বছৰৰ মূৰত ১৬২৯ শকৰ কাতিৰ সোতৰ দিন যাওঁতে শুক্ৰবাৰে স্বৰ্গদেৱে গৃহ-প্ৰৱেশ কৰিলে। দেওধাই-বাইলুঙে দেওবান মাৰি আশীৰ্বাদ দিলে। বিশ্বকৰ্মা কিমানৰ বাঢ়ৈ জগন্নাথৰ মূৰ্ত্তিয়েই চিন। ঘনচাম খনিকৰ কিমানৰ বাঢ়ৈ তাৰ চিন ওলাল। গৃহপ্ৰৱেশৰ বাৰ বছৰৰ পিছত ১৬৪১ শকৰ কাতিত পকীঘৰৰ ওপৰৰ চালৰ ইটা খহি পৰিল। কাঠৰ ৰুৱা-মাৰলিৰ ওপৰত ইটা পাৰি পকী কৰিছিল। এইবেলি ইটা গুচাই কাঠৰ ৰুৱা-মাৰলি দি শৰণ খেৰেৰে চালে।

ৰংপুৰ নগৰৰ বাহিৰ গড়ত তিনিখন দুৱাৰ—দক্ষিণে বৰদুৱাৰ অৰ্থাৎ মূল দুৱাৰ। পূবে পানীদুৱাৰ। এই দুৱাৰেদি ওলাই গৈ দিখৌত নাৱত উঠেগৈ। দিখৌৰ ঘাটটোৰ নামো পানী-দুৱাৰৰ ঘাট। বৰ দুৱাৰেদি ডা-ডাঙৰীয়া, চৰীয়া-পৰীয়া, লিগিৰা-লিকচৌ- নগৰলৈ অহা-যোৱা কৰে। অহৰ্নিশে চাউডাং-টেকেলাই দুৱাৰ ৰখি থাকে।

এদিন স্বৰ্গদেও ৰুদ্ৰসিংহই কাৰেঙৰ চালৰপৰা চাই দেখিলে নগৰত আৰু এখন দুৱাৰ লাগে। পশ্চিম ফালে ৰংঘৰৰ পোনে আৰু এখন পকী দুৱাৰ কৰালে। আগৰ খাৱৈত পকী ধোন্দ দিলে—১৬৫২ শকৰ পুহৰ দহ

দিন থাওঁতে, শুক্ৰবাৰে। সময় লাগিল দুমাহ। এইখন দুৱাৰ নতুনকৈ কৰালে বাবে নাম থলে ন-দুৱাৰ।

ৰাজগড়ৰ ভিতৰত নগৰৰ সোঁ-মাজত ভিতৰ গড়। ইয়াত ৰজাৰ কাৰেং, ৰাজভঁৰাল, অন্যান্য ৰাজকীয় সা-সম্পত্তি থাকে। ইয়াৰ চাৰিও-মেৰে ইটাৰ পকী বেৰ, দহ-বাৰ হাত ওখ। ইয়ালৈ সোমাবলৈকো তিনি-খন দুৱাৰ। বৰদুৱাৰৰ পোনে পোনে দঁৰিকা দুৱাৰ—ইয়াৰ অধ্যক্ষ চাওডাঙৰ কুকুৰাচোৱা বৰুৱা। এই দুৱাৰেদি স্বৰ্গদেও কাৰেঙলৈ অহা-যোৱা কৰে; ডা-ডাঙৰীয়াসকল ভিতৰ-মেললৈ যায় আৰু কাৰেঙত খাটিবলৈ বাব পোৱা লিগিৰা-লিকচৌ অহা-যোৱা কৰে। পুবৰ পিনৰ দুৱাৰখনৰ তিনিটা নাম–কালুগাওঁমুৱা হৈ ওলাব লাগে বুলি কালুগঞা দুৱাৰ, লিগিৰী আৰু ডা-ডাঙৰীয়াৰ ভাৰ্য্যাসকল অহা-যোৱা কৰে বুলি লিগিৰী দুৱাৰ আৰু ৰজাৰ টোলৰ মাটি-ঘৰৰ মানুহ ওলায়-সোমায় বুলি মাটিঘৰৰ দুৱাৰ বোলে। এই-পিনেই কুঁৱৰীসকলৰ থকাঘৰ। ন-দুৱাৰৰ পোনে থকা দুৱাৰখনক কমলা-বৰীয়া দুৱাৰ বা গোসাঁইঘৰীয়া দুৱাৰ বোলে। এই দুৱাৰেদি সোমাই গোসাঁই-সকলে পূজাঘৰৰ টুপত বহেগৈ। স্বৰ্গদেও ওলাই আহি যথাস্থানত বানতত বহিলে নিৰ্মালি দিয়ে।

বৰ দুৱাৰেদি সোমাই পোনতে বৰ বাটঘৰ। বৰ বাটঘৰত ভিতৰুৱাল বিষয়াসকল বহি পৰ দিয়ে অৰ্থাৎ কৰ্ত্তব্য কৰে। বৰ বাটঘৰ পাৰ হলেই বৰঘৰ –ইয়াতে বৰচ'ৰা বহে। বৰচ'ৰাত বৰবৰুৱাই দিনে-ৰাতিয়ে দায়িত্বত থাকে। ৰাতিপুৱা এপৰমান বেলিত ঘৰলৈ যায়। খোৱা-বোৱা গড়ৰ ভিতৰতে পালীঘৰত কৰে। বৰচ'ৰাত যথাসময়ত যথানিয়মে সকলো দায়িত্বশীল বিষয়া বহি কাম কৰে। কাকতী, কটকী, মজুন্দাৰ, খাওন্দ, বৰাগী আদিও বৰচ'ৰালৈ যায়। ৰাইজৰ গোচৰ আদি থাকিলে বৰদুৱাৰৰ মুখতে থকা বৰবৰুৱাৰ টেকেলাক জনাব লাগে। বৰবৰুৱাৰ টেকেলাই নি বৰবৰুৱাক ভেটালে বৰবৰুৱাই বিচাৰ কৰি প্ৰয়োজন হলে স্বৰ্গদেৱক ভেটায়। স্বৰ্গ-দেৱে নিজে সোধ কৰে বা বৰবৰুৱা আৰু ন্যায়সোধা ফুকনে সোধ কৰি, সিদ্ধান্ত কাকত কৰি স্বৰ্গদেৱক জনায়। এনে সোধ নিখুঁত কৰিবলৈ চৰীয়া-পৰীয় লগাই তথ্য সংগ্ৰহ কৰে। প্ৰয়োজন বোধ কৰিলে ডাঙৰীয়া তিনিজনক বহুৱাই সমূহীয়া পৰামৰ্শ লয়; শাস্তি বিহে।

বৰচ'ৰাতে বৰমেল বহে। বৰমেলত স্বৰ্গদেৱকে মুখ্য কৰি তিনিজনা ডাঙৰীয়া, বৰফুকন, বৰবৰুৱা, দাঁতিঅলীয়া গোহাঁই, ফুকন-বৰুৱা কাকতী, কটকী, দলৈ, সভাপণ্ডিত, হাজৰিকা, শইকীয়া, বৰা, নেওগ, আনকি,

ৰজাঘৰীয়া তিনিটা নাপিতো ৰবমেলত বহিব পাৰে। যুদ্ধ-বিগ্ৰহ, ৰাজ্যা-ভিষেক আদিৰ নিচিনা গুৰুত্বপূৰ্ণ বিষয়ৰ আলোচনা কৰিবলৈহে ৰবমেল বহে। ৰবমেলত যি কোনো বিষয়া-কৰ্মচাৰীয়েই মন মুকলিকৈ মত দাঙি ধৰিব পাৰে।

ডাঙৰীয়া তিনিজনাক ৰজাই শৰাইত তামোল-পাণ দি মতালেহে নগৰলৈ অৰ্থাৎ গড়ৰ ভিতৰলৈ আহে বা আহিব পাৰে। স্বৰ্গদেও ৰব-চ'ৰাত বহি কেতিয়াবা তাতে ডাঙৰীয়া তিনিজনাৰ লগত আলোচনা কৰে; পৰামৰ্শ লয়। গোপন বা অধিক গুৰুত্বপূৰ্ণ কথা পাতিবলৈ কেতিয়াবা কাৰেঙলৈকো নিয়ায়। এনে মেলক ভিতৰ-মেল বোলে। সাধাৰণতে ভিত-ৰুৱাল ফুকনে নগৰৰ সকলো কাম-কাজ আৰু প্ৰশাসনীয় দায়িত্ব পালন কৰে।

নগৰৰ ভিতৰুৱাল দায়িত্বত থকা বিষয়াসকলৰ বাবে ভিতৰ-গড়ৰ বাহিৰে নগৰৰ ভিতৰতে পালীঘৰ আছিল। বাকী বিষয়াসকলৰ বাবে নগৰৰ বাহিৰে উপকণ্ঠ অঞ্চলত বাস-ঘৰ (বহাঘৰ) আছিল। বিষয়-বাব থকালৈকে এই ঘৰত থাকিবলৈ পাইছিল। ঘৰৰ লগতে কেতবোৰ ৰাজ-কীয় সমলো ৰাজকীয় চিনসহ ব্যৱহাৰ কৰিবলৈ পাইছিল। লগুৱা-লিকচৌ হিচাপমতে পাইছিল।

স্বৰ্গদেও ৰুদ্ৰসিংহই মেটেকাত নগৰ পতাৰ দুবছৰৰ আগতে জয়-সাগৰ পুখুৰী উচৰ্গা কৰি পাৰত কেশৱৰাই বিষ্ণু, বৈদ্যনাথ শিৱৰ মন্দিৰ, দেৱীঘৰ আৰু শ্ৰীসূৰ্য্য, শ্ৰীগণেশৰ পূজা-ঘৰো নিৰ্মাণ কৰাইছিল। পিছত ৰংনাথ শিৱদ'ল, ফাকুযাত্ৰাৰ দ'ল নিৰ্মাণ কৰে। মানুহে কয়, ফাকুযাত্ৰাৰ দ'লৰ কাষতে সোণৰ প্ৰতিমা কৰাই মাতৃ জয়মতীৰ নামত এটি সৰু পকী মৈদামো বন্ধাইছিল।

ৰংপুৰ দিনক দিনে জাকত-জিলিকা হৈ উঠিছিল। প্ৰমত্তসিংহই পিতৃৰ হাবিয়াস পূৰণ কৰি পকীকৈ দুমহলীয়া ৰংঘৰ নিৰ্মাণ কৰাইছিল। ৰাজেশ্বৰসিংহই পুৰণি কাৰেঙৰ গাতে লগাই তলাতল ঘৰ সাতমহলীয়াকৈ সজাই কৃতিত্বৰ পৰিচয় দিছিল। লগতে সজাইছিল এটি সৰু পকী ৰংঘৰ আৰু হৰগৌৰী দেৱালয়। কীৰ্ত্তিচন্দ্ৰ বৰবৰুৱাই নিজকে অমৰ কৰিবলৈ দেৱালয়ৰ গাত এটি নিজৰ মূৰ্ত্তি খাঁজি দিছিল। পৰ্বতীয়া গোসাঁইৰ নাতি ঠাকুৰদাস ভট্টাচাৰ্য্যক সজাই দিছিল নাতিগোসাঁইৰ দ'ল। লক্ষ্মীসিংহ স্বৰ্গ-দেৱে পছৰীয়া গঙ্গাবল্লভ গোসাঁইক সজাই দিছিল গৌৰীবল্লভ দেৱালয়।

লক্ষ্মীসিংহৰ মাক ৰাজমাৱে নগৰৰ ভিতৰতে উত্তৰ-পূব কোণত ঈশানেশ্বৰ শিৱদ'ল নির্ম্মাণ কৰাইছিল। ৰৰ আলি, দুবৰিয়নি আলি, খৰিকটীয়া-আলি, মেটেকাৰ আলি, ৰবৰৰুৱা আলি, ধাই আলি আদি অনেক আলি-পদূলিয়ে ৰংপুৰ নগৰৰ লগত সংযোগ ৰক্ষা কৰিছিল।

সোণৰ সঁফুৰা ৰংপুৰ। ৰংপুৰৰ ঐশ্বৰ্য্য-বিভূতি দেখি চকু থৰ হৈছিল খনিকৰ যনচামৰ। যনচামে ৰৰ-দুৱাৰ সাজি তৈয়াৰ কৰি লৈছিল এখন মানচিত্ৰ। মানচিত্ৰত উল্লেখ আছিল ৰজাৰ অজগ্ৰ সম্পত্তি, মণি-মুক্তা আৰু সোণৰ ভঁৰালৰ কথা। শেনচকুৰা চোৰাংচোৱাৰ চকুত ধৰা পৰিছিল যনচামৰ ষড়যন্ত্ৰ। বন্দী হ'ল যনচাম। স্বৰ্গদেৱে বুজিলে বিদেশীক ৰৰৰৰ গৰকিবলৈ দিয়াৰ পৰিণতি কিমান ভয়াবহ, কিমান সুদূৰপ্ৰসাৰী।

জয়দ'লত বন্দী হৈ আছিল লক্ষ্মীসিংহ। তমসাচ্ছন্ন দ'লৰ ভিতৰত ক্ৰুদ্ধ সিংহৰ দৰে গুঁজৰিছিল কিন্তু নিৰস্ত্ৰ, নিৰালম্ব স্বৰ্গদেও। কেতিয়াবা হতাশাত জৰ্জৰিত হৈ চকুলো টুকিছিল। সোণৰ সাত খলপীয়া সিংহাসনত বহিবৰ সময়ত যাৰ ওচৰত প্ৰতিজন অসমীয়াই মূৰ দোঁৱাইছিল সেইজন স্বৰ্গদেও আজি বন্দী, একাকী।

তিনি মাহ পাৰ হ'ল। কি অসহ্য যন্ত্ৰণা। মনৰ কথা ক'বলৈ এটি মানুহ নাই, এটি প্ৰাণী নাই। বাল্যকালত ৰাজকাৰেঙত অনাদৃত ৰাজকোঁৱৰ কীৰ্ত্তিচন্দ্ৰ বৰবৰুৱাৰ সাহায্যত ৰজা হ'ল। ৰজা হৈ বন্দী হ'ল প্ৰজাৰ হাতত। বন্দীশালত দিছিল মাত্ৰ দুটা লিগিৰা মথন আৰু লাখৰ, চাংমাই গোমোথা, বেজ শূলপাণি, পূজাৰী বামুণ বিশ্বনাথ শৰ্মা।

মোৱামৰীয়াই জয়দ'লত বন্দী কৰি থোৱা স্বৰ্গদেৱক মাত লগাবলৈ আহিছিল ককায়েক মোহনমালা গোহাঁই। টপ্ টপ্‌কৈ চকুলো সৰিছিল দুয়োজনাৰে। পৰস্পৰে চাই আছিল নিৰ্বাক নিস্পন্দ হৈ। হাতত কটা-তামোল দি থোকা-থুকি মাতেৰে স্বৰ্গদেৱে কৈছিল, 'ককাইদেউ, তুমি ৰণত জয়ী হৈ আহিছা, তুমি ৰজা হোৱাঁ।'

–মই কি ৰজা হ'ম? আগেই ৰজা হব নোৱাৰিলোঁ। গেন্ধেলাই আগ-মঙহ চাই কামোৰ মাৰিলে।

–মই তোমাক চেৰাই ৰজা হব খোজা নাছিলোঁ। ডা-ডাঙৰীয়াই মোৰ বুলি লোৱাত পাটত বহিলোঁ। এতিয়া তুমি আহিছা, তুমি পাটত বহাঁ।

-বুজিছোঁ। মোৰ ৰাজপাটলৈ হাবিয়াস নাই। মনৰ ক্ষোভ আৰু বেদনাত ক্ষুব্ধ হৈ আছিছোঁ। গেজেলা মোৰ শত্ৰু, মই প্ৰতিশোধ লম।

গোহাঁইদেউক লোকে খুন্দা মাৰি ধৰিলে। আঁতৰি আহিল।

স্বৰ্গদেও লক্ষ্মীসিংহই অপলক দৃষ্টিৰে চাই থাকিল। মনত গুজৰি-গুমৰি থাকিল বন্দীত্বৰ অপমান, গ্লানি আৰু বিক্ষোভ।

চেপন-পথালিপামৰ ওচৰতে মোৱামৰীয়া বিদ্ৰোহীহঁতে মোহন-মালাৰ ৰৰপুতেকক গাখীৰত বিহ দি মাৰিলে। সোণৰ সিংহাসনত বহি-বলৈ আশা পালি থকা ৰাজকোঁৱৰে ৰৰবিহৰ পৰশত চিৰনিদ্ৰিত হৈ শুই পৰিল—বসুমতীৰ বুকুত। চিৰদিন ৰজা হৈ থাকিব, ভঙা-পতাৰ ভাও দিবলৈ কাহানিও ওলাই অহাৰ আশা নাই।

সেইদিনাই মোহনমালাক মাতৰি দিলে, 'ৰৰবোপাৰ, টান নৰিয়া, যোৱা-খোৱা।' মাতিয়েই মোহনমালা গ'ল পুতেকৰ ওচৰলৈ। আততায়ীৰ আঁৰ লৈ কাল বৈ আছিল। ৰজা হোৱাৰ স্বপ্ন, কামনা-বাসনা সকলো সামৰি মোহনমালায়ো চিৰ বিদায় মাগিলে। বিভীষণৰ ভাও লৈ সোণৰ লঙ্কা ছাৰ-খাৰ কৰি অনুতাপ, অনুশোচনা বুকুত লৈ কালৰ বুকুত জাহ গ'ল। বিশ্বাসঘাতকতাই বিশ্বাসঘাতকতাৰ সলনি ললে। ইতিমধ্যে গভীৰ অৰণ্যৰ বুকুত ৰক্তস্নান কৰি মৃত্যু হ'ল চাৰুসিংহ আৰু ৰত্নেশ্বৰ গোহাঁইৰ।

স্বৰ্গদেৱক বন্দী কৰি জয়সাগৰৰ ৰৰদ'লত থোৱাৰ পিছত ৰাঘৱ নেওগ ৰৰবৰুৱা হৈ ডা-ডাঙৰীয়াসকলক বন্দী কৰিলে। কীৰ্ত্তিচন্দ্ৰ ৰৰ-বৰুৱাক হাতীশালত লোৱা দি থলে।

নাহৰখোৰাৰ পুতেক ৰমাকান্তক ৰজা পাতিলে। ৰমাকান্তই টাৰি-মুৱা বৰুৱাৰ জীয়েক ললিতীক ৰাজকুঁৱৰী পাতিলে। টাৰিমুৱা বৰুৱা আছিল শিৱসিংহৰ ধাই লাখটকীয়া কোঁচৰ জোঁৱায়েক।

লক্ষ্মীসিংহই জন্মচক্ৰত লৈ আহিছিল কালান্তক পিতৃহা যোগ। কালশিলা বাহৰত জন্ম হোৱাৰ কেইমাহমানৰ ভিতৰতে মৃত্যু হ'ল পিতৃ ৰুদ্ৰসিংহ স্বৰ্গদেও। ৰাজেশ্বৰ সিংহ, প্ৰমত্ত সিংহ, মোহনমালাৰ শ্ৰী-চেহে-ৰাৰ তুলনাত অনুজ্জ্বল, অনাৰ্যণীয় আছিল কালশিলীয়া গোহাঁই লক্ষ্মী-সিংহ। অনাদৃত হৈছিল ৰাজকাৰেঙত। স্বভাৱ মৃদু, মিতভাষী, বিদ্বান ৰাজকোঁৱৰৰ উচ্চাকাঙ্ক্ষা আছিল সীমিত। প্ৰতিজন ককায়েকৰে দুজন-তিনিজনকৈ ৰাজপাটত বহিব পৰা চফল ডেকা কোঁৱৰ আছিল। তেওঁ-

বিলাকক সহায় কৰিবলৈ আছিল ভা-ডাঙৰীয়া, বা-বিৰয়া আৰু ক্ষমতাশালী অজৰী-বজৰী। ৰাজেশ্বৰসিংহৰ মৃত্যুৰ পিছত তেওঁৰ পুতেক চাৰুসিংহ ৰাজপাটত বহিব বুলি আটায়ে ভাবিছিল। কিন্তু ৰাজেশ্বৰসিংহৰ ৰাজত্ব কালত মহাপ্ৰতাপী কীৰ্ত্তিচন্দ্ৰক চোৰে খৈয়াইছিল।

কাত্তি মাহ। বৰবৰুৱা দিনত বহা-ঘৰত আছিল। ৰাত্তি এদণ্ড পাৰ হওঁতে বৰদুৱাৰ পাৰ হৈ ৰাত্তিৰ পৰলৈ আহোঁতে গড়ৰ ভিতৰতে চোৰে খৈয়ালে: কথমপি ডিঙি নিছিগিল। চোৰ ধৰা পৰিল—নাজিৰাহটীয়া গণক ৰতিকান্ত। ষড়যন্ত্ৰত লিপ্ত আছিল চাওডাঙৰ ৰবচনুৱা মনধ্বজ, মণি ঢেকিয়াল বৰুৱা আৰু সন্দিকৈৰ দৈয়ঙীয়া ডেকা। যদিও চোৰ ধৰা পৰিল, কীৰ্ত্তিচন্দ্ৰৰ মনত সন্দেহ ৰৈ গ'ল—চাৰুসিংহ আৰু বত্নেশ্বৰ গোহাঁইহে এই ষড়যন্ত্ৰৰ গুৰি।

স্বৰ্গদেও ৰাজেশ্বৰসিংহই গেলাবিলৰ কাষৰ দেৱৰগ্ৰামৰ শিৱদ'ল ব্ৰহ্মপুত্ৰই খহাই নিয়াত শীতলনেঘেৰি পথাৰৰ টিঙত নতুনকৈ পুখুৰী খনাই দ'ল বন্ধাইছিল। সেই সময়ত বৰবৰুৱা আছিল বহা আৰু জাগীৰ কোঁঠত। স্বৰ্গদেৱে দীঘলীয়াকৈ দেৱৰগাঁৱৰ বাহৰতে আছিল।

হঠাতে বহাগ মাহত দেৱৰগাঁৱৰ বাহৰত সৰগ পৰি জুই লাগি বাহৰ পুৰিলে। একে সময়তে বিশ্বনাথৰ বাহৰতো বজ্ৰপাত হ'ল। দিখৌৰ পাৰত বাঁহ ফুলিল। চৰাইদেওৰ চেংদেও মন্দিৰৰ কাঠ সুলকি পৰিল। অ'ত-ত'ত ইটো-সিটো অমঙ্গল ঘটিবলৈ ধৰিলে। স্বৰ্গদেও নৰিয়া পৰিল। পেটত শূলৰ অতিপাত বেদনা।

সোণখটোৱা কাঠৰ পালেঙত শুই পেটৰ বেদনাত ছট-ফটাই আছিল। চিকিৎসা কৰিছিল বামুণ বেজবৰুৱাৰ পুতেক ৰাম আৰু কৃষ্ণ। সহায়কাৰী বৰাহী বেজ আছিল কাতি, খৰিকা, কৃষ্ণ, ফেদেলা আৰু মোহন। আটাই কেইজনৰ কাম-কাজ চোৱা-চিতা কৰিছিল দামোদৰ ফুকনৰ পুতেক বৰাহী বৰাই। স্বৰ্গদেৱৰ কাষত লিগিৰী আছিল সোণো, চান্দমতী আৰু টিঙিনী।

দিনক দিনে স্বৰ্গদেৱৰ নৰিয়া টান হৈ আহিছিল। কৃষ্ণ বেজে তেলীয়াধুনা, শিলিখা, পিপলি বাটি গুৰৰ লগত খাবলৈ দিছিল। লগত দিছিল ত্ৰিফলা। ৰোগ আৰোগ্য নোহোৱাত সিংহনাদৰ বড়ি, অজীৰ্ণকণ্টকৰ বড়ি, বনপতীয়া লংজাই পৰা দৰৱ আৰু বৃদয়দৰৰণ মোদক খাবলৈ দিছিল। ইয়াৰ উপৰিও তিপমীয়া গোহাঁয়ে এজন সন্যাসী অনাই দৰৱ

খুৱাইছিল। আনন্দৰাই গায়নেও দৰৱ খুৱাইছিল, কমলাৰবীয়া আইকুঁৱৰী-দেৱেও পেৰাবপৰা উলিয়াই ঔষধ দিছিল।

জেঠ মাহ। টান ৰ'দ। স্বৰ্গদেৱৰ চকুত অপৰিসীম আশা। বেজৰ চিকিৎসা যিমানে বাঢ়িছে, নিয়তি সিমানে কাষলৈ আহি আছে।

কৃষ্ণ বেজে চাংমাই লিগিৰা ৰমাকান্তৰ যোগেদি শৰাইখন লিগিৰী সোণোক দিলে। সোণোৱে কৃষ্ণ বেজক সুধিছিল, 'কি ঔষধ?' বেজে ভেকাহি মাৰি ক'লে, 'তই কি সুধিবলৈ আহিছ? নি দেগে?' স্বৰ্গদেৱে ত্ৰিফলাৰ কাঠখিনি চান্দমতী লিগিৰীৰ হতুৱাই চকাই চালে। যাই দৰৱ তিনি টেপা কোনেও চাকি নেচালে। দুটেপা দৰৱ মুখলৈ নি স্বৰ্গদেৱে বিষম পাই সুধিলে, 'তইঁতে মোক কি খুৱালি? পেটত দেখোন বৰকৈ ধৰিছে।' লিগিৰী সোণোৱে তত্তালিকৈ উত্তৰ দিলে, 'টেপা দৰৱ চকোৱা নাই।' স্বৰ্গদেৱে টিঙিনী লিগিৰীক চাকি চাবলৈ দিলে। তাই জিভাত লৈ ক'লে, 'অকটা তিতা।'

ঔষধ খায়েই স্বৰ্গদেও মৰংঘৰলৈ গ'ল। বৰ টানকৈ পেট বৰলৈ ধৰিলে। মাটি ঘৰৰ পৰাই সোণোৱে গম পাইছিল।

ৰৰাহী ৰৰাই ৰামক ক'লে, 'তেলীয়াধুনা, শিলিখা, পিপলিৰ উপ-ৰিও চাৰিটা নৰাচৰৰ বড়ি খুৱালা, এতিয়া যদি ভেটা ভাগে, পেট বয়, কিহেৰে ৰাখিবা? ৰামে ভেকাহি মাৰি ক'লে, পেট বোৱাৰ আগতে খুৱা-ইছোঁ। এতিয়া উপায় কৰিম।'

কীৰ্ত্তিচন্দ্ৰ বৰবৰুৱাই বাতৰি পাই খৰখেদাকৈ আহি দেৰগাওঁ পালেহি। দেখে, স্বৰ্গদেৱৰ যোৱা-খোৱা। ৰৰাহী ৰৰাই কাঠকটীয়া বৰুৱাৰ যোগেদি বৰবৰুৱাক জনালে, 'স্বৰ্গদেৱক বিহপৰা দৰৱ খুৱাই নাড়ী ছিঙিলে।

স্বৰ্গদেৱৰ উদৰ ভেদ এনে গতিত বৰলৈ ধৰিলে যে বেজৰ চিকিৎসাৰ বাহিৰ হ'ল। অৱশ, ক্লান্ত শৰীৰ। দুদিনৰ ভিতৰতে কণ্ঠ বোধ হ'ল। জেঠ মাহৰ দুপৰৰ বেলিৰ চোকা ৰ'দ পিঠিত লৈ হেজাৰ-বিজাৰ প্ৰজা উৎকণ্ঠিত হৈ ৰৈ আছিল। এসময়ত উৰ্মি উঠিল। আইকুঁৱৰীসকল আৰু গোহাঁইদেওবোৰৰ কান্দোনে জনাই দিলে ৰাজেশ্বৰসিংহ স্বৰ্গদেও আৰু নাই।

ডা-ডাঙৰীয়া, ৰা-বিষয়া, চমুৱা-কাঁড়ী আটাইৰে মাজত বু-বু-বা-বা হৈছিল, 'স্বৰ্গদেৱক কোনোবাই বিহ খুৱাই উদৰ ভেদ কৰাই মাৰিলে।' কোনোৱে সন্দেহ কৰিছিল, 'এয়া, কীৰ্ত্তিচন্দ্ৰ বৰবৰুৱাৰ গোপন ষড়যন্ত্ৰ।'

কোনোৱে কৈছিল, 'বেজবৰুৱাৰ পুতেক ৰাম আৰু কৃষ্ণৰ গাতহে কথা। সিহঁত দুটাই স্বৰ্গদেৱৰ প্ৰিয়পাত্ৰ হৈ দৰৱ দিয়াৰ চলেৰে কাৰেঙৰ ভিতৰত বাছ লৈছিল।

ৰাম-কৃষ্ণৰ আচৰণ আৰু চিকিৎসা-ব্যৱস্থাত সন্দেহৰ অৱকাশ আছিল।

কীৰ্ত্তিচন্দ্ৰ বৰবৰুৱাই স্বৰ্গদেৱৰ মৃত্যুৰ কাৰণ সম্পৰ্কে বিচাৰ কৰি লিগিৰা-লিগিৰী, বেজ-কবিৰাজৰ সাক্ষী-বাদী লৈ বিচাৰৰ কাকত নি লক্ষ্মীসিংহ স্বৰ্গদেৱক যোগাইছিল। স্বৰ্গদেৱে দৰৱ বটা কাতি বৰাহীক ডেৰ কুৰি বেতৰ কোব মাৰি কাণ এখন কাটিবলৈ দিলে, মোহন বৰাহীক কাৰেঙৰ ভিতৰলৈ যোৱাটো বন্ধ কৰিলে। কৃষ্ণ বেজৰ কাণ কাটি কাৰেঙৰপৰা খেদি ঘৰলৈ পঠিয়ালে। ৰামৰ বিৰুদ্ধে চিকিৎসাৰ ত্ৰুটীৰ উপৰিও আৰু এটা অভিযোগ ধৰা পৰিল; কেচু খান্দোতে সাপ ওলাল।

লাহী গাৰে দেখনিয়াৰ বামুণৰ লৰাটি সকৰেপৰাই বেজবৰুৱাৰ লগত কাৰেঙলৈ আহ-যাহ কৰিছিল। বয়সত বেজ হৈ ৰজাৰ প্ৰিয়পাত্ৰ হৈ উঠিছিল। মিঠা মাত আৰু চঞ্চল চকুৰ চাৱনিত পৰি কাৰেঙৰ লিগিৰী ভানু আকৃষ্টা হৈছিল। এদিন বন্দী হৈছিল ৰামৰ প্ৰণয় নিবেদনত। মালতী ভানুৰ ঘৰৰ বন-কৰা ছোৱালী। ৰামে তাইৰ হাতত গোপনে কলাপাতত লিখি চিঠি দিছিল আৰু চেনেহৰ চানেকীৰ সুৰভিৰে ফুলৰ থোপা পঠিয়াইছিল। প্ৰতিদান দিছিল ভানুৱেও। দুয়োৰে মাজত প্ৰণয়ৰ ধাৰ গভীৰ অথচ তীব্ৰতৰ হৈ উঠিছিল। দেৰেৰগাঁৱৰ বাহৰত থাকোঁতে কলা নামে মানুহ এজনৰ ঘৰলৈ ৰামক মতাই নি কোমল-চাউল, দৈ-গাখীৰ, সোন্দাকলৰ জলপান খাবলৈ দি উজাগৰী ৰাতি যাপন কৰিছিল।

শূদিৰ ছোৱালী ভানুৰ লগত ৰামৰ অবৈধ-প্ৰণয; তাতে তাই ৰাজকাৰেঙৰ হাতধৰী লিগিৰী। বিচাৰত ৰাম দায়ত পৰিল। স্বৰ্গদেৱে ৰামৰ কাণ এখন কাটি, লগুণ গুচাই বৰীয়া আঁক দি ঘৰলৈ খেদিলে।

ৰাজেশ্বৰসিংহ স্বৰ্গদেও ঘোৰ শাক্ত আছিল। শিৱসিংহ আৰু প্ৰমত্তসিংহতকৈয়ো ৰমানাথ গোহাঁই, ৰাজেশ্বৰ অধিক বামুণীয়া হৈছিল। শিৱসিংহ স্বৰ্গদেৱৰ দৰে তেৰেঁা দিনৰ তিনিপৰলৈকে পূজাঘৰত সোমাই গোসাঁনী মন্ত্ৰ জপ কৰিছিল। মানুহে বিশ্বাস কৰিছিল বোলে, স্বৰ্গদেৱৰ মন্ত্ৰ সিদ্ধ হৈছিল আৰু গাত বিদ্যুতৰ দৰে চমকনি মাৰি গোসাঁনী-শক্তিৰ আৱিৰ্ভাৱ হৈছিল। তেওঁ পুৰণি আহোম ৰীতি-নীতি আওহেলা কৰিছিল।

ৰাজেশ্বৰসিংহৰ অত্যধিক বামুণীয়া প্ৰীতিয়ে প্ৰজাক ভিতৰি অসন্তুষ্ট কৰিছিল। শিৱসিংহৰ দিনতে ফুলেশ্বৰী কুঁৱৰীয়ে ৰজাৰ শৱ দাহ কৰি, স্মাৰ্ত্তমতে শ্ৰাদ্ধ-পিণ্ড কৰাৰ নিয়ম উলিয়াইছিল। শ্ৰাদ্ধ-পিণ্ড চলিল কিন্তু শৱ গোৰ কৰা প্ৰথা তুলিব নোৱাৰিলে। ৰুদ্ৰসিংহ, শিৱসিংহ, প্ৰমত্তসিংহ, আন কি ফুলেশ্বৰী-অধিকাৰো প্ৰকৃততে শৱ গোৰ কৰি, শৱ-সংস্কাৰৰ নামত পৰ্ণ দাহ কৰি শ্ৰাদ্ধ কৰিছিল। মাহেকীয়াকৈ। ৰাজেশ্বৰসিংহই মৃত্যু-শয্যাত কৈছিল শৱ দাহ কৰিবলৈ। সেয়েহে দেৱগাঁৱৰ বাহৰৰপৰা চৰাইদেওলৈ বুলি শৱ আনি গড়গাওঁ পোৱাইছিল যদিও তাৰপৰা ওলোটাই দি পুনৰ গজপুৰ পোৱালেগৈ। গজপুৰৰপৰা আকৌ উজাই আহি সোণাৰি নৈৰ বাহৰৰ কাষত, লুইতৰ পাৰৰ বৰ-শিমলুৰ গুৰিত শৱ কাঠ-সংস্কাৰ কৰা হ'ল।

পৰ্বতীয়া গোসাঁইৰ ভেদ-নীতিয়ে আগতে স্মাৰ্ত্ত আৰু প্ৰাচীন দুভাগত ব্ৰাহ্মণক ফালিছিল, এই বেলি আহোমকো বিন্ধিলে। সামাজিক ভাবে আহোম দুভাগ হ'ল-বামুণীয়া আৰু আহোমীয়া।

স্বৰ্গদেও ৰাজেশ্বৰসিংহৰ অকালতে, অপ্ৰত্যাশিতভাবে মৃত্যু হ'ল। মৃত্যুৰ অন্তৰালত ষড়যন্ত্ৰও থাকিব পাৰে; নেথাকিলেও বেজৰ দায়িত্বহীন, উতনুৱা চিকিৎসাই দায়ী আছিল। ৰাজেশ্বৰসিংহই ক্ষুদ্ধ মোৱামৰা গুৰু-শিষ্যৰ মন্ত্ৰণাৰ আগলি বাতৰি পাইছিল। সেইবাবে দিহিঙৰ চিকণ গোসাঁইক কাৰেঙলৈ আনি সম্ভাৰ ৰাখিছিল। শিষ্য-সংখ্যাৰ ক্ষেত্ৰত দিহিং সত্ৰ মোৱামৰাৰ সমান। তাতে শিলিখাতলীয়া দিহিং সত্ৰত কীৰ্ত্তিচন্দ্ৰ বৰবৰুৱাই শৰণ লৈছিল।

ৰাজেশ্বৰসিংহই অষ্টভূজ মহন্তক সম্মানো কৰিছিল, সম্ভাৰো ৰাখিছিল। কিন্তু সপ্তভূজ গাগিনী ডেকাই মালৌ পথাৰত বৰভোটি বান্ধি সমৰ্থকৰ সংখ্যা দেখি তেতিয়াই দ্ৰোহ আচৰিবলৈ সিদ্ধান্ত কৰিছিল। স্বৰ্গদেও এবাৰ দেৱগাঁৱৰপৰা ৰংপুৰলৈ আহিছিল। বাটতে গজপুৰীয়া বৰ আলিৰ কাষত মোৱামৰা সত্ৰ। স্বৰ্গদেৱক ভোটিবলৈ গাগিনী ডেকাই দুশখন ভাৰ যুগুত কৰিলে। কিন্তু বৰবৰুৱা লগত থাকিলে সকলো ক্ষেত্ৰতে বৰবৰুৱাৰ যোগেদিহে স্বৰ্গদেৱক ভেটাৰ নিয়ম। বৰবৰুৱা পিছত অহাৰ সুযোগ লৈ গাগিনী ডেকাই পোনপটীয়াকৈ স্বৰ্গদেৱক ভেটি সাক্ষাত কৰিলে। ৰাজকীয় নিয়ম অৱজ্ঞা কৰি এই কাম কৰাৰ বাবে গাগিনী ডেকাক চাবি চকা মাৰি দণ্ড কৰিলে। জ্বলা জুইত ঘিউ ঢালি, বিদ্ৰোহক বাট কাটি দিলে।

লক্ষ্মীসিংহ ৰাজপাটত বহিল। অসন্তুষ্ট হ'ল স্বশ্ৰী, সুঠাম, সুবলিত দেহৰ ৰাজকোঁৱৰ চাৰুসিংহ, ৰত্নেশ্বৰ। কীৰ্ত্তিচন্দ্ৰ বৰবৰুৱাৰ সমৰ্থনত ৰাজপাটত বহাৰ বাবে লক্ষ্মীসিংহ অপ্ৰিয় হৈ উঠিছিল পৰ্বতীয়া গোসাঁইৰ চকুত; মোৱামৰাৰ শিষ্য-মহন্তৰো। ব্যক্তিগত আক্ৰোশ নাছিল যদিও বিতুষ্ট হৈছিল মোহনমালা গোহাঁই, তেওঁৰ পুতেকসকল। লক্ষ্মীসিংহক ৰাজপাটৰ পৰা ওফৰাবলৈ কৰা মৰাণ-মটকৰ বিদ্ৰোহত সমৰ্থন দিছিল পৰ্বতীয়া গোসাঁয়ে। কাৰণ, মোহনমালা তেওঁৰ শিষ্য। পিলিখাতলীয়া দিহিং সত্ৰৰ লগত মোৱামৰাৰ অসূয়া, কাৰণ, কীৰ্ত্তিচন্দ্ৰই মোৱামৰাক তল কৰি দিহিং সত্ৰক ওপৰ কৰিছিল। লক্ষ্মীসিংহয়ো পৰ্বতীয়া গোসাঁইক তল কৰি ৰমানন্দ পহুমৰীয়া গোসাঁইক ওপৰ কৰিছিল। ধৰ্মৰ ধ্বজাবাহী গোসাঁই-মহন্তই ৰাজকীয় মৰ্য্যাদাৰ প্ৰতিদ্বন্দ্বিতাত ৰাজসিংহাসনকে কঁপাই তুলিছিল।

স্বৰ্গদেও ৰাজপাটত বহাৰ নৌ চাৰি মাহ হওঁতেই আহিনৰ পাঁচ দিন যাওঁতে আকাশত নেজাল তৰা ওলাল। সেই সময়তে উজনিত হাতী-চুঙি মৰাণ ৰণলৈ সাজু হৈ ওলাল। স্বৰ্গদেৱে বাইলুং পণ্ডিতক কুকুৰা-ঠেং কাটি মঙল চাবলৈ দিলে। স্বৰ্গদেৱৰ দিন মন্দ, ৰাইজৰ দুখ। মহামৃতক-সকলে দোষ ধৰিছে।

দুজন দেওধাইৰ গাত দেও উঠিছিল। এজনে ক'লে, 'পূৰ্বাপৰ ৰীতি এৰি মৰাক পোৰাই বামুণীয়া মতে কাজ-কৰ্ম কৰাত পুলিন-পুথাওসকলৰ আত্মা বিতুষ্ট হৈছে। চলাজনা স্বৰ্গদেৱৰ আত্মাই মৃতকৰ সঙ্গ লাভ কৰিব নোৱাৰি হাঁহাকাৰ কৰি ফুৰিছে। ৰাজ্যৰ গৰাকী চোমদেও-চেংদেও বিতুষ্ট হৈ অঘটন ঘটাবলৈ ধৰিছে। এই দোষৰ পৰা মুক্ত হবলৈ ৰাজেশ্বৰসিংহ স্বৰ্গদেৱৰ এটি কাপোৰৰ মূৰ্ত্তি সাজি যথাৰীতিৰে কাপোৰ-কানি অয়-অলঙ্কাৰ পিন্ধাই সোণাৰি নৈৰ বাহৰৰ শৱ সৎকাৰ কৰা ঠাইৰপৰা ছাই-মাটি আনি, গায়নে-বায়নে চাণ্ডীত তুলি চৰাইদেউৰ মৈদামতলী পোৱালেগৈ। আগতে কাঠ-সংস্কাৰৰ অস্থি আনি য'ত মৈদাম বান্ধিছিল, তাত পুনৰ গাঁত খানি মূৰ্ত্তিৰ শৱ সৎকাৰ কৰি ৰিক্‌খন উৎসৱ পাতিলে। চৰাইদেওতো পূজা পাতি দহ দিন সাজ খুৱালে। তিনিদিনীয়াকৈ ৰৰসবাহ পাতি ৰাজে-শ্বৰসিংহ স্বৰ্গদেৱৰ আত্মাক মৃতকৰ সঙ্গ দিয়ালে। আহোমসকলৰ দৃঢ়-বিশ্বাস, ৰাজেশ্বৰসিংহৰ অতিমাত্ৰা গোসাঁনী-আসক্তিয়ে জীৱিত আহোম-সকলকেই নহয়, মৃতক পুলিন পুথাওসকলকো বিতুষ্ট কৰিছিল। লক্ষ্মীসিংহ স্বৰ্গদেৱো পহুমৰীয়া গোসাঁইৰ কবলত পৰিছিল। সামান্য পঢ়াশালীয়া অধ্যাপক ৰাজগুৰু হবলৈ পাই মৃদুভাষী, নিমাখিত লক্ষ্মীসিংহক বিপথে পৰিচালিত কৰিছিল।

পৰ্বতীয়া গোসাঁয়ে ৰমানন্দ পহুমৰীয়া গোসাঁইক চকু পাৰি দেখিব নোৱাৰিছিল। ৰমানন্দ আৰু তেওঁৰ বংশধৰসকলেও পূৰ্বৰ চাৰি ৰাজসত্ৰকে ধৰি পৰ্বতীয়া গোসাঁই আৰু মুকলিমূৰীয়া গোসাঁইক সহ্য কৰিব নোৱাৰিছিল। আনপিনে পুৰুষ-সংহতি, কাল-সংহতি, নিকা-সংহতি, ব্ৰহ্ম-সংহতিৰ মাজত কাঁট মেলিছিল, সেই কাঁটে ডা-ডাঙৰীয়া, ৰা-বিষয়া, কাঁড়ী-পাইকৰ মন স্পৰ্শ কৰিছিলগৈ।

পৰ্বতীয়া গোসাঁইৰ কাৰ্য্য-কলাপত অতিষ্ঠ হৈ লক্ষ্মীসিংহই তেওঁক নিজৰ দেশলৈ উলটি যাবলৈ বিদায় দিছিল। পৰ্বতীয়া গোসাঁয়ে দেশলৈ যাবলৈ বুলি টালি-টোপোলা বান্ধি দিখৌৰ ৰৰঘাটত নাৱত উঠিছিলগৈ।

পৰ্বতীয়া গোসাঁইৰ বিষণ্ণ মন, মলিন বদন। অতবোৰ ঐশ্বৰ্য্য সম্পত্তি এৰি নদীয়াত গৈ কি কৰিব? আছিল সামান্য পূজাৰী বামুণ। ইয়াত আহি ৰাজগুৰু হৈ ঐশ্বৰ্য্যৰ সঁফুৰাত হাত দিলে। এই সোণৰ সঁফুৰা ভোগৰ থলী এৰি যায় ক'লৈ? এনেতে স্বৰ্গদেৱৰ পৰ্বতীয়া আই-কুঁৱৰীদেৱৰ বসন্ত ওলাল। জীযেকৰো বসন্ত ওলাল। দুয়োকে নি দেৱীঘৰত থৈ আই-সেৱা কৰিছিল কিন্তু মৃত্যুৱে সাৰটি ললে। মানুহে ক'লে, আই ভৱানীক সাক্ষাৎ পাওঁতা পৰ্বতীয়া গোসাঁইক খেদি পঠোৱাত আই কুপিত হৈছে। স্বৰ্গদেৱে নাৱৰপৰা গোসাঁইক মতাই নিলে। আকৌ এবাৰ গজগজীয়া হ'ল।

দিন বাগৰি গ'ল। স্বৰ্গদেও লক্ষ্মীসিংহই মৃত্যুক সাৰটি গাৰ আঁৰ হ'ল। গৌৰীনাথসিংহক বিদ্ৰোহে জুলুকি-জুলুকিকৈ শিকালে। পৰ্বতীয়া গোসাঁইৰ ঈৰ্ষা দিনক দিনে চৰিবলৈ ধৰিলে, কাৰণ, পহুমৰীয়া গোসাঁইৰ প্ৰতিপত্তি দিনক দিনে বাঢ়ি গৈছিল। তিনিঘৰ পথালিফোঁটাৰ মাজত ঈৰ্ষাৰ দাবানল জ্বলিছিল। পোনতে প্ৰভুত্ব বিস্তাৰ কৰিছিল মুকলিমূৰীয়া গোসাঁয়ে। মুকলিমূৰীয়া পদ্মনাভে কৃষ্ণৰামক মতাই আনি নিজৰ প্ৰভুত্ব অৱনমিত কৰিলে। এইবেলি পহুমৰীয়া গজগজীয়া হৈ পৰ্বতীয়া-মুকলি-মূৰীয়াক অৱনমিত কৰিলে। পৰিণতি স্বৰূপে কুকুৰা-গাহৰি, মদ-ভাত খোৱা আহোমৰ মাজতো খোৱা-কামোৰা লাগিল : ঘৰে ঘৰে অনৈক্যৰ সূচনা হ'ল।

পহুমৰীয়া গঙ্গাধৰ গোসাঁয়ে গৌৰীনাথ সিংহক পৰামৰ্শ দিলে, 'পৰ্বতীয়া গোসাঁই যত অনৰ্থৰ মূল। এওঁৰ কূট-বুদ্ধি আৰু কূট-নীতিৰ পাৰ নাই। পূৰ্বে চলাজনা স্বৰ্গদেও অতীষ্ট হৈ বিদায় দিছিল, এতিয়াও তাকে কৰিব

লাগে।' স্বৰ্গদেৱে জয়সাগৰৰ পাৰত থকা পৰ্বতীয়া গোসাঁইক উঠি যাবলৈ আদেশ কৰিলে। যাবৰ পৰত পৰ্বতীয়া গোসাঁয়ে শাপ দি থৈ গ'ল, 'চাৰি-জনা স্বৰ্গদেৱৰ দিনত আমি ধৰ্ম প্ৰৱৰ্ত্তালোঁ। এতিয়া গৌৰীনাথসিংহ মহাৰাজাৰ নতুনকৈ হোৱা গোসাঁইৰ কোপত পৰিলোঁ। আই ভগৱতী, আমি তোমাৰ অনেক পুৰুষীয়া উপাসক। আমি গৈ কলিয়াবৰ পাওঁতে যেন উজনি দেশত জুই জ্বলে।' মুকলিমূৰীয়া গোসাঁইৰ ঘৰত ৰামৰুদ্ৰ নামেৰে এজন তান্ত্ৰিক সিদ্ধ পুৰুষ আছিল। পহুমৰীয়া গোসাঁয়ে ৰামৰুদ্ৰক অপমান কৰি মনত বেজাৰ দিয়াত তেওঁ অসম এৰি গুচি গ'ল। যাবৰ পৰত অভিশাপ দি গ'ল, 'এই দেশ অচিৰেই উচ্ছন্ন হ'ব।'

পুথাও স্বৰ্গদেও গদাধৰ সিংহই ৰৰপুতেকক কৈছিল, 'পথালিফোঁটাক বিশ্বাস নকৰিবি।' স্বৰ্গদেৱৰ অন্তিম-বাণী অমান্য কৰি এধৰ এধৰকৈ তিনিঘৰ পথালিফোঁটাক ৰৰঘৰত ৰৰপীৰা পাৰি বহুৱাই পাদ্য-অৰ্ঘ্য লৈ ৰাজগুৰু পাতিছিল। তিনিওঘৰৰ লোভ, মৰ্য্যাদা আৰু ক্ষমতাই আহোম সিংহাসন একালৰপৰা পুৰি আনিছিল। ৰুদ্ৰসিংহৰ চাৰিজন তুংখুঙীয়া কোঁৱৰৰ দিনতেই শক্তি, সাহস আৰু দূৰদৰ্শিতা বিয়লি বেলিৰ ৰেঙনি হৈ সূৰ্য্যাস্তৰ আগলি বাতৰি দিছিল।

# ধৰ্ম

যিসকল আহোম চুকাফাৰ লগত আহিছিল, তেওঁবিলাকৰ জাতিভেদ ধাৰণা নাছিল আৰু ধৰ্মীয় গোড়ামিও নাছিল। গৰু সৰ্বসাধাৰণতে সামাজিক খাদ্য হিচাপে ব্যৱহাৰ নকৰিলেও কেইটামান প্ৰাচীন পৰম্পৰা-সম্মত পূজা-পাতল কৰিবলৈ গৰু-ম'হ বলি দিছিল। গাহৰি-কুকুৰা মুকলি-ভাবে খাদ্য হিচাপে খাইছিল আৰু পূজা-পাতলতো ব্যৱহাৰ কৰিছিল। গতিকে ত্ৰয়োদশ শতিকাত অসমলৈ আহি গাহৰি-কুকুৰাখোৱা পৰ্বত-ভৈয়ামৰ মঙ্গোলীয় সমাজত সততে মিলি যাবলৈ সুবিধা পাইছিল। সেয়েহে মৰাণ, বৰাহী, কছাৰী, চুতীয়া, নগা, মিৰি সকলো সম্প্ৰদায়ৰে মানুহ আহোম ফৈদলৈ তুলি লৈছিল আৰু সামাজিক সংহতিৰ প্ৰক্ৰিয়া আৰম্ভ হৈছিল।

মানুহে কয়, বোলে, আহোমে নিজৰ ধৰ্ম সলনি কৰাৰ বাবেই নিজৰ ভিতৰতে ঐক্য-সংহতি হেৰাল আৰু তিল তিলকৈ আগ বাঢ়ি এসময়ত এনে বিষাক্ত ,সন্দেহাকীৰ্ণ পৰিবেশত পৰিলগৈ যে ধৰ্মান্তৰ প্ৰক্ৰিয়াই আহোম ৰাজশক্তিৰ তথা অসমৰ স্বাধীনতাৰ যৱনিকা পতন ঘটালে।

শঙ্কৰদেৱ চুহুংমুং দিহিঙীয়া স্বৰ্গদেৱৰ সমসাময়িক। 'নাহি ভকতিত জাতি-অজাতি বিচাৰ কৃষ্ণ-ভকতিত সমস্তৰে অধিকাৰ' বুলি জাতি-ভেদ অস্বীকাৰ কৰি বৈষ্ণৱ ধৰ্ম প্ৰচাৰ কৰিছিল। দিহিঙীয়া ৰজাই কৰতলীয়া ভূঞাৰ হাতীয়ে গড় ভাঙি যোৱা হেতুকে হৰি জোঁৱাইক প্ৰাণদণ্ড দি মাধৱ-দেৱক বন্দী কৰি থৈ মেচাগড় পুখুৰীৰ পাৰত মাধৱ কন্দলিৰ পাচকাণ্ড ৰামা-য়ণ পঢ়িবলৈ দিছিল। শঙ্কৰদেৱকো শিৰোমণি ভূঞা বুলি শাস্তি দিয়াৰ আশঙ্কাত নিজৰ ৰাজ্যৰপৰা আঁতৰি গৈছিল। ধৰ্মীয় কাৰণত শাস্তি দিয়া নাছিল। মাধৱদেৱকো অলপ দিনৰ পিছত মুক্তি দিয়া হৈছিল।

ইয়াৰ আগতে চুডাংফা বামুণীকোঁৱৰৰ দিনত তেওঁবিলাকৰ উপাস্য দেৱতা চোমদেও-চেংদেওৰ লগতে ব্ৰাহ্মণৰ লক্ষ্মীনাৰায়ণ শালগ্ৰাম এটিও ৰাজ-কাৰেঙত ঠাই দিছিল। হিন্দুৰ দেৱতা বুলি বহিষ্কাৰ কৰা নাছিল।

প্ৰতাপসিংহ বুঢ়া বয়সত ৰজা হৈছিল। ৰাজপাটত বহাৰ সময়ত তেওঁ কৈছিল, 'মোৰ গাত দেও উঠে। ৰজা হলে, দেও উঠিলে, মই

কেনেকৈ কাৰ্য্য কৰিব?' কথা হ'ল: প্ৰতাপসিংহই কৌৰবালি কালবেপৰা শিৱলিঙ্গৰ পূজা কৰিছিল। সিংহাসনত বহোঁতে গড়গাঁৱৰ ওচৰতে এটি পূজাঘৰ সাজি তাতে, শিৱলিঙ্গটি থৈ ব্ৰাহ্মণ, নট, বিয়াহ-গোৱা, বাদ্যভণ্ড উচৰ্গি দিলে। এওঁৰ দিনৰ পৰাই হিন্দু নিয়মেৰে ব্ৰাহ্মণে পূজা কৰা হ'ল। আগতে আহোম নিয়মেৰেহে কৰিছিল।

প্ৰতাপসিংহ স্বৰ্গদেৱৰ দিনতে হিন্দুত্বই আৰু এখোজ আগ বঢ়ালে। সোণৰ গোহাঁই কোচবিহাৰত ওল হিচাপে কেইবছৰমান আছিল। তাতে তেওঁ ৰাজসিক আড়ম্বৰেৰে পতা শাৰদীয় দুৰ্গা পূজা দেখি আহি স্বৰ্গদেৱক জনালে। বিবৰণ শুনি স্বৰ্গদেৱে ক'লে, 'সি দেশত যে কৰিব পাৰে, আমি কৰিব নোৱাৰোঁনেকি? এই বুলি কোচবিহাৰৰপৰা অহা গজসিংহ কাজিৰ-লগতে মৰঙিয়াল খনিকৰক মাটিৰ দুৰ্গা প্ৰতিমা সাজিবলৈ পঠিয়াই দিলে। মৰঙিয়াল খনিকৰ বছৰেকৰ পিছত উলটি আহিল। সেই বছৰেই দেৱীঘৰত মাটিৰ প্ৰতিমা স্থাপন কৰি মহাআড়ম্বৰেৰে দুৰ্গাপূজা পাতিলে। ৰজাঘৰত ব্ৰাহ্মণ্য প্ৰভাৱ সোমাল।

প্ৰতাপসিংহই বিশ্বনাথৰ পুৰণি শিৱমন্দিৰৰ ঠাইত এটি শিৱদ'ল সজালে। দেৱৰগাঁৱতো মন্দিৰ সজাই ব্ৰাহ্মণ পূজাৰী নিয়োগ কৰি দুয়ো ঠাইতে নট-নটী নিবন্ধ কৰি দিলে। হিন্দু আদৰ্শৰ প্ৰতি স্বৰ্গদেৱৰ আকৰ্ষণ বাঢ়ি গ'ল।

প্ৰতাপসিংহ স্বৰ্গদেৱৰ মাক ৰাজমাওৰ মৃত্যু হ'ল। আহোমৰ মৃতকৰ সকাম আহোমীয়া মতে কৰা হয়। গাহৰি মাৰি, কুকুৰা কাটি, সাজ-পানী দি জ্ঞাতি-কুটুমক খুৱায়। মোহন-দেওধায়ে দেও হেকাৰি মৃতকৰ আত্মা উপৰি পুৰুষৰ সজলৈ নিয়ে। স্বৰ্গদেৱে মাকৰ আদ্যশ্ৰাদ্ধ উপলক্ষে বাৰুকটা ঘাটলৈ গৈ লুইতৰ পাৰত শান্তি—স্বস্ত্যয়ন কৰি বহুতো ব্ৰাহ্মণক সোণ, ৰূপ, মাটি দান দিলে। কিন্তু এইজন ৰজাৰ দিনতেই পোন প্ৰথমে ঠাকুৰীয়া মেধিক নিৰ্য্যাতন দি মুকুন্দ গোসাঁই আৰু মিশ্ৰ গোসাঁইক মাৰিলে।

এইজনা ৰজাৰ দিনতে আনপিনে মাধৱদেৱৰ শিষ্য গোপালদেৱ প্ৰৱৰ্ত্তিত কাল-সংহতি পন্থৰ সত্ৰৰ সংখ্যা উজনি অসমত বাঢ়িবলৈ ধৰে। লগে লগে ব্ৰহ্মসংহতিৰ সত্ৰও প্ৰতিষ্ঠিত হয়। তদুপৰি জয় মুকুন্দ বা মুকুন্দ গোসাঁই নামেৰে ব্ৰাহ্মণ এজনে তেওঁৰ নামসৰ্বস্ব ধাৰণা প্ৰৱৰ্ত্তন কৰিছিল। তেওঁ বৈদিক কৰ্মকাণ্ড এৰি নামকে মূল বুলি ধৰিছিল। দান-দক্ষিণা, শ্ৰাদ্ধ-বিধি, আঁউসী-একাদশী, হোম-যজ্ঞ, লগুণ-দিয়নী আদি অৰ্থহীন,

নামেই মুক্ত বুলি সমাজতো বিশ্বাস জন্মাইছিল আৰু অনেক মানুহকো তেওঁৰ পন্থলৈ আনিছিল ; বিয়া-বাৰু আদিও হোম-যজ্ঞৰ সলনি নামেৰে কৰাইছিল। ৰক্ষণশীল পুৰোহিত শ্ৰেণীটোৱে মুকুন্দ গোসাঁইৰ এই অবৈদিক আচাৰ-ৰীতি সহ্য কৰিব নোৱাৰিছিল, গতিকে ৰজাঘৰত তিৰুকে তাল কৰি টুটকীয়াই লগাইছিল। শালিকী বৰা আঁৰু কেকাই নেওগে বিশেষকৈ ৰজাৰ আগত গোচৰ দিলে। ৰজাই মুকুন্দ গোসাঁইক মাহাত্ম্য প্ৰদৰ্শন কৰিবলৈ বন্দী কৰি থলে। নাম-সৰ্বস্ব মুকুন্দই একো মাহাত্ম্য দেখুৱাবলৈ যত্ন নকৰিলে। ৰাজ্যৰ প্ৰজাক বিপথে পৰিচালিত কৰাৰ অপৰাধত প্ৰাণদণ্ড হ'ল।

মুকুন্দ গোসাঁইৰ নাম-সৰ্বস্ব পন্থৰ প্ৰতি বংশীগোপাল সমন্বিতে দামোদৰীয়া পন্থৰ লোকসকল খৰ্গহস্ত হৈ উঠিছিল। যি শঙ্কৰদেৱে অসমত নাম-সৰ্বস্ব জাতি-বৈষম্যহীন ভাগৱতী নামধৰ্ম প্ৰচাৰ কৰিছিল, তেওঁৰ নাতিয়েক পুৰুষোত্তম ঠাকুৰে কিন্তু গেলাতে টেঙা দি কৈছিল,

'গীতা-ভাগৱত মূৰ্ত্তি তুলসী ব্ৰাহ্মণ,
শ্ৰাদ্ধ হৰিবাসৰ নামানে যিটো জন।
সেহিটো ·কলিৰ মূৰ্ত্তি পাষণ্ড-দুৰ্জন,
মহাপুৰুষৰ দ্ৰোহী বাহিৰ সিজন।।'

মুকুন্দ গোসাঁইক শাস্তি দিয়াবলৈ উচটনি দিয়া লোক সেই সময়ৰ সমাজত বহুতো ওলাইছিল।

এনেতে বংশীগোপালদেৱৰ আশ্ৰমতো ৰাজ-ৰোষত পৰা মানুহক আশ্ৰয় দিয়াৰ অভিযোগত গোসাঁইক অপৰাধী কৰা হয়। বংশীগোপালদেৱ পলাল। ৰাজ্যত প্ৰলয়ঙ্কৰী ভূমিকম্প গ'ল—সাদিন সাতৰাতি জুৰি। মাটি-ফাটি মাগুৰ-কাৱৈ মাছ ওলাল। ৰজাক বুজাই দিয়া হ'ল মুকুন্দ গোসাঁইৰ প্ৰাণদণ্ড আৰু বংশীগোপালদেৱৰ পলায়নত ৰুষ্ট হৈ পৃথিবীয়ে খং প্ৰদৰ্শন কৰিছে। বংশীগোপালক বিচাৰি আনি কুৰুৱাবাহীত থাপিলে। এই সময়তে প্ৰতাপসিংহৰ পুত্ৰ দুজনক (পিছলৈ ভগাৰজা আৰু নৰিয়া ৰজা) বংশীগোপালদেৱে ভকত কৰিলে। আহোম ৰাজগৃহত নৱবৈষ্ণৱ আদৰ্শৰ এয়েই প্ৰথম অনুপ্ৰবেশ।

বংশীগোপালদেৱৰ পিছত মিচিৰ বাপু বা মিশ্ৰ গোসাঁই কুৰুৱাবাহী সত্ৰৰ অধিকাৰ হয়। বংশীগোপালদেৱ উদাসীন ব্ৰহ্মচাৰী আছিল। মিশ্ৰ গোসাঁয়ে তেওঁৰ অধ্যাপক কন্দলি বাপুৰ কন্যাক বিয়া কৰাইছিল। সত্ৰৰ অধিকাৰ হোৱাৰ পিছত এটি পুত্ৰ আৰু এটি কন্যা জন্ম হ'ল।

ঘহতে এইটো কথাত অসন্তুষ্ট হৈছিল। দিনক দিনে গোসাঁইৰ পয়োভৰ আৰু সামাজিক আড়ম্বৰ বাঢ়ি গৈছিল। ৰাজকীয় অন্ন-অলঙ্কাৰেৰে বিভূষিত হৈ উঠিছিল। সতাই নামেৰে সেই সত্ৰতে এজন ব্ৰাহ্মণ ভকত আছিল। আচাৰ-বিচাৰত অভকতীয়া পাই সত্ৰৰপৰা খেদাই পঠালে। সতায়ে পোনে পোনে গৈ গড়গাওঁ পালেগৈ আৰু স্বৰ্গদেৱক জনাই ক'লে, মিশ্ৰ গোসাঁয়ে সত্ৰত ভকত চপাই ৰজা হ'বলৈ ওলাইছে। মগৰী দোলা, সোণৰ পিকদান, অন্ন-অলঙ্কাৰ লৈছে। আনপিনে উদাসীন গোসাঁয়ে বিয়া কৰাইছে। অধিকাৰ হোৱাৰ পিছতো পুত্ৰ-কন্যা জন্ম হৈছে। তেনেই ব্যভিচাৰ হৈছে।' সতাইৰ কথা শুনি পৰীক্ষিত বৰুৱাক বিচাৰ কৰিবলৈ পঠালে। পৰীক্ষিত বৰুৱাই সত্ৰৰ বয়-বস্তুবোৰ অনালে কিন্তু গোসাঁই আৰু ভকত পলাল। যথাৰ্থতে পৰীক্ষিত বৰুৱাই গোসাঁই আৰু ভকতক এৰি দিছিল। ৰজাই সতাইৰ কথাত পতিয়ন যোৱাৰ আৰু এটা কাৰণ আছিল, বংশীগোপালে ৰাজ-ৰোষত পৰা মানুহক আশ্ৰয় দিয়াৰ অভিযোগ আছিল। মিশ্ৰ গোসাঁই দেৰৰ-গাঁৱৰ মঠা বামুণৰ ঘৰত আত্মগোপন কৰি আছিল। মঠা বামুণৰ শত্ৰু অথচ আত্মীয় মানুহ এজনেই ৰজাৰ আগত পোনপটীয়াকৈ সংবাদ দিয়াত মিশ্ৰ গোসাঁইক ধৰাই নি বন্দী কৰাই থলে। বন্দীশালতে মিশ্ৰ গোসাঁইৰ মৃত্যু হ'ল। সেয়েহে মানুহে একালৰ ভকত সতাইক সতাই নাৰকী বুলি নিন্দা কৰিছিল।

শিতু চুখামফা খোৱাৰজাৰ দিনতেই উজনিত সৰ্বাধিক গোপালদেৱৰ আজ্ঞাপৰ সত্ৰ স্থাপিত হয়। এই সত্ৰসমূহে উজনি অঞ্চলৰ আহোম, কছাৰী, বৰাহী, কোচ, চুতীয়া আদি মানুহক শিষ্য কৰে। এই লোকসকলৰ খাদ্য-ৰীতি সুকীয়া। যোগিনীতন্ত্ৰই কোৱা মতে তেওঁবিলাকৰ জাতি-ভেদ নাই, খাদ্যত নিষেধাজ্ঞা নাই। মাছ-মঙহ, কুকুৰা-গাহৰি, কাছ আদি খায়। তামোল খায়। গোপালদেৱৰ জন্ম হৈছিল গড়গাঁৱৰ ওচৰৰ নাজিৰাহাটত। উজনিৰ মানুহৰ সামাজিক পৰিবেশৰ লগত পৰিচয় আছিল। গতিকে এই ইণ্ডো-মঙ্গোলীয় মানুহক নিতান্ত নৈষ্ঠিকতাৰ মাজলৈ নানি নাম-কীৰ্ত্তনৰ প্ৰাথমিক আচাৰখিনিৰেই বৈষ্ণৱ আদৰ্শলৈ আকৰ্ষণ কৰাৰ দিহা কৰিছিল। এই সময়তেই অসমৰ বৈষ্ণৱ আকাশত চাৰি সংহতিয়ে চাৰিটা ধুমকেতু ৰূপে দেখা দিছিল। প্ৰাচীন ভূঞা বংশৰ অনিৰুদ্ধদেৱক শুকানমাছ খোৱা বুলি ইতিকিং কৰিছিল। অথচ তেৱেঁই প্ৰকৃত জাতিভেদ হীনতাৰ আদৰ্শত মোৱামৰা সত্ৰ প্ৰতিষ্ঠা কৰিছিল। এই সময়ৰে পৰাই শিষ্যৰ মাজত পাৰ-স্পৰিক বিভেদ শিপাই নপৰিলেও গোসাঁইসকলৰ ভিতৰত প্ৰতিদ্বন্দিতা আৰম্ভ হৈছিল। ৰজা যিহেতু অহিন্দু, তেতিয়াই এই বিভেদৰ ৰামৰলিয়ে

ৰজা ঘৰক স্পৰ্শ কৰা নাছিল কিন্তু বিভেদৰ পৰিণতি আছিল সুদূৰ-প্ৰসাৰী।

প্ৰতাপসিংহই কুৰুৱাবাহী সত্ৰ পাতি ৰজাঘৰীয়া মাটি-ভেটি, ধন-সোণ দি প্ৰতিষ্ঠা কৰিলেও মিশ্ৰ গোঁসাইক মৰোৱাত সত্ৰত লটি-ঘটি হৈছিল। আনপিনে এই সময়তে কালসংহতিৰ জনচেৰেক মেধি-মহন্তকো নাম-ৰূপত মেলিছিল। চুৰমফা ভগাৰজাৰ দিনত মোৱামৰীয়াৰ নিত্যানন্দ গোসাঁয়ে শিষ্য-পয়োভৰত গৰ্বিত হৈ যেতিয়া 'মই ইন্দ্ৰবংশী ৰজাৰ ঘৰৰহে সমান' বুলি কৈ জগৰ লগালে আৰু সেই দায়তে প্ৰাণদণ্ড হ'ল, তেতিয়াই মোৱামৰীয়া শিষ্য আৰু ৰজাঘৰৰ মাজত কাঁট মেলিলে। যদিও বেজদলৈ ভণ্ডাৰী বৰুৱাই নিত্যানন্দৰ কন্যাৰ পাণিপ্ৰাৰ্থী হৈ বিমুখ হব লগা হোৱাত ৰজাক প্ৰৰোচিত কৰি এই দুৰ্ঘটনা কৰাইছিল, তথাপি গুৰুসৰ্বস্ব মোৱা-মৰীয়া শিষ্যই ৰজাঘৰৰ প্ৰতিহে ক্ৰোধান্বিত হৈছিল। মোৱামৰা সত্ৰৰ শিষ্য-সংখ্যা পোনতে আহোমৰহে অধিক আছিল। লাকু বৰপাত্ৰ গোঁহাইৰ নিচিনা উচ্চপদস্থ ডাঙৰীয়াকে ধৰি সাতঘৰীয়া আহোমৰ ঘৰচেৰেকো শিষ্য হৈছিল। মৰা পাঁচনি আৰু বেজদলৈৰ উচটনিত পৰি যি অকাৰ্য্য কৰিলে, তাৰেই পৰিণতি স্বৰূপে মোৱামৰীয়া-আহোম স্বজাতি বৈৰী হৈ উঠিল। কাৰণ, আহোমৰ হিন্দুধৰ্ম গ্ৰহণ।

জয়ধ্বজসিংহ স্বৰ্গদেও এখোজ আগ বাঢ়ি গ'ল। পিতৃ স্বৰ্গদেৱে মোৱামৰাৰ শিষ্য লাকু বৰপাত্ৰৰ জীয়েকক বৰকুঁৱৰী পাতিছিল। তেওঁৰে সন্তান খহুৰা গোঁহাই জয়ধ্বজসিংহ নাম লৈ ৰাজপাটত বহিছিল। ৰাজমাৱে মোৱামৰীয়া গোঁসাইৰ প্ৰতি আকৃষ্ট হৈ জয়ধ্বজসিংহক মোৱামৰাৰ মহন্ত জয়ৰামদেৱৰত শৰণ লবলৈ প্ৰভাৱান্বিত কৰিছিল আৰু ৰজাও ইচ্ছুক আছিল কিন্তু গোসাঁইৰ ককায়েক নিত্যানন্দক প্ৰাণদণ্ড দিয়াৰ কথা সুঁৱৰি অগত্যা ইচ্ছুক নহ'ল। জয়ধ্বজসিংহ ক্ষুব্ধ হৈ জয়ৰামদেৱৰ ভকত কিছুমানকে বন্দী কৰি অনাহাৰে ৰাখিলে। কুৰুৱাবাহীৰ গোসাঁইত পুনৰ প্ৰস্তাৱ দিলে। মিশ্ৰ গোসাঁইক মৰোৱাৰ কথা লৈ কুৰুৱাবাহীৰ গোসাঁয়ো অমান্তি হ'ল। কুৰুৱাবাহীৰ পাঠেক নিৰঞ্জন বাপু আৰু তাৰেপৰাই গোবিন্দ মূৰ্ত্তি আনি আউনীআটিত সত্ৰ পাতি তেওঁতে হিন্দুমতে শৰণ লৈ অজস্ৰ মাটি-ভেটি দি ৰাজসত্ৰ পাতিলে। ৰজা শৰণীয়া হ'ল বামুণীয়া সত্ৰত, সেয়েহে বেজ-দলৈৰ পুতেক মনখিৰ ভণ্ডাৰী বৰুৱাই 'অকথা কৈ' চাৰিজন ঠাকুৰীয়া মেধিক মৰোৱালে। শিলিখাতলীয়া মহন্তক ৰজা পাতিবলৈ সন্দেহা বৰ-গোহাঁই আৰু নাকজয় দুলীয়াবৰুৱাই আলচ কৰাৰ অপৰাধত কেইবাজনো বিষয়াৰ প্ৰাণদণ্ড হ'ল।

এইখিনিতো ধৰ্মৰ ক্ষেত্ৰত ৰজাৰ আৰু প্ৰজাৰৰ মাজত ফাঁট মেলিলে। দেওধাই-বাইলুং আৰু প্ৰাচীন পন্থী আহোমসকলে দেখ দেখকৈ বিতুষ্ট প্ৰকাশ কৰিলে। তেওঁবিলাকে বিশ্বাস কৰিছিল ইন্দ্ৰবংশী স্বৰ্গদেৱে সাধাৰণ প্ৰজাক গুৰু মানি মূৰ দোঁওৱাৰ ফলত ৰাজ্যলক্ষ্মী অৰ্থাৎ চেংদেও অসন্তুষ্ট হোৱাৰ পৰিণতি স্বৰূপেই মিৰজুমলাই দেশ জয় কৰি বোপা-পুলিন পুখাওৰ হাড়কো মৈদামৰপৰা তুলি নিলে। এই বিশ্বাস প্ৰজাৰ মনত দৃঢ়ীভূত হৈছিল। ৰজাৰ এনে আচৰণৰ প্ৰতি বিতুষ্ট হৈ ব্ৰহ্মপুত্ৰ-অৰ্থাৎ নাম-ত্তি-লাও নৈয়ে প্ৰবল বানপানী সৃষ্টি কৰিছিল আৰু লুইতে নিজৰ সুঁতি এৰি দিহিঙত পৰি মাজুলীৰ সৃষ্টি কৰিছিল। আগতে লুইত মাজুলীৰ উত্তৰেদিহে বৈছিল। এতিয়ালৈকে কেঁচা বৰলৰ বাহৰদৰে থুপ খাই থকা প্ৰজা ধৰ্মৰ নামতে চিৰালফটা দিবলৈ আৰম্ভ কৰিলে। সংহতিয়ে প্ৰকৃতাৰ্থত সংহতি হানি কৰিলে।

জয়ধ্বজসিংহ হিন্দু হ'ল। হিন্দু ৰীতি-নীতি আচৰিবলৈ ধৰিলে। হিন্দু বিষয়াৰ প্ৰতি আস্থা-বিশ্বাস বাঢ়িল। মিৰজুমলাৰ আক্ৰমণ ৰোধ কৰিবলৈ মনথিৰ ভঁৰালী বৰুৱাক সেনাপতি পাতি পঠালে। ক্ষুব্ধ হ'ল আহোম ডা-ডাঙৰীয়াসকল। মনথিৰে দলিবাৰী-পচৰিয়াৰ কোঁঠ এৰি দিলে। একাঠি কাঁড়ো মাৰোঁতা নহ'ল। পিছ হুইঁকি আহি গুৱাহাটী পালেহি। আহিলা-পাতি সকলো গুৱাহাটীতে এৰি চামধৰা গড়লৈ আহিল। চামধৰাতো ৰব নোৱাৰি ৰাঙলী গড়ৰ ভিতৰ সোমালহি। এনেতে নগঞা ভোটাই ডেকাই গোপন বাট দেখুৱাই মিৰজুমলাৰ সৈন্যক গড়ৰ ভিতৰলৈ আনিলে। এই বেলি মিৰজুমলা গৈ গড়গাওঁ পালেগৈ। আহোম সৈন্যই তেতিয়া মন্তব্য কৰিছিল, 'সকলোৰে ওপৰত বেজদলৈ সজাতী। একাঠি কাঁড়ো মাৰোতা নহ'ল। বন্দী হেন্দুৱে এতিয়া মুগাৰ ঠেনাকৈ সুত কাটি মৰে।' এইখিনিতে যেন আহোম ৰাজ্যত আহোম আৰু হিন্দুৰ মাজত ক্ষীণ হ'লেও ফাঁট মেলিছিল। সি যি কি নহওক এই সময়চোৱাতে ডা-ডাঙৰীয়া সমন্বিতে অধিকাংশ আহোমেই হিন্দুধৰ্মত ঘাইকৈ কালসংহতি পন্থৰ সেৱক হৈছিল। বিখ্যাত সাতজনা বুঢ়াগোহাঁই ম'ৰামৰা সত্ৰৰ, ডেবেৰা বৰবৰুৱা সৌকাজানৰ, লাচিত বৰফুকন নমাটি সত্ৰৰ সেৱক আছিল।

জয়ধ্বজসিংহই ভনীয়াপাৰৰ পুখুৰী খনাই আহোম মতে সৰণদেৱলৈ উচৰ্গা কৰি ম'হ-গাহৰি কাটিছিল কিন্তু শৰণীয়া হোৱাৰ পিছত পুনৰ হিন্দুমতে উচৰ্গি সাদিন-সাতৰাতি ৰৰসবাহ পাতি সত্ৰৰ মহন্তসকলক চপাই

সোণ-ৰূপ দান কৰিছিল। কোচবিহাৰৰপৰা বনমালীদেৱক নিমন্ত্ৰণ কৰি আনি অখলাবন্ধাত সত্ৰ পাতি দিছিল। হিন্দুমতে পুখুৰী উচৰ্গিবৰ সময়ত বনমালীদেৱো উপস্থিত আছিল। পিছত তেওঁক মাজুলীৰ ৰাওলী বাহবৰ ওচৰত দক্ষিণপাট সত্ৰ স্থাপন কৰি দিয়ে। আন কি মৃত্যুৰ সময়তো বনমালী-দেৱৰ মুখে মৃত্যুমঙ্গল শ্ৰৱণ কৰিছিল। জয়ধ্বজসিংহই পৃষ্ঠপোষকতা কৰাৰ ফলত ৰজাঘৰত ব্ৰহ্মসংহতিয়ে মান-সৎকাৰ লাভ কৰিবলৈ ধৰে আৰু এই সময়ৰেপৰাই বাইকৈ কালসংহতি সত্ৰৰ প্ৰতি বামুণীয়া সত্ৰৰ ঈৰ্ষা-অসূয়াৰ গজালি মেলে।

চক্ৰধ্বজসিংহও গভীৰ হিন্দু আদৰ্শানুগামী আছিল। তেওঁ দক্ষিণ পাট সত্ৰ প্ৰতিষ্ঠাত অধিক বৰঙনি দিয়াৰ উপৰিও পুৰুষসংহতিৰ সত্ৰ কেইখনমান স্থাপন কৰাতো সহায়তা কৰিছিল। জয়ধ্বজসিংহই ভটীয়াপাৰৰ পুখুৰী উচৰ্গা কৰিবৰ সময়ত উজনি-নামনিৰ বহুতো সন্ত-মহন্তক নিমন্ত্ৰণ জনাইছিল আৰু এই সুযোগতে তেওঁবিলাকে আহোম ৰাজ্যত সত্ৰ-সভা পাতিবলৈ সুবিধা পাইছিল। যুদ্ধ-বিগ্ৰহত, বিশেষকৈ শৰাইঘাটৰ যুদ্ধত ব্যস্ত থকা বাবে চক্ৰধ্বজে ধৰ্মৰ বিষয়ত বিশেষ মন-কাণ দিয়া নাছিল।

উদয়াদিত্যসিংহৰ দিনত এক নতুন বিপদে দেখা দিয়ে। গকুলপুৰী নামেৰে এজন সন্যাসী আহি নীলাচল পৰ্বতত আছিল। তাৰেপৰা উজাই অহা শুনি উদয়াদিত্যই কলাবাৰীৰপৰা নিয়াই গড়গাওঁ নগৰৰ চূণপোৰা দুৱাৰৰ পোনে সত্ৰ পাতি থয়। বৈৰাগীৰ অলৌকিক মহিমা দেখি ৰজাই তেওঁতে আশা-ভৰসা কৰি থাকে। তিনিজনা ডাঙৰীয়া প্ৰমুখ্যে ভালেমান ফুকন-ৰাজখোৱাই বৈৰাগীৰ শৰণাপন্ন হ'ল। আন আন বিষয়া-সকলকো বৈৰাগীৰ সেৱক হ'বলৈ টানি ধৰিলে। বাৰজন ঠাকুৰীয়া মেধিক শৰণ লবলৈ আনিবলৈ পঠালে। তদুপৰি মোৱামৰা, দিহিং শিলিখাতল, চেঁচা আৰু সৌকাজানৰ মহন্তক আনি হাতীশালত বন্দী কৰি থৈ মাহাত্ম্য দেখুৱাবলৈ বাধ্য কৰিলে। মাহাত্ম্য দেখুৱাব নোৱৰাত শৰণ লবলৈ বাধ্য কৰিলে। তাকে দেখি সৌকাজানৰ সেৱক ডেবেৰা বৰবৰুৱাই গোসাঁইক সেৱা কৰি বোলে,'তোৰাসৱৰ চৰণে ৰাখিবা। ইয়াৰ প্ৰতিকাৰ কৰিবলৈ প্ৰতিশ্ৰুত হলোঁ।' সেই ৰাতিয়েই উদয়াদিত্য ৰজাক বধ কৰি সৰুগোহাঁই অৰ্থাৎ ৰামধ্বজসিংহক ৰজা পাতিলে। এইজন ৰজাই আকৌ নৰোৱা মহন্তক আশা-ভৰসা কৰি আছিল। ধৰ্মৰ আদৰ্শ-বিভ্ৰাটৰ পৰিণতি স্বৰূপে ৰজাঘৰ আৰু উচ্চপদস্থ বিষয়াৰ মাজত দেখদেখকৈ সংঘৰ্ষ ঘটিল। এনে সংঘৰ্ষই যে বিষয়াক আনুগত্যহীন কৰিব ই ধ্ৰুৱ।

১৫৯৫ শকবপৰা ১৬০৩ শকলৈকে এই আঠ বছৰ আহোম ৰাজ্যৰ ভিতৰত সবাতোকৈ ধুমুহাজৰ্জৰ। পোনতে আছিল স্বেচ্ছাচাৰী ডেবেৰা বৰবৰুৱা। ডেবেৰাৰ বিৰুদ্ধে শৰাইঘটীয়া সেনাপতি সকলে বংশাৱলী পুথি, শাল-গ্ৰাম, তাম, তুলসী, ব্ৰাহ্মণ আগত থৈ শপত গ্ৰহণ কৰিলে 'কাকো-কেৰে এৰা-এৰি নকৰিবি। স্বৰ্গদেও পাটত থাকোঁতেও একে ডেবেৰাই স্বৰ্গদেৱকো অপঘাতকৰে, ৰা-বিষয়াও ভঙা-পতা কৰে।' সেইবুলি ডেবেৰাক বধ কৰিলে। এই বেলি আছিল সুদক্ষ সেনাপতি, অভিজ্ঞ ৰাজনীতিজ্ঞ আতন বুঢ়া-গোহাঁই। ৰজা চুজিনফা আৰু বুঢ়াগোহাঁই দুয়ো ম'ৰামৰাৰ সেৱক। পোনতে ভালেই চলিছিল, পিছলৈ মতান্তৰ ঘটিল। লালুকসোলা বৰফুকনে আতন বুঢ়াগোহাঁইক নিগ্ৰহ কৰি বন্দী কৰি থলে। লালুকসোলা স্বয়ং প্ৰৱৰ্ত্তি চুলিকফাক পুতলা ৰজা' পাতিলে। ভোটাই ডেকাই লালুকসোলাক সবংশে কাটিলে। ভোটাই ডেকাৰ লগৰীয়া মাধ তামুলীয়ে দক্ষিণপটীয়া গিদাগাঁঠি হাজৰিকাক বৰফুকন পাতিলে। এই গিদাগাঁঠি হাজৰিকাই আছিল জয়মতী কুঁৱৰীক শাস্তি দিয়াৰ অধ্যক্ষ। পাত্ৰ-মন্ত্ৰীৰ অধীনস্থ ৰজাৰ কোনো মূল্য নাই। এজন উপযুক্ত ৰাজকোঁৱৰ বিচৰাত ৰা-বিষয়াসকল ব্যস্ত হ'ল।

গদাপাণি কোঁৱৰ আত্মগোপন কৰি ফুৰিছিল। সেই সময়ৰ সবা-তোকৈ প্ৰভাৱশালী অধিকাৰ বনমালীদেৱৰ দক্ষিণপাট সত্ৰলৈ গ'ল, দক্ষিণ-পাটৰ সেৱক লানমাখৰু চেতিয়াৰ নাতিয়েক বন্দৰ বৰফুকনক বুজাবলৈ খাটনি ধৰিবলৈ। চুলিকফা লৰাৰজাও দক্ষিণপাটৰ সেৱক। গতিকে বন-মালীদেৱে গদাপাণিক একো আশ্বাস নিদি সত্ৰৰ হাটীৰ বাহিৰত থাকিবলৈ দিলে। ডেকা অধিকাৰে 'থুই কটা' বুলি গালৈ তামোলৰ পিক মাৰি পঠি-য়ালে। গদাপাণিয়ে তামোলৰ পিক পৰা কাপোৰ সাজ কুৰি চুঙ্গিৰ বৰাৰ ঘৰত টোপোলা বান্ধি থলে।

বনমালী বাপুত ভাৰসা কৰিব নোৱাৰি গদাপাণি আপুনি গৈ কলিয়া-বৰত বন্দৰ বৰফুকনৰ ঘৰ পালেগৈ। বন্দৰ বৰফুকনৰ আশ্ৰয়ত আন আন ফুকন-ৰাজখোৱাৰ সমৰ্থনত কলিয়াবৰৰ সৰিয়হতলীতে হেঙলাঙত বহুৱাই ৰজা পাতি উজাই আহিল। উজাই আহি দক্ষিণপাটৰ ঘাট পাওঁতে বন-মালী বাপুৱে বন্দৰ বৰফুকনক মতাই নি ক'লে, 'ফুকন, তুমি মোৰ প্ৰধান শিষ্য। তুমি জানা, লৰা ৰজাও মোৰে শিষ্য। এই হেতুকে মইেই ৰজা হৈ আছোঁ। এতেকে তুমি এনে কাম নকৰিবা।' বন্দৰ বৰফুকনে দৃঢ়তাৰে উত্তৰ দিলে, 'ৰজা পতা কাম মই অকলে কৰিব নোৱাৰোঁ। সকলোৰে

ৰিলি এজন উপযুক্ত ৰজা বিচাৰিছে।' বৰফুকনৰ উত্তৰ শুনি বনমালী বাপুৱে ক'লে, 'মই অভিশাপ দিছোঁ। তোৰ ঘৰত ভবিষ্যতে বৰফুকন বাব নঘটক।' একে দৃঢ়তাৰে বৰফুকনেও শাপ দিলে, 'আপোনাৰ বংশতো ভবিষ্যতলৈ অধিকাৰ বাব নেথাকক।' নিজৰ শিষ্যক ৰাজসিংহাসন আৰু বিষয়-বাবত ৰাখি ঐশ্বৰ্য্য-সম্পদ সংগ্ৰহ আৰু ভোগ কৰাৰ বাসনা এই কাহিনীটোত লুকাই আছে। এই সময়ৰেপৰাই আহোম ৰজাঘৰৰ ৰাজগুৰু হোৱাৰ প্ৰতিযোগিতা আৰম্ভ হয়।

দক্ষিণপাটৰ বনমালী বাপু আৰু ৰাম গোঁসায়ে অধিকাৰৰ গাদীৰপৰা ৰজা ভঙা-পতা নাটকৰ ভাৰবীয়া হৈ যি কাণ্ড কৰিছিল, সি বুৰঞ্জীৰ ঘটনা-প্ৰবাহ পৰিবৰ্ত্তন কৰি অসমক মোগল সাম্ৰাজ্যৰ বুকুত বলি দিবলৈ ওলাই-ছিল। লাচিত বৰফুকনৰ ককায়েক লালুকসোলা ৰমণী গাভৰুৰ মোমায়েক। আওৰঙ্গজেবৰ পুত্ৰ আজমতৰাই অসমৰ ৰজা পাতিম বুলি লালুকসোলাক লোভ দেখুৱাই গুৱাহাটীখন এৰি দিবলৈ চিঠি দিছিল। লালুকসোলাই গন্ধীয়া ভঁৰালৰপৰা ৰজাৰ সাজ-পাৰ আনি আজমতৰাৰ কটকী তুলিছিল। আজমতৰাৰ অভিসন্ধিৰ অশুভ পৰিণতিৰ কথা চিন্তা কৰি মইনা নামেৰে তেওঁৰ লগত যোৱা লিগিৰা লৰাটো আহি নোপোৱালৈকে তেনে কাম নকৰিবলৈ বাৰণ কৰি ৰমণী গাভৰুৱে চিঠি দিছিল। এইবোৰ ঘটনা চুলিকফা লৰাৰজাৰ সাক্ষাততে সংঘটিত হৈছিল। লালুকসোলাৰ নিচিনা স্বাৰ্থপৰ ৰাজবিষয়াই পুতলা ৰজাক হাতত লৈ দেশৰ ভবিষ্যত অন্ধকাৰৰ বুকুলৈ ঠেলি দিছিল। সেই সময়ত ক্ষমতাসীন সকলো বা-বিষয়াই এজন শক্তিশালী ৰজাৰ সন্ধানত ব্যস্ত আছিল কিন্তু দক্ষিণপাটৰ অধিকাৰে নিজৰ শিষ্য বুলিয়েই দুৰ্বলচিতীয়া লৰাৰজাক ৰাজপাটত ৰাখিবলৈ বন্দৰ বৰফুকনক আদেশ দিছিল। বন্দৰ বৰফুকনে ৰাজকীয় দায়িত্বক আগঠাই নিদি, প্ৰভু ঈশ্বৰৰ কথা শুনিবলৈ হোৱা হলে, আজমতৰাৰ ষড়যন্ত্ৰ অনুসৰি সপ্তদশ শতিকাতে অসমৰ স্বাধী-নতা বেলি মাৰ গ'লহেঁতেন। গদাধৰসিংহ ৰাজপাটত বহিয়েই মঞ্জল-খাঁৰ অসম-আক্ৰমণ প্ৰতিহত কৰিবলগীয়া হৈছিল। এইজনা স্বৰ্গদেৱে শেষবাৰলৈ মোগল-আক্ৰমণকাৰীক বিদায় দিছিল।

এইবেলি আহিল গদাধৰসিংহৰ ৰাজত্বকাল। গদাধৰসিংহৰ হিন্দু আদৰ্শৰ প্ৰতি বিদ্বেষ নাথাকিলেও তেওঁ দীক্ষিত হোৱা নাছিল। ৰাজ্যত বহুতো শিৱদ'ল নিৰ্মাণ কৰাইছিল আৰু ৰজাঘৰত শাৰদীয় দুৰ্গাপূজা পাতি-বলৈ অনুমতি দিছিল। ইতিমধ্যে বৰ বৰ সত্ৰসমূহৰ বাহিৰেও দেশত অসংখ্য সত্ৰ-সভা স্থাপিত হৈছিল। দহজন-বাৰজন ভকত হৈ এজনক গোসাঁই

পাতি নামঘৰ লৈ বাস কৰিছিল। গোসাঁই-ভকতে পাইকৰ খাটনিৰপৰা বেহাই পায়। ৰবদোৱাৰপৰা মাজুলীলৈকে ৩০০০ আৰু অকল ৰবদোৱাতে তেনে ২০০০ ভকত ওলাল। ৰাজকীয় কাম কৰিবলৈ ছিচাপত পাইকৰ দইন পৰিল। এই ঘটনাই গদাধৰসিংহক বিহিত ব্যৱস্থা গ্ৰহণ কৰিবলৈ দৃঢ়তা আনি দিলে। ইয়াৰ কাৰণ কেইবাটাও : এক, দক্ষিণপাটৰ বনমালী গোসাঁইক মাটি-ভেটি সোণ-ৰূপ দি ঈশ্বৰ চিন্তা কৰি প্ৰজাৰ হিত সাধিবলৈ সত্ৰ পাতি দিছিল। তেওঁ তাতে সন্তুষ্ট নেথাকি ৰজা ভঙা-পতা কাৰ্য্যত হাত দিছিল। দুই, ডেকা-অধিকাৰ ৰাম গোসাঁয়ে নিন্দা কৰি গাত পিক পেলাইছিল। তেতিয়াই সময় পালে প্ৰতিশোধ লবলৈ ছমিয়াই থৈছিল। তদুপৰি গদাপাণিক ৰজা পতাৰ বাতৰি পাই, ভাণ্ডিবলৈ বুলি নাও লৈ বিশ্বনাথলৈ ভটীয়াই গৈছিল আৰু গদাধৰসিংহক আশীৰ্বাদ নিদি উচাট মাৰি গুচি গৈছিল। তিনি, লৰাৰজাৰ ভয়ত আত্মগোপন কৰি ফুৰোঁতে সত্ৰাধিকাৰসকলৰ ৰাজকীয় পয়োভৰ আৰু অৰ্থ-সম্পত্তি আহৰণৰ কৌশল দেখি ক্ৰোধান্বিত হৈছিল। এনেতে বেজদলৈৰ নাতিয়েক ৰঙাচৰণ ভণ্ডাৰী বৰুৱাই স্বৰ্গদেৱক ক'লে, 'ভকতক ধন কেলেই লাগিছে? চাউল-কঠাহে লাগে, তাকো সেৱক-শৰণীয়াই দিছে। স্বৰ্গদেৱৰ আদেশ হলে, সেই ধন আনিব পাৰোঁ।' । পৰামৰ্শ অনুসৰি কাম।

১৬০৬ শকত তুংখাঙৰ ৰহদৈ পুখুৰী উচৰ্গা কৰিবলৈ আউনীআটি, বেঙেনাআটি আৰু কাটনীপাৰৰ অধিকাৰক নিমন্ত্ৰণ কৰি আনি ৰৰসবাহ পাতি নাগ পুতিছিল। দক্ষিণপাট সত্ৰক নিমন্ত্ৰণ নজনোৱাটো মন কৰিবলগীয়া।

এদিন গদাধৰসিংহ ৰাজআলিটেদি গৈ থাকোঁতে বাটৰ কাষতে গোসাঁই-ভকত গোট খাই নাম-কীৰ্ত্তন কৰি আছিল। ৰজাই হাই-উৰুমি শুনি কি কৰিছে সুধিলে, লগত যোৱা বিষয়াই হাত চাপৰি বজাই নাম গাইছে বুলি ক'লে। তেতিয়া ৰজাই ক'লে, 'মোৰ কাম-বন এৰি হাত-চাপৰি বজাই সময় কটায়। গোসাঁই-মহন্ত হৈ প্ৰজাক কাঠৰ মালা আৰু মন্ত্ৰ দি মহৎ বোলায় আৰু প্ৰজাই তাকে লৈ ৰজা আৰু ৰাজকাজলৈ আওহেলা কৰে।' এই সময়তে অনুসন্ধান কৰোৱাই দুহেজাৰমান তেনে সত্ৰ, তাকে চাই ভকত পাইছিল। এই খণ্ডতে ওঠৰজন ঠাকুৰীয়া অৰ্থাৎ কালসংহতিৰ মহন্তক নামৰূপলৈ নিৰ্বাসিত কৰিলে। কিছুমানক ধন দণ্ড কৰি চেউনীত পাতিলে। খনচেৰেক জুই দি পুৰিলে। পূৰ্বৰ অপৰাধ সুঁৱৰি দক্ষিণপাটৰ ৰাম গোঁসাইৰ চকু কাঢ়িলে। আউনীআটিৰ কেশৱদেৱক শদিয়ালৈ নি দণ্ড

কৰি ধন লয়ে। দক্ষিণপাটৰ সোণৰ মূৰ্ত্তি আনি ভাঙি চৰাইদেওত থকা মন্দিৰৰ ঘট দিলে। এই সকলো কাম কৰিলে ৰত্নাচৰণ ভণ্ডাৰী বৰুৱাৰ নিৰ্দেশত কলা চাউডাঙে। সহযোগী আছিল কণা চেকেৰাই আৰু আচু-মুলীয়া। গদাধৰসিংহৰ এই কাৰ্য্য মূলতঃ ৰাজনৈতিক। তথাপি আজিও গোসাঁই-মহন্তই তেওঁৰ এই নিৰ্য্যাতন পাহৰিব পৰা নাই। তেওঁ ইমান ব্যক্তিত্বসম্পন্ন, ক্ষমতাশালী স্বৰ্গদেও আছিল যে সেই সময়ত কোনেও মাত এষাৰো মতা নাছিল। কিন্তু ৰজা ঘৰৰ প্ৰতি স্বাভাৱিকতে বিৰূপ মনোভাব সৃষ্টি হৈছিল।

১৬১৭ শকত বৰজনা লাইকোঁৱৰ ৰাজপাটত বহিল। কোঁৱৰালি কালৰেপৰাই তেওঁ হিন্দু ধৰ্ম আৰু আদৰ্শৰ প্ৰতি গভীৰ অনুৰাগী আছিল। ৰাজপাটত বহিয়েই কেশৱদেৱ গোঁসাইক শদিয়াৰপৰা অনাই সত্ৰত পুনৰ থাপিলে। বাকী নামৰূপত থকা মেধি-মহাজনসকলকো নিজৰ নিজৰ ঠাইত বহুৱালে। এই সময়তে ৰজাঘৰৰপৰা এই গোসাঁই-মহন্তসকলৰ শ্ৰেণী-বিভাগ কৰি মৰ্য্যাদা দিয়ে। বৰ-বাৰেজনীয়া আৰু সৰু-বাৰেজনীয়াক 'মেধি', চাৰিসত্ৰীয়াক 'বাপু', দিহিং আদি সত্ৰৰ গোঁসাইক 'বাপ', খন-চেৰেক সত্ৰৰ 'মহন্তক' 'আতা' আৰু মোৱামৰাৰ মহন্তক 'ঠাকুৰ' নামকৰণ কৰি মৰ্য্যাদা নিৰ্দ্ধাৰণ কৰে। গোসাঁই-মহন্তৰ মাজত এই ব্যৱস্থাই অসন্তুষ্টি সৃষ্টি কৰিছিল। যাইকৈ পাবত গজা সত্ৰ সমূহেও পূৰ্বৰেপৰা পুৰো-হিতালি কৰি অহা শ্ৰেণীটোৰ সমানে মৰ্য্যাদা পোৱাত পুৰোহিত শ্ৰেণীটো বিতুষ্ট হৈ ৰজাঘৰত অভিযোগ উত্থাপন কৰিছিল। পৰিণতি স্বৰূপে ৰুদ্ৰ-সিংহয়ো নিজ হাতে পুনৰ সংস্থাপন কৰা জনচেৰেক মেধি-মহন্তক লটি-ঘটি কৰিলে। এইজন স্বৰ্গদেৱেই ১২৮০ খন অৰ্থাৎ কড়িৰ টকাৰে এটকা হিচাপৰ সত্ৰক স্বীকৃতি দি এটকা মহন্ত নাম দিলে।

শঙ্কৰদেৱৰ বৈষ্ণৱ আদৰ্শত জাতি-বিচাৰ নাছিল। সেয়েহে শূদ্ৰ মহন্তয়ো ব্ৰাহ্মণ শিষ্য গ্ৰহণ কৰিছিল বা আজ্ঞাপৰ হৈ সত্ৰ স্থাপন কৰিছিল। শূদ্ৰৰ আজ্ঞাপৰ হৈ সত্ৰ স্থাপন কৰি বৈদিক কৰ্মকাণ্ড পৰিত্যাগ কৰাটো নৈষ্টিক ব্ৰাহ্মণে যাইকৈ ব্ৰহ্মসংহতিৰ সত্ৰই সহ্য কৰিব পৰা নাছিল। দ্বিতীয়তে, কোনো ধৰণৰ ব্ৰাহ্মণ্য আচাৰ-ৰীতি পালন নকৰা নামসৰ্বস্ব মেধি-মহাজনে ব্ৰাহ্মণ শিষ্যক শৰণ দিয়াটো অসহ্য হৈছিল। শূদ্ৰই বামুণক শৰণ দিয়া নিদিয়াৰ ফলত ৰজা ৰুদ্ৰসিংহৰ কোনো হানি-বিঘিনি ঘটা নাছিল। কিন্তু কোনোবা পক্ষৰপৰা এই ক্ষেত্ৰত ৰজাক উচটনি দিয়া হৈছিল। ফলত ৰুদ্ৰসিংহই নিৰ্দেশ জাৰি কৰিলে, 'ব্ৰাহ্মণক শূদ্ৰই শৰণ নিদিব। যদি শাস্ত্ৰৰ উদ্ধৃতি

দিব পাৰে, দেখুৱাব। মই বিচাৰ কৰি চাম।' জনচেৰেকে 'শাস্ত্ৰৰ বচন দেখুৱাব পাৰিম' বুলি অনেক পুথি-পাঁজি লৈ গড়গাঁৱলৈ আহিল কিন্তু উদ্ধৃতি দেখুৱাব নোৱাৰিলে। সেইদিনা ব্ৰাহ্মণসকলে বিস্তৰ অহঙ্কাৰ কৰিলে। শূদ্ৰ মহন্তসকলক হাতীশালত বন্দী কৰি থলে। ব্ৰাহ্মণ শিষ্যসকলক সত্ৰৰ বাহিৰ কৰি দিবলৈ আদেশ দিলে। কেনেবাকৈ যদি কাৰোবাক পায়, গোসাঁইকো দণ্ড কৰিব আৰু শিষ্যকো দণ্ড কৰিব বুলি আদেশ শুনালে। যথাৰ্থতে ব্ৰাহ্মণে য'তেই শৰণ নলওক, ৰুদ্ৰসিংহই ব্যৱস্থা গ্ৰহণ কৰি ভাল কাম কৰা নাছিল। ৰাজ্য-শাসনৰ লগত ইয়াৰ কোনো সম্পৰ্ক নাছিল। পৰিণতি স্বৰূপে অনেক গোসাঁই-মহন্তৰ লগতে ভকতৰো মনোভাব বিৰূপ হৈছিল। কমলাবৰীয়া আৰু মধুপুৰীয়া গোসাঁয়ে মূৰ্ত্তি-গোসাঁই সেৱা-পূজা নকৰে বুলি সৌকাৰে কোবাই ডিঙিত কলহ আঁৰি খেদিছিল।

ৰুদ্ৰসিংহই আউনীআটিৰ কেশৱদেৱ গোসাঁইত শৰণ লৈছিল আন-পিনে তান্ত্ৰিক সাধক মুকলিমূৰীয়া গোসাঁইৰপৰা পঞ্চআক্ষৰীয় শিৱ-মন্ত্ৰ গ্ৰহণ কৰিছিল। এইজন পদ্মনাভ ভট্টাচাৰ্য্যৰ পৰামৰ্শ আৰু বাচনি মতেই নদীয়াৰ কৃষ্ণৰাম ভট্টাচাৰ্য্যক শাক্ত-মন্ত্ৰ লবলৈ মতাই অনা হৈছিল। তেওঁৰ দিনৰপৰাই শিৱ, বিষ্ণু, দুৰ্গা, শ্ৰীসূৰ্য্য আৰু শ্ৰীগণেশ এই পাঁচদেৱতাৰ মন্দিৰ সজা হৈছিল। বঙ্গদেশৰ কৃষ্ণৰাম ভট্টাচাৰ্য্যত শৰণ-দীক্ষা লব খোজা দেখি দেশৰ অনেক প্ৰজাই জাঙুল খাই উঠিছিল। দেওধাই-বাইলুঙে দেশৰ পতন আৰু অমঙ্গলৰ কথা ভাবি ভবিষ্যত-বাণী কৰিছিল। চাৰি সংহতি সৃষ্টি হোৱাৰ দিনৰেপৰা প্ৰজাৰ মাজত অনৈক্য আৰু বিভেদ সৃষ্টি হৈছিল কিন্তু ৰুদ্ৰসিংহৰ গড়গাঁৱৰ বিচাৰে দেখা-দেখিকৈয়ে ব্ৰাহ্মণ আৰু শূদ্ৰৰ মাজত এডাল কঠিন সীমাৰেখা টানি দিলে। আনপিনে পিতা-পুত্ৰ দুয়োজনৰ আমোলতে নিৰ্য্যাতিত হোৱা মেধি-মহন্ত আৰু শিষ্যসকল ক্ষুব্ধ হৈ নিমাতে থাকিল।

ৰুদ্ৰসিংহ স্বৰ্গদেৱৰ ব্যৱস্থা অনুসৰিয়েই শিৱসিংহই কৃষ্ণৰাম পৰ্বতীয়া গোসাঁইত শৰণ লৈ শাক্ত হ'ল। ব্ৰাহ্মণ গোসাঁইক তুষ্ট কৰি শূদ্ৰ গোসাঁইক কষ্ট কৰিলে। দুয়োজনৰ ৰাজত্বত মোৱামৰীয়া গোসাঁই লাঞ্ছিত হৈছিল। আনপিনে মোৱামৰা, দিহিং আদি সত্ৰৰ শিষ্য-সমৰ্থকৰ সংখ্যা বাঢ়নী পানী বঢ়াদি বাঢ়ি গৈছিল। আহোন ৰাজ্যত স্থাপিত হোৱা প্ৰায় সকলো সত্ৰই হয় ৰজাৰপৰা, নহয় ডাঙৰীয়া-বিষয়াৰপৰা মাটি-বাৰী, ধন-সোণ লাভ কৰি চহকী হৈ উঠিছিল। ৰুদ্ৰসিংহৰ দিনত ঘাইকৈ ব্ৰহ্মসংহতি,

সত্ৰসমূহে বহু পৰিমাণে দেৱোত্তৰ-ব্ৰহ্মোত্তৰ লাভ কৰিছিল। অথচ ভিতৰি ৰজাঘৰৰ প্ৰতি এই সময়ৰেপৰাই নিন্দা-বন্দনা আৰম্ভ হৈছিল।

ৰুদ্ৰসিংহৰ ৰাজত্বকালতেই দেশৰ প্ৰজা মোৱামৰীয়া, লক্ষীমপুৰীয়া, ভিতৰপকীয়া, বামুণীয়া, শুদিৰীয়া, মলাজপীয়া আৰু কেঁচা (মানে প্ৰাচীন ৰীতি-নীতিৰে চলা আহোম, কছাৰী, দেউৰী) আদি ভাগত ভাগ হৈ পৰিল। প্ৰজাৰ একধাবিশিষ্ট ৰাজানুগত্য দ্বিধাবিভক্ত হ'ল। কোনো কোনো ক্ষেত্ৰত ৰাজ-আনুগত্যতকৈ গুৰু-আনুগত্য ওপৰলৈ উঠিল। ডা-ডাঙৰীয়া, বা-বিষয়াৰ ক্ষেত্ৰতো সেয়ে ঘটিল। গদাধৰসিংহই বামুণ, গণক, কায়স্থ, কলিতা বাদ দি বাকী সকলোকে একেটা জাত কৰিবলৈ ৰাজধানীত খলা চিকনাই বৰভোজ পাতি খুৱাইছিল কিন্তু ৰুদ্ৰসিংহৰ প্ৰশ্ৰযতে শূদ্ৰ আৰু ব্ৰাহ্মণ দুটা বিশিষ্ট ভাগত ভাগ হৈ পৰিল। ঐক্য বিনষ্ট হ'ল।

শিৱসিংহ স্বৰ্গদেৱৰ দিনত আৰু গোটাচেৰেক অতিৰিক্ত ঘটনা ঘটিল। তেওঁ পৰ্বতীয়া গোসাঁইৰপৰা শাক্ত মত গ্ৰহণ কৰিলে। ৰজাৰ লগতে ৰাণীও দোৰ্ঘোৰ শাক্ত হ'ল। পৰ্বতীয়া গোসাঁইৰ পৰামৰ্শ অনুসৰি ফুলবাৰীৰ বাহিৰে সকলো দেৱালয়ৰ মূৰ্ত্তি আনি লুইতত পেলালে। অসমৰ প্ৰাচীন ৰীতি-নীতি উচ্ছেদ কৰি ৰঘুনন্দনৰ স্মৃতিৰ আহিৰে স্মাৰ্ত্ত মত প্ৰচলন কৰিলে। মন্দিৰ বিলাকত প্ৰায় ৫০০০ ব্ৰাহ্মণক নতুনকৈ মাটি-ভেটি দি পূজাৰী-পৰিচাৰক পাতিলে। ৰজাঘৰীয়া ধন-বস্তু লাভৰ আশাত এই সময়তে ভালেমান বৈষ্ণৱ ব্ৰাহ্মণ শাক্ত মতলৈ উলটি আহিল আৰু বৈষ্ণৱ সত্ৰতো শাক্ত প্ৰভাৱ সোমাল। ঠায়ে ঠায়ে চৈতন্যীয়া আদৰ্শয়ো ভুমুকি মাৰিলে। ফুলেশ্বৰী কুঁৱৰীৰ গুৰু-আনুগত্যৰ সীমা নাছিল। নাম-সৰ্বস্ব ঠাকুৰীয়া মহন্তসকলক অনাই মূৰ্ত্তি, ভাগৱত, শালগ্ৰাম দি আউনী-আটি, গড়মূৰ আদিত সেৱা কৰাই পূজা-সেৱা কৰিবলৈ দেউৰী-ভাগৱতী ব্ৰাহ্মণ দি অতিচাৰ কৰিছিল। তদুপৰি মোৱামৰা মহন্তকে ধৰি ঠাকুৰীয়া মহন্তসকলক মতাই আনি শাৰদীয় দুৰ্গাপূজাত গোসাঁনী সেৱা কৰাই, প্ৰসাদ খুৱাই, বলিকটা ছাগলীৰ যোঁট দি 'স্ত্ৰী বুদ্ধি প্ৰলয়ঙ্কৰী' বুলি প্ৰমাণ কৰিছিল। গদাধৰসিংহ, ৰুদ্ৰসিংহ আৰু শিৱসিংহ তিনিওজন ৰজাৰ ৰাজত্ব-কালত বাৰে বাৰে লাঞ্ছিত গোসাঁইসকলৰ অনুগত শিষ্যসকল ক্ষুব্ধ, বিতুষ্ট আৰু বিদ্ৰোহী হবলৈ প্ৰৰোচিত হোৱাটো স্বাভাৱিক। মূৰ্ত্তি পূজা নকৰা, নামধৰ্মত বিশ্বাসী মেধি-মহন্তসকলক বাৰে বাৰে ব্ৰাহ্মণ্য-ৰীতি লবলৈ ৰজাঘৰৰপৰা বাধ্য কৰোৱা প্ৰচেষ্টাত নিশ্চয় কাৰোবাৰ প্ৰত্যক্ষ কিম্বা পৰোক্ষ উচটনি আছিল আৰু ইয়াৰ পৰিণতি স্বৰূপে প্ৰজা ৰুষ্ট হৈছিল ক্ৰমান্বয়ে আনুগত্য খহি পৰিছিল।

শিৱসিংহ, প্ৰমত্তসিংহ, ৰাজেশ্বৰসিংহ তিনিওজনেই পৰ্বতীয়া গোসাঁইৰ শিষ্য। ফুলেশ্বৰী কুঁৱৰীৰ নিৰ্য্যাতনৰ পৰিণতি স্বৰূপে ঠাকুৰীয়া মহন্তসকল ইতিমধ্যে ক্ৰুদ্ধ হৈ উঠিছিল। পৰ্বতীয়া গোসাঁই নীলাচলৰপৰা আহি ইতিমধ্যে জয়সাগৰৰ পাৰত দেৱীঘৰৰ কাষত বহি ৰাজ্যৰ ৰাজনীতি আৰু ধৰ্মনীতিৰ ৰাঘজৰী টানিবলৈ প্ৰয়াস কৰিছিল। পৰ্বতীয়া গোসাঁই ৰাজগুৰু হৈ আধিপত্য বিস্তাৰ কৰাত পূৰ্বৰ ৰাজগুৰু সত্ৰ আউনীআটি-দক্ষিণপাট আদিও বিতুষ্ট হৈছিল তথাপি ব্ৰাহ্মণ্য পৰম্পৰাৰ কোনোবাধিনিত সমিল-মিল হৈ ভাৱসাম্য ৰক্ষা কৰি চলিছিল। পৰ্বতীয়া গোসাঁইৰ নখৰ খোপনি আৰু দুৰাকাঙ্ক্ষা দিনক দিনে বৃদ্ধি পাইছিল। লক্ষ্মীসিংহৰ ৰাজত্ব কালত পৰ্বতীয়া গোসাঁইৰ স্বৰূপ ধৰা পৰিছিল। ইতিমধ্যে কামৰূপৰ অৰ্দ্ধেক ৰাজ্য ব্ৰহ্মোত্তৰ লাভ কৰি ঐশ্বৰ্য্যশালী হোৱা পৰ্বতীয়া গোসাঁয়ে ৰজা ভঙা-পতাত হাত দিছিল।

ৰাজেশ্বৰসিংহই শাক্ত-মন্ত্ৰ গ্ৰহণ কৰিছিল আৰু তেওঁ মন্ত্ৰসিদ্ধ হৈছিল বুলি পৰ্বতীয়া গোসাঁয়ে প্ৰত্যয় নিয়াইছিল আৰু এইদৰেই ৰজাৰপৰা অনন্য সন্মান লাভ কৰিছিল। এনে সন্মান আন ৰাজগুৰুসকলে পোৱা নাছিল; পৰ্বতীয়া গোসাঁইৰ তুলনাত অসমৰ থলুৱা গুৰুসকল নিষ্প্ৰভ হৈ পৰিছিল। পৰ্বতীয়া গোসাঁয়ে দেওধাই-বাইলুঙৰ আভ্যন্তৰীণ বিৰোধিতা নাশ কৰিবলৈ আহোমৰ চেংদেও, বুঢ়াগোসাঁনী আৰু শাক্ত গোসাঁনী দুৰ্গা একে গৰাকীয়েই বুলি প্ৰত্যয় নিয়াই ভালেমান আহোমকো দীক্ষিত কৰিছিল, বহুতো বামুণ-শূদিৰে স্বেচ্ছাই দীক্ষিত হৈছিল। এইদৰে একশ্ৰেণী মানুহ সৃষ্টি হৈছিল, যি দেশৰ বৈষ্ণৱ-পৰম্পৰাৰ বিৰোধিতা কৰিছিল আৰু সংহতি বিনষ্ট হৈছিল।

লক্ষ্মীসিংহৰ দিনত ধৰ্মৰ গাদীত বহি থকা ঈশ্বৰ-সেৱক গোসাঁয়ে প্ৰত্যক্ষৰূপত ৰাজনীতিত প্ৰৱেশ কৰে। এই ৰাজনীতি ধৰ্মমতসাপেক্ষ। লক্ষ্মীসিংহক পৰ্বতীয়া গোসাঁয়ে ৰজা হিচাপে বিচৰা নাছিল। তেওঁ ৰাজেশ্বৰসিংহৰ পুতেক চাৰুসিংহৰ পক্ষপাতী আছিল। তদুপৰি লক্ষ্মীসিংহক দীক্ষা-মন্ত্ৰ দিবলৈ দুবাৰো অস্বীকাৰ কৰিছিল। সেয়েহে লক্ষ্মীসিংহই ৰমানন্দ আচাৰ্য্যৰপৰা শিৱমন্ত্ৰত দীক্ষিত হৈ তেওঁক ৰাজগুৰু পদত অধিষ্ঠিত কৰি পহুমৰীয়া গোসাঁই নাম দিছিল; মান-মৰ্য্যাদাও বঢ়াই দিছিল। এই কাৰ্য্যত পৰ্বতীয়া গোসাঁই হিংসা আৰু ঈৰ্ষাত জ্বলি-পুৰি মৰিছিল। তেওঁ আহোম দেওধাই-বাইলুঙকো প্ৰৰোচিত কৰি তুলিছিল। চেংদেও অৰ্থাৎ

গোসাঁনী-মন্ত্র এৰি শিৱমন্ত্র গ্ৰহণ কৰি পূৰ্ব-ৰীতি এৰি মহা অন্যায় কৰিছে বুলি বহুত আহোমকো প্ৰত্যয় নিয়াই ৰজাৰ বিৰোধী কৰি তুলিছিল।

সপ্তভূজ্ঞ গাগিনী ডেকাই শিষ্যৰ সমৰ্থনত ৰজা হ'বলৈ ইতিমধ্যে মালৌপথাৰত ৰৰভেটি বান্ধি ৰৰসৰাহ পাতিছিল। মৰাণৰ নেতা ৰাঘৱ আৰু নাহৰে বিদ্ৰোহ সংগঠন কৰি লক্ষ্মীসিংহক বন্দী কৰিলে। গুৰুৰ ঋণ শুজিবলৈ বুজন সংখ্যক আহোম শিষ্যয়ো ৰজাৰ বিৰুদ্ধে অস্ত্ৰ ধৰিছিল। পৰ্বতীয়া গোসাঁইৰ শিষ্য মোহনমালা আৰু ৰাজেশ্বৰসিংহৰ পুত্ৰ চাৰুসিংহ আৰু ৰত্নেশ্বৰ গোঁহাঁয়েও সেই বিদ্ৰোহ সফল কৰাত সহায়তা কৰিছিল। লক্ষ্মীসিংহক বন্দী কৰি ৰমাকান্তক ৰজা পতা দেখি সপ্তভূজে শগুণমূৰিৰ গোবিন্দ গাওঁবুঢ়াক মতাই আনি কৈছিল: 'ৰমাকান্ত সমান ভকতৰ ল'ৰা, কি বুলি সেৱা কৰ।' ৰাঘৱক কৈছিল, 'আগতে দেখোন মোকহে ৰজা পাতিম বুলিছিলি, এতিয়া দেখোন কথা নেৰাখিলি।' অষ্টভূজৰ জ্ঞানগম্ভীৰ পৰামৰ্শ সত্বেও সপ্তভূজ ৰজা হবলৈ ওলাইছিল। দ্বিতীয়তে মোৱামৰীয়াই ৰাজসিংহাসন অধিকাৰ কৰি সকলো গোঁসাই-মহন্তক ঐক্যবদ্ধ কৰি ল'ব পাৰিলেহেঁতেন কিন্তু তাকে নকৰি ইতিমধ্যে গ্ৰহণ কৰা আহোম ৰজাৰ নীতি লৈ বামুণীয়া-ঠাকুৰীয়া সকলো মহন্তকে দণ্ড কৰি ধন ললে আৰু 'সবাৰো নাম জয়হৰি' বুলি সেৱা কৰালে। এই কাৰ্য্যই মোৱামৰীয়াৰ প্ৰতি আন সকলো সত্ৰৰ শিষ্যৰে মনত বিদ্বেষ আৰু অনৈক্যৰ ভাব সিঁচিলে। ফলত জাতীয় জীৱনত বিভেদৰ কাঁইটীয়া পুলি গজিল।

শিষ্য-সংখ্যা আৰু ৰাজসিক সা-সম্পদৰ ক্ষেত্ৰত মূলতে একে গোপাল-দেৱৰে আজ্ঞাপৰ মোৱামৰা আৰু দিহিং সত্ৰৰ মাজত ভীষণ প্ৰতিদ্বন্দিতা হৈছিল। পিছলৈ এই প্ৰতিদ্বন্দিতাৰ পৰিণতিয়ে ৰজাৰ ঘৰকো স্পৰ্শ কৰিছিল। কীৰ্ত্তিচন্দ্ৰ বৰবৰুৱা দিহিংসত্ৰৰ সেৱক আছিল। দুৱৰা বংশকে ধৰি আন ভালেমান বিষয়া মোৱামৰাৰ সেৱক আছিল। মোহনমালাৰ পুথা-ৱেক (মাকৰ দেউতাক) মোৱামৰাৰ শিষ্য। দিহিং সত্ৰই ৰজাঘৰৰ গাত গইনা লৈ মোৱামৰাৰ ওপৰত পোটক তুলিবলৈ কৌশল কৰিছিল। এই তিক্ততাৰ ফলতে কীৰ্ত্তিচন্দ্ৰই মোৱামৰাৰ সপ্তভূজ-অষ্টভূজক অপমান দিছিল। আনপিনে মহামহিমান্বিত গুৰু কৈৱল্যানন্দনে লিগিৰা ৰাব লৈ আহোম ৰাজকাৰেঙত সোমাই কীৰ্ত্তিচন্দ্ৰকে আদি কৰি অনেকক মোৱা-মৰাৰ বিৰুদ্ধে উচটাইছিল। কীৰ্ত্তিচন্দ্ৰৰ হুকুমাই অপমানিত কৰি দিহিঙৰ গোঁসায়ে বিকৃত আনন্দ লাভ কৰিছিল। কীৰ্ত্তিচন্দ্ৰই কৈৱল্যানন্দনৰ লগত ৰাজেশ্বৰসিংহক সন্ধি পতাই দিছিল। দুই সত্ৰৰ ব্যক্তিগত আক্ৰোশে অলাঃ

আইত যিউ চাদি ৰজাঘৰৰ প্ৰতি মোৱামৰা সত্ৰৰ বিদ্বেষ বৃদ্ধি কৰিছিল। কীৰ্তিচন্দ্ৰয়ো গুৰুঘৰৰ আশীৰ্বাদতে মোৱামৰা গোসাঁইক প্ৰৰোচিত কৰি নিজৰেই নহয়, দেশ, জাতি, আৰু ৰজাঘৰৰো বিপদ মাতি আনিছিল।

লক্ষ্মীসিংহ পুনৰ ৰাজপাটত বহাৰ পিছত ৰাজ্যত এক নতুন পৰিস্থিতিৰ সৃষ্টি হৈছিল। সেয়া আছিল কোঁৱৰ বিদ্ৰোহ। ইন্দ্ৰবংশী স্বৰ্গদেৱক উচ্ছেদ কৰি সামান্য হাতীচুঙি শইকীয়াৰ সন্তান ৰমাকান্ত যেতিয়া ৰাজপাটত বহিব পাৰে, ইন্দ্ৰবংশী আন কোঁৱৰে বহিব নোৱৰাৰ অৰ্থ নাই। সেইবাবে কেইবাজনো কোঁৱৰে কোনোবা গোসাঁই, মেধি-মহাজন নতুবা ডা-ডাঙৰীয়াৰ সহায় লৈ ৰজা হ'বলৈ কুৰুং-কাৰাং কৰিছিল। তাৰে ভিতৰত ৰাজেশ্বৰসিংহৰ নাতিয়েক ভূধৰসিংহ প্ৰধান। বকতিয়ালৰ ভদ্ৰসেন বৰবৰুৱা আৰু পৰতীয়া গোসাঁইৰ সাহায্যত এওঁ লক্ষ্মীসিংহক মাৰি ৰাজপাটত বহিবলৈ ওলাইছিল। বিদ্ৰোহৰ বাবে প্ৰয়োজনীয় ধন-সোণ (১৬,০০০ টকা) আৰু বয়-বস্তু পৰ্বতীয়া গোসাঁইৰ ঘৰতে থৈছিল। বৰচ'ৰাত এই বিদ্ৰোহৰ যথাৰত বিচাৰ হৈছিল। দুশমান মানুহ অভিযুক্ত হৈছিল। পৰ্বতীয়া গোসাঁইৰ ঘৰত বয়-বস্তু পোৱাৰ উপৰিও ষড়যন্ত্ৰৰ বিষয়ে লিখা গোসাঁইৰ চিঠি-পত্ৰও পোৱা গৈছিল। বাকীবোৰক বিবিধ শাস্তি দি পৰ্বতীয়া গোসাঁইক এৰি দিলে। যি জন দিহিং সত্ৰৰ গোসাঁইক ৰাজেশ্বৰসিংহই ৰাজকাৰেঙত ঠাই দিছিল, সেইজন গোসাঁয়ো ৰাজদ্ৰোহ অপৰাধত অভিযুক্ত হৈছিল আৰু তলকা, বিকাই এই নামৰ দুজন ভকত হাতে-লোটে ধৰা পৰিছিল।

পৰ্বতীয়া গোসাঁই লক্ষ্মীসিংহ আৰু পছলবীয়া গোসাঁইৰ প্ৰতি অতিপাত ক্ষুব্ধ হৈছিল। ভূধৰ গোহাঁইৰ ষড়যন্ত্ৰত প্ৰত্যক্ষভাবে ধৰা পৰিও ক্ষান্ত হোৱা নাছিল। ডা-ডাঙৰীয়া, বা-বিষয়াৰ মাজত শিষ্য-সংখ্যা বঢ়াই অধিক সমৰ্থক গোটাবলৈ যত্ন কৰিছিল। আউনীআটিৰ সেৱক হৰনাথ বৰফুকনক হৰদত্ত চৌধুৰীৰ সহায়ত নিজৰ পহলৈ আনিছিল। হৰনাথে আকৌ বৰপাত্ৰ গোহাঁইক শিষ্য হবলৈ খাটনি ধৰিছিল। ভূধৰ গোহাঁইৰ ষড়যন্ত্ৰৰ দবছৰৰ পাছত প্ৰমত্তসিংহৰ পুতেক মলৌ তিপমীয়া গোহাঁইৰ বিদ্ৰোহত পৰ্বতীয়া গোসাঁয়ে সক্ৰিয়ভাবে যোগ দিছিল। ৰাজপাট পাবৰ অৰ্থে নিজে পূজা-পাতল, মন্ত্ৰ-যজ্ঞ কৰিছিল আৰু অস্ত্ৰ-শস্ত্ৰৰ পেৰা নিজৰ ঘৰত থবলৈ দিছিল। এইবেলি ধৰা পৰাৰ পিছত লক্ষ্মীসিংহই পৰ্বতীয়া গোসাঁইক বংপুৰৰপৰা বিদায় দিছিল। ধৰ্মচিন্তা কৰিবলৈ অনা গোসাঁয়ে ৰাজকোঁৱৰসকলক ষড়যন্ত্ৰ কৰিবলৈ উচটনি দি যথাৰ্থতে ৰাজ্যৰ আভ্যন্তৰীণ ঐক্য আৰু সংহতি বিনষ্ট কৰিছিল। লিপ্ত হৈছিল ৰাজদ্ৰোহ অপৰাধত।

পৰ্বতীয়া গোসাঁয়ে ৰাজনীতিৰ পাশাখেলত গুটি চলায়েই ক্ষান্ত নাছিল, সামাজিক ঐক্য আৰু সংহতিও বিনষ্ট কৰিছিল। ব্ৰাহ্মণ, শূদ্ৰ, অন্ত্যজ, স্মাৰ্ত্ত, প্ৰাচীন আদি ভাগত বিভক্ত কৰি বৈষম্যহীন বৈষ্ণৱ আদৰ্শত এক হৈ যাবলৈ আৰম্ভ কৰা অসমৰ সমাজখন থান-বান কৰি পেলাইছিল। লক্ষ্মীসিংহই তেওঁক ৰাজগুৰুৰ আসনৰপৰা অপসাৰিত কৰাৰ বাবে একান্ত ক্ষুব্ধ হৈ ডাঙৰীয়া-বিষয়াৰ মাজত শিষ্য-সংখ্যা বঢ়াই ৰাজ্যত উপপ্লৱ সৃষ্টিৰ পৰিকল্পনা কৰিছিল।

টোলৰ অধ্যাপক ৰমানন্দ আচাৰ্য্য কপালৰ ফেৰত ৰাজগুৰু হ'ল। ৰমানন্দৰ তিনিজন পুতেক: গঙ্গাবল্লভ, গঙ্গানাথ আৰু গঙ্গেশ্বৰ। এওঁবিলাক তিনিজনো অত্যন্ত ক্ষমতাশালী হৈ উঠিছিল। গঙ্গাবল্লভ ৰংপুৰৰ গৌৰীবল্লভ দেৱালয়, গঙ্গানাথ ৰুদ্ৰেশ্বৰৰ বাণেশ্বৰ দেৱালয় আৰু গঙ্গেশ্বৰে উমানন্দৰ চন্দ্ৰশেখৰ দেৱালয় লাভ কৰি অনেক ভূ-সম্পত্তিৰ অধিকাৰী হৈছিল। সৰ্বোপৰি পহুমৰীয়া গোসাঁয়ে পৰ্বতীয়া গোসাঁইৰ লগত ফেৰ মাৰি শদিয়াৰ কেঁচাইখাতী মন্দিৰৰ কৰ্তৃত্ব আহৰণ কৰিছিল। গৌৰীনাথসিংহৰ ৰাজত্ব কালত গঙ্গাধৰ গোসাঁইৰ প্ৰৰোচনাত পৰ্বতীয়া গোসাঁইক জয়সাগৰৰপৰা খেদালে। যাওঁতে পৰ্বতীয়া গোসাঁয়ে দেশত জুই জ্বলিবলৈ শাপ দি থৈ গ'ল। ৰুদ্ৰসিংহৰ দিনত প্ৰতিষ্ঠিত মুকলিমৰীয়া গোসাঁইৰ বংশধৰ ৰামৰুদ্ৰ নামেৰে তান্ত্ৰিক সাধকক দুৰ্ব্যৱহাৰ কৰাত তেৰেঁ। দেশ উছন হবলৈ শাপ দি গুচি গ'ল। পহুমৰীয়া, পৰ্বতীয়া, মুকলিমুৰীয়া এই তিনিঘৰ তান্ত্ৰিক ব্ৰাহ্মণৰ ব্যক্তিগত ঈৰ্ষা-অসূয়া, ধন-সম্মানৰ লোভে ৰজাঘৰতো নিন্দা-ক্ৰিয়া কৰিছিল। পহুমৰীয়া গোসাঁইৰ সাউনীআটি আদি প্ৰাচীন ৰাজসত্ৰ কেইখনৰ প্ৰতিও কোপদৃষ্টি পৰিছিল। সেয়েহে এফাঁকি প্ৰবচন প্ৰচলিত হৈছিল, 'ন-গোসাঁয়েই খালে।'

শিৱসিংহৰ দিনৰেপৰা লক্ষ্মীসিংহৰ দিনলৈকে আটাই কেইজন স্বৰ্গদেৱেই অত্যন্ত ধৰ্মাচাৰত আসক্ত হৈছিল। তাকে দেখি কোনো কোনোৱে কৈছিল, 'ৰজা হ'ল ভকতীয়া, প্ৰজা হ'ল কপটীয়া, গুৰু হ'ল ধনলোভী।' ৰণৰ আখৰা নাইকিয়া হ'ল, হিলৈ-বৰতোপ নিৰ্মাণ নকৰা হ'ল। প্ৰজাই লোকদৰ্শকৰূপে ৰাজানুগত্য প্ৰদৰ্শন কৰে, প্ৰকৃততে গুৰুৰ প্ৰতি আনুগত্য অধিক গাঢ়। ৰজাই ৰাজচ'ৰাত বহিবলৈ এৰি হাতত কোষা-অৰ্ঘা, কাঁহ-ঘণ্টা লৈ পূজা কৰোঁতে তিনিপৰীয়া হৈ যায়। শিৱসিংহ আৰু ৰাজেশ্বৰসিংহ এই বিষয়ত সবাতোকৈ অধিক আগ্ৰহী আছিল। অতিপাত ধৰ্মীয় আসক্তিৰ ফলত ৰাজকাৰ্য্যৰ দায়িত্ব দ্বিতীয় স্তৰলৈ নামি

হৈছিল। বহুতে কয়, কলত পোনতে মোৱামৰীয়া বিদ্ৰোহত আৰু পিছত মানৰ হাতত পৰাস্ত হৈ যথাসৰ্বস্ব হেৰুৱালে। হিন্দু বৈষ্ণৱ আদৰ্শই জীৱনলৈ কিছুমান নীতি-নিয়ম আনিলে সঁচা কিন্তু সেইদৰেই ভীৰুতাও দি গ'ল।

গৌৰীনাথসিংহয়ো পিতৃ স্বৰ্গদেৱৰ দৰেই পছমৰীয়া গোসাঁইত শৰণ লৈ আৰু অনেক মাটি-সম্পত্তি দান দি অৱস্থা উন্নত কৰিলে। পৰ্বতীয়া গোসাঁয়ে পূৰ্বৰ মৰ্য্যাদা আদায় কৰিবলৈ যত্ন কৰি আছিল। এদাৰবীয়া সন্দিকৈ শিৰৰাম বৰবৰুৱাক হাত কৰি তেওঁৰ যোগেদি স্বৰ্গদেৱক পৰামৰ্শ দিয়াইছিল যে ৰজাই পৰ্বতীয়া গোসাঁইৰ মন্ত্ৰ ল'ব লাগে। ওপৰ-হতীয়া হৈ ৰজাক এনে পৰামৰ্শ দিয়াৰ বাবে এদাবৰীয়া বৰবৰুৱাক ভাঙি পাঁচো-জন পুতেকৰ সৈতে এদাবাৰীৰ ঘৰলৈ খেদিলে। কাৰণ, লক্ষ্মীসিংহই নিষেধাজ্ঞা জাৰি কৰি কৈছিল, 'এই ভট্টাচাৰ্য্যৰ যি মন্ত্ৰ ল'ব, সি ৰাজদ্ৰোহ, গুৰুদ্ৰোহ, ভকতদ্ৰোহত পৰিব আৰু স্বৰ্গদেৱৰ দণ্ডাহ হব।' এই সিদ্ধান্ত তামৰ ফলিত লিখি ৰখা হৈছিল। পৰ্বতীয়া গোসাঁইৰ কথা-কাণ্ড ইমানেই অবাঞ্ছনীয় হৈ পৰিছিল যে ৰজাই কঠোৰ ব্যৱস্থা লবলগীয়া হৈছিল।

লক্ষ্মীসিংহ পুনৰ ৰাজপাটত বহাৰ পিছত মোৱামৰীয়া গোসাঁই অষ্টভূজৰ প্ৰাণদণ্ড হয়। তাৰেপৰা ১৭০৬ শকলৈ এই চৈধ্য বছৰ মোৱামৰা সত্ৰত অধিকাৰ নাছিল। গোৰীনাথসিংহৰ শিঙৰিঘৰ পুৰি, বৰচ'ৰা-দোলা-কাষৰীয়া চ'ৰাত জুই লগাই স্বৰ্গদেৱলৈ দাৰে ঘাপ মৰাৰ পিছতো ডফলা পৰ্বতৰপৰা বিচাৰি আনি মোৱামৰা সত্ৰৰ উত্তৰাধিকাৰী পীতাম্বৰ ঠাকুৰক অধিকাৰ পাতি নামঘৰ-মণিকূট সজাই দিলে। আউনীআটিৰপৰা পূজাৰী, ব্ৰাহ্মণ, ভাগৱত, পুৰোহিত চন্দ্ৰতাপ দিয়া হ'ল। গৌৰীনাথসিংহই অম্বৰিষ আৰু সাৰঙ্গপাণি নামেৰে দুজন গাওঁবুঢ়াৰ পৰামৰ্শ লৈয়ে এই কাম কৰিছিল। কিন্তু কাকপথাৰ-হোলোংগুৰিৰ মৰাণে ৰজাই পতা পীতাম্বৰ মহাজনক মানিবলৈ অস্বীকাৰ কৰিলে। তেওঁবিলাকে হৰিময় আৰু কাচিনলীয়া ভবানন্দক গুৰু মানি কৰ-ভাৰ দিবলৈ ধৰিলে। মোৱামৰীয়াৰ মাজতো ধৰ্মই বিভেদ আনিলে। দুবছৰমান ৰজাই পতাই দিয়া মাজুলীৰ অগ্নিচাপৰি সত্ৰত থাকি পুনৰ পূজাৰী-পুৰোহিতক বধ কৰি বিদ্ৰোহী দলত যোগ দিলেগৈ। পীতাম্বৰ মহাজনৰ বুদ্ধি-পৰামৰ্শ পাই বিদ্ৰোহী দলে দুগুণ উৎ-সাহেৰে আক্ৰমণ কৰি ৰংপুৰ অধিকাৰ কৰিলে। ৰজা গুৱাহাটীলৈ ভটী-য়াই গ'ল। পৰ্সাদ আৰু হাউহা সেনাপতিয়ে পীতাম্বৰ মহাজনক ৰজা হবলৈ মাতি আনিলেগৈ। কিন্তু ৰংপুৰতে পুৰণিমটীয়া আৰু নমটীয়া মোৱামীয়াৰ মাজত বিৰোধ হৈ পীতাম্বৰ ঠাকুৰ উলটি গুচি গ'ল।

হাউহাই যোগেন্দ্র নাম লৈ ৰংপুৰত ৰজা হ'ল। তিনি বছৰ ৰজা হৈ থকাৰ পিছত ১৭১৩ শকত পীতাম্বৰ গোসাঁয়ে ডেকাগোসাঁই ভৰথিক ভৰতসিংহ নাম দি ৰজা পাতিলে। ৰজা হৈয়েই ভৰতসিংহই লুড়ি-পুৰি, জুই দি দেশ উচ্ছন্ন কৰি আহোমক নিৰ্বংশ কৰিবলৈ আদেশ দিলে। ইয়াৰ পৰিণতি স্বৰূপেই দেশৰ অজস্ৰ সা-সম্পত্তি, বস্ত্ৰ-অলঙ্কাৰ, পুথি-পাঁজি, শৰাই-সঁফুৰা, কাঠৰ ভাস্কৰ্য্য জুইত জাহ গ'ল। গৌৰীনাথ সিংহৰ সত্ৰৰ প্ৰতি থকা অনুৰাগৰ ফলতেই নিজ হাতে পীতাম্বৰ মহন্তক সংস্থাপন কৰি বিদ্ৰোহী দলক শক্তিশালী কৰি নিজৰ বিপদ নিজে মাতি আনিলে। পৰিণতি স্বৰূপে কেপ্তেইন ওৱেলছ আহিল। তাৰ পিছতে এই কঁকাল-ভগা দেশলৈ মান আহিল। মোৱামৰীয়া-মটক, আহোম-কুছম, গোঁসাই-বামুণ কোনোৱে ৰক্ষা নেপালে। ভৰতসিংহৰ আদেশ মানৰ হাতত সমাপ্ত হ'ল।

প্ৰাচীন ধ্যান-ধাৰণা এৰি আহোম ধৰ্মান্তৰিত হ'ল। ইয়াত আপত্তি নাছিল। কিন্তু ধৰ্মীয় শাখা-প্ৰশাখাৰ মাজত নিজকে সুমুৱাই জাতীয় ঐক্য বিনষ্ট কৰিলে। জাতিভেদ নমনা, যিকোনো জাতিৰপৰা বিয়া-বাৰু কৰোৱা, সকলো ধৰ্মকে নিজৰ নিজৰ আদৰ্শৰে বিকশিত হবলৈ অনুমতি দিয়া জাতিটো কব নোৱৰাকৈয়ে ছিন্ন-ভিন্ন হৈ পৰিল। ৰজাৰ আনুগত্যতকৈ গুৰুৰ আনুগত্য ওপৰ উঠিল। একে বংশৰ মানুহ বিভিন্ন উপশাখাৰ মত-বাদত বিশ্বাসী হৈ নিজৰ ভিতৰতে অস্পৃশ্য হৈ পৰিল। ধৰ্মৰ সংহতিয়ে জাতীয় সংহতি বিনষ্ট কৰিলে। এসময়ত এনে অৱস্থা পালেগৈ যে নিজৰ বংশ গোষ্ঠীৰ খামতি, খাময়াং, ফাকিয়াল, আইতনীয়াসকলৰ ধৰ্ম বৌদ্ধ হোৱা হেতুকেই তেওঁবিলাক জীণ নগ'ল। বৈষ্ণৱ আদৰ্শৰ অহিংসাই শক্তি-হীন কৰিলে ৰজাঘৰক, বীৰ্য্যহীন কৰিলে প্ৰজাক আৰু হিন্দু ধৰ্মৰ নামত ছিন্ন-ভিন্ন হ'ল, আহোম জাতিটো। পৰিণতি হ'ল অনৈক্য, সন্দেহ, বিদ্বেষ।

# কীৰ্ত্তিচন্দ্ৰ বৰবৰুৱা

'নামহে গেদ্ধেলা ; ছকুৰি টেকেলা'। কীৰ্ত্তিচন্দ্ৰ বৰবৰুৱাৰ যাই নাম গেদ্ধেলা। মণিপুৰৰপৰা মান-আক্ৰমণকাৰীক খেদাই জয়সিংহৰ জীয়েক কুৰঙ্গনয়নীক আনি চকলং কৰি স্বৰ্গদেও ৰাজেশ্বৰসিংহলৈ বিয়া দি নাম ললে কীৰ্ত্তিচন্দ্ৰ।

১৬৯০ শক। ব্ৰহ্মা ৰজাই মগলু দেশ অধিকাৰ কৰিলে। ৰজা জয়-সিংহ আৰু ডেকা-ৰজা অনুপানন্দ আছি কছাৰী ৰাজ্যত সোমালহি। মগলু ৰাজ্য অধিকাৰ কৰাৰ কথা জানি কছাৰী ৰজায়ো ভয় পালে। দুয়ো ৰজাই বৰবৰুৱালৈ জনাই পঠালে, বোলে, 'আমাক যদি বৰবৰুৱাই নিয়ায়, আমি গৈ স্বৰ্গদেৱৰ শৰণাপন্ন হ'ব পাৰোঁ।' এই বাতৰি স্বৰ্গদেৱক জনোৱা হ'ল। স্বৰ্গদেৱে গেদ্ধেলা বৰবৰুৱাক যথাবিহিত ব্যৱস্থা কৰিবলৈ আদেশ দিলে। এই সুযোগতে বৰবৰুৱাই স্বৰ্গদেৱক কৈ পুতেক চন্দ্ৰহাস ঢোলা-ধৰা ফুকনক ডেকা-বৰবৰুৱা পতালে। বৰচ'ৰাত বৰফুকনৰ ঠাইতে বহি-বলৈ আদেশ দিলে।

সেয়া আছিল বিজয়া দশমী। সেইদিনাই বৰবৰুৱাই সৈন্য-সামন্ত, হাতী-ঘোঁৰা, নাও-নাৱৰা লৈ আগ বাঢ়ি গ'ল ৰহালৈ। ৰহা চকীতে কোঁঠ পাতি কছাৰী আৰু মণিপুৰীয়া ৰজালৈ বাতৰি পঠালে। জেঠ মাহত দুয়ো ৰজা ৰহালৈ আহি বৰবৰুৱাক সম্ভাষণ জনালেহি। বৰবৰুৱাই দুয়ো ৰজাৰ আগমনি সূচনা কৰি সাত ঠাঁই ছিলৈ মৰাই অনেক ৰং-উৎসৱৰ আয়োজন কৰিলে। দুয়োজনা ৰজাক আগবঢ়াই আনি যথাসময়ত স্বৰ্গ-দেৱৰ আগত ভেটালে। দুয়ো ৰজাই বৰচ'ৰাত স্বৰ্গদেৱক সেৱা কৰিলে। তাতে ওস্তাদ জয়ানন্দই পাখোজীয়া গাই শুনাই বিপুল আনন্দ দিলে। সেই সময়তে বৰবৰুৱাক কীৰ্ত্তিচন্দ্ৰ নাম দি মখমলৰ কেপকৰা তলিচা, সোণৰ চুলাৰে টুপি জাপি, সোণৰ বেৰি দিয়া লাখুটি দিলে। তদুপৰি বৰ-দুৱাৰৰ মুখৰপৰা ৰহাঘৰলৈ অহা-যোৱা কৰোঁতে আগত খোল-মৃদং, পেঁপা-কালি ৰজাই অহা-যোৱা কৰিবলৈ মৰ্য্যাদা দিলে। কীৰ্ত্তিচন্দ্ৰ বৰবৰুৱাই মণিপুৰীয়া কুঁৱৰী কুৰঙ্গনয়নীক সাত দিন পানী তুলি চকলং কৰি স্বৰ্গ-দেৱলৈ বিয়া দিলে আৰু সোণৰ অয়-অলঙ্কাৰ, সাজ-বাচন, কাপোৰ-কানিৰে যৌতুক দিলে। সেই দিন ধৰি কীৰ্ত্তিচন্দ্ৰৰ কীৰ্ত্তি বঢ়াৰ উপৰিও খোপনি

বাঢ়িল। ডা-ডাঙৰীয়াৰ মহলত কীৰ্ত্তিচন্দ্ৰৰ মৰ্য্যাদা আৰু ক্ষমতা অনেক ওপৰলৈ উঠিল।

বিখ্যাত লাইথেপেনা বৰগোঁহাইৰ নুমলীয়া পুতেক, সতী জয়মতী কুঁৱৰীৰ ভায়েক নুমলী বৰগোহাঁয়ে এখন বুৰঞ্জী লিখিছিল। নাম দিছিল চকৰীফেঁটি বুৰঞ্জী। বুৰঞ্জীখনত আহোমৰ বংশ, খেল আৰু বিষয়ৰ আঁতি-গুৰি লিপিবদ্ধ কৰিছিল। ৰুদ্ৰসিংহ, শিৱসিংহ আৰু প্ৰমত্তসিংহৰ ৰাজত্ব-কালৰ সকলো লেখৰ বিষয়াৰ নাম তাত সন্নিবিষ্ট কৰি প্ৰত্যেকৰে মূল-বংশ কি আছিল, তাক উল্লেখ কৰিছিল। ইয়াকে কৰোঁতে বৰগোহাঁই ডাঙৰীয়াই এটা ডাঙৰ জেওা লগাইছিল।

তনখাম বৰগোহাঁইৰ জীয়েক নাংচুং গাভৰুক চুখামফা খোৰাৰজালৈ বিয়া দিছিল। লগত এজন বিশ্বাসী মানুহক যৌতুকীয়াকৈ দিছিল। তেওঁৰ নাম লাঙ্গিমুং। ৰজাৰ ঘৰত খাটি নাংচুঙৰ খাটনিত যোঁৰাচোৰা বাব পাই-ছিল। প্ৰতাপসিংহ স্বৰ্গদেৱে লাঙ্গিমুঙৰ কথা আৰু কামত সন্তুষ্ট হৈ যৌতু-কীয়া গুচাই ভঁৰালী চেতিয়া নাম দিলে। কিন্তু তেওঁবিলাকৰ বংশৰে এজনে মুছলমান জলমবটা এজনৰ লগত খাটিছিল। গদাধৰসিংহ স্বৰ্গদেৱৰ দিনত এইজন ভঁৰালী চেতিয়াকেই জলমবটা গৰীয়াৰ ঘৰৰপৰা মোকলাই আনি বকতাত পাতিলে। তেতিয়াৰেপৰা এই ঘৰ মানুহক বকতিয়াল বোলে। বকতিয়ালৰ ঘৰৰ মানুহৰ যোগ্যতা আছিল প্ৰশংসনীয়। নিজৰ দক্ষতা আৰু কৃতিত্বৰ বলত গেন্ধেলাৰ পিতৃ বুঢ়াদদাই বৰবৰুৱা হৈছিল। তাৰ পিছত ভায়েক ৰূপচন্দ্ৰও বৰবৰুৱা হৈছিল।

নুমলী বৰগোহাঁয়ে চকৰীফেঁটি বুৰঞ্জী সঙ্কলন কৰোঁতে এঠাইত বকতিয়ালৰ ঘৰ ভঁৰালী চেতিয়া বুলি লিখিছিল যদিও আন এঠাইত জলম-বটা বুলিও উল্লেখ কৰিছিল। এই কথাই কীৰ্ত্তিচন্দ্ৰ বৰবৰুৱাৰ সমগ্ৰ ব্যক্তি-সত্বাক জোকাৰি পেলাইছিল। খঙত একো নাই হৈ অসংখ্য বুৰঞ্জী পুথি পেলাইছিল কিন্তু চকৰীফেঁটিৰ সঁচ মাৰিব পৰা নাছিল। চোকা কটাৰীৰে চাঁচি জলমবটা শব্দটো তুলি পেলাইছিল। জলমবটাৰ অধীনত কাম কৰাটো সঁচা ; জলম বাটিব জানিছিল, সেইটোও সঁচা কিন্তু জাতে-পাতে জলম-বটা নাছিল।

গেন্ধেলা অতি অভিমানী, দুৰাকাঙ্ক্ষী আৰু জেদী পুৰুষ আছিল। ৰুদ্ৰসিংহ স্বৰ্গদেৱৰ দিনতে বকতিয়ালৰ বুঢ়াদদাই বৰবৰুৱা হৈছিল। শিৱসিংহ স্বৰ্গদেৱৰ দিনতো বুঢ়াদদাই তৃতীয়বাৰৰ বাবে বৰবৰুৱা হৈছিল। ইয়াৰ আগতে ভায়েক ৰূপচন্দ্ৰ বৰবৰুৱা আছিল। এদিন ৰাজকীয় কামত

ক্ষুণ্ণ হৈ মৰ্য্যাদাসম্পন্ন বৰবৰুৱা বাৰ এৰি সত্ৰ-সভা কৰিবলৈ যাওঁ বুলি ৰূপচন্দ্ৰ নগৰবৰপৰা ওলাই গ'ল।

শিৱসিংহক তুলি-তালি ডাঙৰ-দীঘল কৰা ধাই বস্তাক বজাই 'ধাই' বুলি মাতিছিল। শিৱসিংহ যেতিয়া সিংহাসনত বহিল, বস্তাক কাবেঙলৈ তুলি মৰ্য্যাদা দিলে। অকল সেয়ে নহয়, ধাইৰ জীয়েকক কছাৰী চেতিয়া পকামুৰাৰ ঘৰলৈ বিয়া দি শিৱসিংহৰ খাটিৰত ন-ফুকন পাতি চ'ৰাৰ ফুকনৰ শাৰীত বহিবলৈ দিলে। ৰূপচন্দ্ৰই নাচনী ছোৱালীৰ লগত লিগিৰা খটা পকামুৰাৰ বংশৰ ল'ৰাৰ সমানে চ'ৰাত বহিবলৈ অপমান বোধ কৰি বৰ-বৰুৱা বাবকে এৰি থৈ গুচি গ'ল।

গেন্ধেলাৰ পিতৃ বুঢ়াদদাই ইতিমধ্যে বৰবৰুৱা পদত অধিষ্ঠিত হ'ল। তেওঁ-অলৰ-অচৰ বুঢ়া হৈছিল। আনপিনে পুতেক গেন্ধেলাই ৰজাৰ বিশ্বাসভাজন হৈ কৃতিত্ব আৰ্জন কৰিছিল আৰু ইটো-সিটো মৰ্য্যাদা সম্পন্ন বিষয়-বাব লাভ কৰিছিল। শেষলৈ শিৱসিংহই গেন্ধেলাক বৰবৰুৱা পাতি বুঢ়াদদাইক অৱসৰ দিয়াৰ কথা চিন্তা কৰিছিল। পুতেকৰ বাবেও বাপেকে পদমৰ্য্যাদা ত্যাগ কৰিবলৈ প্ৰস্তুত নাছিল। তাকে লৈ পিতা-পুত্ৰৰ মাজত দোৰ্ধোৰ মনান্তৰ হৈছিল। যেতিয়া বুঢ়াদদাই মৰিল, গেন্ধেলা বৰবৰুৱা হ'ল। কিন্তু, পিতৃৰ প্ৰতি তীব্ৰ অসন্তুষ্টিৰ পৰিণতি স্বৰূপে পিতৃৰ শৱ-সৎকাৰ কৰিবলৈ নগৈ নিজৰ পুতেক দুজনকহে পঠিয়াইছিল। গেন্ধেলা আছিল ইমানেই জেদী আৰু ক্ষমতালিপ্সু। এই ক্ষমতালিপ্সা, অভিমান আৰু অহঙ্কাৰে আহোম-ৰাজনীতিতো কেঁণা লগাইছিল।

প্ৰমত্তসিংহৰ দিনত বৰবৰুৱা পদত অধিষ্ঠিত গেন্ধেলা বৰবৰুৱা ভায়েক ৰাজেশ্বৰসিংহৰ দিনত প্ৰচণ্ড ক্ষমতাশালী হৈ উঠিছিল। প্ৰমত্ত-সিংহৰ মৃত্যুৰ পিছত মোহনমালা বাটঘৰীয়া গোহাঁই ৰজা হব বুলি আটায়ে আশা কৰিছিল। ঘাইকৈ মোহনমালাৰ মাকৰ ফালৰ মানুহে এই বিষয়ত উচটনি দিছিল। মোহনমালাৰ মাক দুৱৰাৰ ঘৰৰ জীয়ৰী। সাতঘৰীয়া আহোমৰ এঘৰ মূৰ-জিলিকা মানুহ। বংশ-পৰিয়াল, অঙহী-বঙহী সৰহীয়া। মোহনমালাক ৰাজেশ্বৰসিংহয়ো বঞ্চিত কৰিব খোজা নাছিল কিন্তু বুদ্ধি-পৰামৰ্শ দি কীৰ্ত্তিচন্দ্ৰই বোন্দা গোহাঁইক ৰাজেশ্বৰসিংহ নাম দি ৰাজপাটত বহুৱালে। এই কাৰ্য্যত ৰাজমন্ত্ৰী নুমলী বৰগোহাঁই আৰু কুঁৱৈগঞা ভগী বুঢ়াগোহাঁই এওঁবিলাক দুজনো ভিতৰি মোহনমালাৰ সপক্ষে আছিল। গেন্ধেলা বৰবৰুৱা পানী-তলৰ কাঁইট বনিব পৰা সলিসিয়ান বিষয়া। গতিকে মোহনমালাক নগৰৰপৰা নামৰূপলৈ খেদালে। এই কাৰ্য্যত তেওঁৰ যোমা-

য়েকৰ পক্ষৰ মানুহ সৰাতোকৈ ক্ষুব্ধ আৰু ক্ষুণ্ণ হ'ল। দুৱৰাৰ ঘৰৰ বহুতেই উচ্চপদস্থ বিষয়া আছিল। তদুপৰি তেওঁবিলাক সকলোৱেই আছিল মোৱামৰীয়া শিষ্য।

কীৰ্ত্তিচন্দ্ৰ ৰাজনীতি জ্ঞানত নিপুণ আছিল। সমগ্ৰ ৰাজ্যতে তেওঁৰ অখণ্ড প্ৰতাপ। মোহনমালাক বঞ্চিত কৰাৰ সময়ৰেপৰা বহুতো ৰা-বিষয়াই কীৰ্ত্তিচন্দ্ৰক দেখিব নোৱৰা হ'ল। কিন্তু কীৰ্ত্তিচন্দ্ৰৰ কাৰ্য্যদক্ষতা আৰু প্ৰতাপৰ আগত কোনেও মূৰ তুলিব পৰা নাছিল। বুৰঞ্জী-দাহৰ সময়ৰেপৰা বহুতো ৰা-বিষয়াই কীৰ্ত্তিচন্দ্ৰৰ প্ৰতি কুষাৰি ৰাখিছিল।

১৬৮৫ শকৰ কাতি মাহ। দিন চুটি। পাতলীয়াকৈ কুঁৱলী পৰিছিল। দিনত বহাঘৰত আছিল। গধূলি সাঁজ লাগি ভাগিছিল। এনেতে বৰবৰুৱা বহাঘৰৰপৰা নগৰৰ পৰলৈ (কৰ্ত্তব্যলৈ) আহোঁতে বৰদুৱাৰৰ মুখতে পাছ-ফালৰপৰা চোৰে দাৰে ঘৈয়ালে। ঘা পোনপটীয়াকৈ ডিঙিত নপৰি গল-ধনত পৰিল। বৰবৰুৱাৰ টেকেলা বৰাই চোৰক গৰা মাৰি ধৰিলে। যাদ তামুলীৰ পুতেক ৰামকৃষ্ণায়ে বৰবৰুৱাক সাৱট মাৰি ধৰি ডিঙিত কাপোৰ বান্ধি তেজ-যোৰা বন্ধ কৰিলে। জনচেৰেক মানুহে দাং-দোলাকৈ নি বৰ-বৰুৱাক ঘৰ পোৱালেগৈ। ঘটনাৰ বাতৰি পুতেক চোলাধৰা ফুকনে চোলা-ধৰা ভাণ্ডাৰতে পাই বাহিৰে বাহিৰে গৈ স্বৰ্গদেৱক জনালেগৈ। স্বৰ্গদেৱে যথাৰীতি বিচাৰ কৰিবলৈ আশ্বাস দিলে।

কীৰ্ত্তিচন্দ্ৰই এই অপচেষ্টাৰ মূলতে স্বৰ্গদেৱৰো অনুমোদন আছিল বুলি সন্দেহ কৰাই নহয়, আন মানুহেও বিশ্বাস কৰিছিল। ৰাজেশ্বৰসিংহৰ বৰপুতেক কান্দুৰা গোহাঁইৰ অকালতে মৃত্যু হ'ল। পাটকোঁৱৰ তেতিয়া পানী-কেঁচুৱা। চফল ডেকা চাৰুসিংহ আৰু ৰত্নেশ্বৰ তিপমীয়া গোহাঁয়ে কীৰ্ত্তিচন্দ্ৰক যে অপঘাত কৰিবলৈ ষড়যন্ত্ৰত যোগ দিছিল, সেইটো পদে-প্ৰমাণে ধৰা পৰিছিল। কীৰ্ত্তিচন্দ্ৰ যিমানে ক্ষমতাশালী হৈ উঠিছিল, সিমানে ডা-ডাঙৰীয়া, ৰা-বিষয়াৰ অপ্ৰিয় হৈ পৰিছিল।

ৰাতি টেকেলা বৰাই ধৰি থোৱা মানুহটোক সকলোৱে চিনি-পালে-ন্যাজিৰাহটীয়া গণক ৰতিকান্ত। ৰতিকান্তই এঘৰীয়াকৈ সৈ কাঢ়ি ক'লে, 'মই ঘৈয়াইছিলোঁ সঁচা। মোৰ লগত আছিল চাওডাঙৰ বৰচমুৱা মনধ্বজ, লুখুৰাখনৰ মণি চেকিয়াল বৰুৱা, সন্দিকৈৰ দৈয়ঙীয়া ডেকা।' ইয়াৰ উপৰিও ঘৰফলীয়া বৰুৱা, তেওঁৰ ভাগিনীয়েক, নাওবৈছা ফুকনৰো দণ্ড হ'ল।

ৰাজেশ্বৰসিংহৰ জীৱিত অৱস্থাত এই হত্যা-ষড়যন্ত্ৰৰ বিচাৰ সিমানতে তাপ মাৰি থাকিল। স্বৰ্গদেৱক জনাই নিৰাপত্তাৰ অৰ্থে লগত কুৰিয়ে

প্রতি এজনকৈ টাঙোন-ধৰা ললে। এই ছেগতে নগৰত থকা পালী ঘৰচোত টুপ লগাই ল'লে আৰু নগৰতো ৰৰজাপি লৈ ফুৰিবলৈ ৰজাৰ আজ্ঞা পালে।

কীৰ্ত্তিচন্দ্ৰ বৰবৰুৱাৰ ৰাজনীতি-জ্ঞান আৰু ৰাজ্যৰ সবিশেষ নখ-দৰ্পণত আছিল। সেই বাবে ৰজায়ো সমীহ কৰি চলিছিল। এই কথাৰ তলা-নলা বুজি বৰবৰুৱাৰ টেকেলাবোৰেও ভাব-ভোঁট লৈ মানুহক হাৰা-শাস্তি কৰিছিল।

মণিপুৰীয়া ৰজাৰ জীয়ৰী কুৰঙ্গনয়নীক চকলং কৰি বিয়া দি তোল-নীয়া পিতৃ হিচাপে ৰজা-শহুৰৰ মৰ্য্যাদা লাভ কৰিছিল। পুতেক চোলাধৰা ফুকনে ডেকা-বৰবৰুৱাৰ মৰ্য্যাদা লাভ কৰি ওস্তাজ হৈ 'ৰাৱণ-বধ' ভাওনা কৰোঁতে বৰবৰুৱা চ'ৰাৰ ফুকামৰ খুটাত বহি ডা-ডাঙৰীয়া সকলৰ আগত অহঙ্কাৰ কৰিছিল।

এটা এটাকৈ অনেক কাৰণত কীৰ্ত্তিচন্দ্ৰ অপ্ৰিয় হৈ উঠিছিল আৰু ৰাজেশ্বৰসিংহৰ মৃত্যুৰ পিছত 'এলাগী কোঁৱৰ' লক্ষ্মীসিংহক ৰজা পাতি তেওঁ সৰ্ব্বেসৰ্বা হৈ পৰিছিল। অতদিনে পেটত সামৰি থোৱা হত্যাৰ ষড়যন্ত্ৰৰ সন্দেহ ভঞ্জনৰ অৰ্থে আকৌ সোধ-পোছ কৰিবলৈ ধৰিলে।

১৬৯১ শকৰ আহাৰৰ ১৬ দিন যাওঁতে মঙলবাৰে ৰাজেশ্বৰ সিংহৰ দুই পুতেক চাৰুসিংহ আৰু ৰত্নেশ্বৰ তিপমীয়া গোহাঁইক নামৰূপলৈ নিৰ্বাসিত কৰি লগত পঠালে লুখুৰাখনৰ ওজা-লিগিৰা মিঠাকাণু, লিগিৰা-কাকতি নগা আৰু পুতেক উমা ঢেকিয়াল ফুকনক। আৰু তাহানি, হত্যাৰ ষড়যন্ত্ৰৰ সময়ত কোন ক'ত জড়িত আছিল তিপমীয়া গোহাঁইক জেৰা কৰিবলৈ ধৰিলে, 'গোহাঁইদেওইঁতে চেগতুৰুকীৰ হাতত লেখা দি বৰবৰুৱাক কাটিবলৈ স্বৰ্গদেৱতালৈ কি কৈছিল, কোৱাঁ? এতিয়া নক'লে নহ'ব। যোত্ৰৰ মানুহ বা কোন কোন হৈছিলাইঁক, তাকো কোৱাঁ?' তিপমীয়া গোহাঁয়ে কাকতৰ চাবটি তেওঁৱে বুলি স্বীকাৰ কৰি ষড়যন্ত্ৰৰ মানুহৰ নাম কেইটা কৈ দিলে—দিহিঙীয়া ঢেকিয়াল বৰুৱা, টপটপী, বৰচমুৱা, চেগ-তুৰুকী, মনু বামুণ, কামৰূপী প্ৰাণনাথ, ছিলৈঘৰীয়া নাৰায়ণ, ভৰদেৱ পুৰোহিত, মোলান, মথন আৰু দুৱৰা। পিছে জেৰা কৰি গৈ থাকোঁতে নাৰায়ণ বামুণ, বেজভণ্ডাৰী লখী বামুণ, কামৰূপী শিৱৰাম বামুণ, কামৰূপী উমা আদিৰ নামো ওলাইছিল। তদুপৰি ঢেকিয়াল ফুকন আৰু বৰবৰুৱাই আৰু বহুতৰে নাম লিখি শাস্তি দিছিল—চাওডাঙৰ পোৱালী বৰা, তেলগজ, চিৰিহৰি, দেৱাই বামুণ, পৰ্মাই, গায়ন লিগিৰা, মনপুৰ, চিকৰা, ধন, ধনজয়, শিৱৰাম পূজাৰী, লিগিৰা পাহে, শ্ৰীনাথ বামুণ, ৰামসিদ্ধ, হেমেন,

কিৰিং, ভোগজুৰ, মনথিৰ, জয়া বেজ, চাওডাঙৰ মুৰালি, যজ্ঞদাসৰ পুতেক বলো, ভুক গণক, বহিতা, কেটাই, মনীয়া, বজনধীয়া পূজাৰী কালিৰাম, দৰ্গাৰাম, বধু, ববচেবেলা, মেটেনী, পথলিয়াল হাজৰিকা, থামুনৰ হাজ-ৰিকা, জ্যোতিষী মদন, লখীৰ পুতেক দয়াৰাম, জ্যোতিষী হৰিচন্দ্ৰ, চবাই লিগিৰী ইত্যাদি। এওঁবিলাক সকলোৱেই যে দোষী আছিল, তেনে নহয়, মনে সজা অভিযোগত বৰবৰুৱা আৰু ঢেকিয়াল ফুকনে স্বৰ্গদেৱৰ নামে দণ্ড কৰি ক্ষমতাৰ অপপ্ৰয়োগ কৰিছিল। কিন্তু ইয়াৰপৰা এইটো স্পষ্ট হৈ ওলাইছিল যে বৰবৰুৱাক হত্যা কৰা ষড়যন্ত্ৰত ৰাজেশ্বৰসিংহৰ পৰোক্ষ সমৰ্থন আছিল আৰু পুতেক কেইজন সক্ৰিয় আছিল। এই অভিযুক্ত-সকলৰ ভিতৰত ভালেমান কেইজন ব্ৰাহ্মণ, দৈৱজ্ঞ আৰু কামৰূপী মানুহ থকাটো তাৎপৰ্য্যপূৰ্ণ।

কীৰ্ত্তিচন্দ্ৰ আৰু মোৱামৰীয়া মহন্তৰ ঘৰৰে সৈতে মনোমালিন্য আৰু তিক্ততাৰ সীমা নাছিল। ইয়াৰ গুৰিতে আছিল অত্যধিক গুৰুত্বৰীয়া আনুগত্য। শিলিখাতলীয়া দিহিং সত্ৰ আৰু মোৱামৰা সত্ৰৰ মাজত ঐশ্বৰ্য্য সম্পদ আৰু শিষ্য-সংখ্যা লৈ প্ৰচণ্ড ঈৰ্ষা ভাব সৃষ্টি হৈছিল। কীৰ্ত্তিচন্দ্ৰ দিহিং সত্ৰৰ শিষ্য আছিল। সেয়েহে দিহিং সত্ৰই মহাপ্ৰতাপী বৰবৰুৱাৰ যোগেদি ৰাজকীয় সন্মান আৰু সম্পদ আহৰণৰ যত্ন কৰিছিল। দিহিঙৰ গোসাঁইক ৰাজেশ্বৰসিংহৰ সখি পতাই ৰাজকাৰেঙলৈ বিনা দ্বিধাই অহা-যোৱা কৰিব পৰাকৈ লিগিৰা বাব দিয়াইছিল। মোৱামৰা আৰু দিহিং সত্ৰৰ ভিতৰত মোৱামৰাৰ গায়ন-বায়ন উৎকৃষ্ট হ'লেও বৰবৰুৱাই দিহিং সত্ৰকহে ৰজাঘৰীয়া মাননি দিয়ায়। এবাৰ সপ্তভূজ গাগিনী ডেকাই নিজে বায়ন হৈ গোৰা গায়নৰ বেলিকাও তেওঁক উপেক্ষা কৰি দিহিঙৰ গায়নক সৰহীয়াকৈ মাননি দিছিল। এই কাৰ্য্যত সপ্তভূজে প্ৰচণ্ড আঘাত পাইছিল।

এবাৰ দিহিং সত্ৰৰ মাটি-সম্পত্তি বৃদ্ধি কৰিবলৈ উত্তৰপাৰে তেলাহী কলীয়াজানত ছুঅঁৰা ঢোল কোবাই যিমান দূৰলৈ শুনি সিমান বহলকৈ বহু হেজাৰ পুৰা মাটি দিয়াইছিল।

মোৱামৰাৰ গোসাঁয়েও কীৰ্ত্তিচন্দ্ৰক অমান্য কৰিবলৈ চল বিচাৰি ফুৰিছিল। এবাৰ অষ্টভূজ গোসাঁয়ে জলমৰটা ঘৰবন্দীৰ ঘৰৰ বুলি গালি পাৰি জগৰ লগাইছিল। এবাৰ গাগিনী ডেকাই বৰবৰুৱাক নজনোৱাকৈ স্বৰ্গদেৱক ভেটি ৰাজকীয় নিয়ম ভঙ্গ কৰিছিল আৰু কীৰ্ত্তিচন্দ্ৰই সেই অপৰাধৰ শাস্তি স্বৰূপে গাগিনী ডেকাক চাৰিটা চকা মাৰিছিল। এই

সময়তেই পাপিনী ডেকাই কীৰ্ত্তিচন্দ্ৰক নাশ কৰিবলৈ সঙ্কল্প গ্ৰহণ কৰিলে।

এদিন লক্ষ্মীসিংহ স্বৰ্গদেও নাৱেৰে গৈছিল। লগত ৰবৰুৱাও আছিল। ঘাটতে লগ পাই মোৱামৰাৰ মহন্তই আশীৰ্বাদ কৰিলে কিন্তু ৰবৰুৱাক ৰাজকীয় নিয়মে সোধ-পোছ কৰা দূৰৰ কথা, সেই পিনে মূৰ তুলিয়েই নেচালে। এই কথাত ক্ষুব্ধ হৈ ৰবৰুৱাই মহন্তক অকছি পুৰুষ উদ্ধাৰি গালি পাৰিলে।

হাতীচুঙিৰ ৰাঘৱ নেওগ নতুনকৈ মোৱামৰা গোসাঁইৰ শিষ্য হৈছিল। ৰাঘৱ মৰাণৰ মুখিয়াল মানুহ। দিহিং সত্ৰত শৰণ নলৈ মোৱামৰাৰ শিষ্য হোৱাটোৱেই কীৰ্ত্তিচন্দ্ৰৰ অসন্তুষ্টি হ'ব পাৰে। সেই বাবে হাতী যোগাবলৈ আহোঁতে হাতীটো ক্ষীণ বুলি অজুহাত দেখুৱাই ৰাঘৱক চমটাৰে কোবালে। কোব খাই ৰাঘৱে পোনে পোনে গোসাঁইৰ ঘৰ পাই তাৰ প্ৰতিকাৰ বিচাৰিলে।

ৰাজেশ্বৰসিংহৰ মৃত্যুৰ পিছত নতুন ৰজা লক্ষ্মীসিংহলৈ মোৱামৰাৰ গোসাঁয়ে যথাৰীতি নিৰ্মালি পঠিয়ালে। কীৰ্ত্তিচন্দ্ৰৰ পৰামৰ্শমতে সেই নিৰ্মালি খাটনিয়াৰৰ হাতত ওলোটাই পঠালে। এই কথাত গোসাঁয়ে বিষম বেজাৰ পালে। গোসাঁইৰ গাতো দোষ; পোনতে ৰজাক অৱজ্ঞা কৰিছিল।

ইটোৰ পিছত সিটোকৈ গোসাঁইঘৰ আৰু কীৰ্ত্তিচন্দ্ৰৰ মাজত বিৰোধ বাঢ়ি শীৰ্ষবিন্দুত উপনীত হ'লগৈ। উভয় পক্ষতে অনমনীয়তা বিদ্যমান। কীৰ্ত্তিচন্দ্ৰই ক্ষন্তেকলৈকো নিজৰ প্ৰতাপ আৰু ক্ষমতাৰ কথা পাহৰা নাছিল।

এবাৰ ৰবৰুৱাৰ অধীনস্থ পাইকৰ এজন হেৰাল। বাতৰি পাই খণ্ডত টিক্‌চি-বিক্‌চি উঠিল। বৰা, শইকীয়া, হাজৰিকাক মতাই আনি হেৰোৱা পাইকৰ হিচাপ বিচাৰি হুলস্থূল লগালে। এনেতে এজন বৰাই অতি কৌশলেৰে ক'লে, 'ডাঙৰীয়াই ছুঁা লেখিছে, গা লেখিলেহে হেৰোৱা পাইকৰ হিচাপ ওলাব।' গেন্ধেলা নিজেই কাঁড়ীৰ খেলত আছিল। পিয়লৰ কাকতত কাঁড়ীৰ খেলত নিয়ম অনুসৰি নাম নকটোৱাকৈয়ে বিষয়া হৈ চমুৱা মৰ্য্যাদা লাভ কৰিলে। সেইজন কাঁড়ীয়েই কঠীয়াতলীৰ পৰা উঠি ৰবৰুৱা হৈ ৰজাকো বলাব পৰা হ'ল। স্বাভাৱিকতে সাতামপুৰুষীয়া সাতঘৰীয়া মানুহৰ খং উঠিবই।

কীৰ্ত্তিচন্দ্ৰ ক্ষমতাশালী ৰবৰুৱা আছিল কিন্তু ক্ষমতাৰে অন্ধ আছিল। তেওঁৰ ঘৰতে অভয় নামেৰে মোৱামৰীয়া শিষ্য এজন ভঁৰালী হৈ আছিল। কীৰ্ত্তিচন্দ্ৰই অভয়ৰ সাক্ষাতে মোৱামৰাৰ মহন্তৰ বিৰুদ্ধে অনেক কথা কৈছিল, আৰু সেইবোৰ কথা অভয়ে সপ্তভুজৰ আগত তিলকে তাল কৰি লগাইছিল। তদুপৰি অভয়ৰ পুতেক অৰবিষ মোৱামৰাৰ গাওঁবুঢ়া

আছিল; ভতিজাক প্ৰহ্লাদ আৰু মহদায়ো কীৰ্ত্তিচন্দ্ৰৰ ঘৰতে খাই-বৈ সকলো ভিতৰুৱাল বাতৰি নি সপ্তভুজ আৰু বাঘৰ-নাহৰক তাঁৰৰ বাতৰি তাঁবে যোগাইছিল। কীৰ্ত্তিচন্দ্ৰই সেইবোৰলৈ কাণ-সাৰ নকৰিছিল।

ৰুদ্ৰসিংহই পোনতে বৰুতিয়ালৰ ঘৰৰ বুঢ়াদদাইক ৰৰবৰুৱা পাতিছিল। বুঢ়া দদাইৰ পিছত ৰূপচন্দ্ৰ ৰৰবৰুৱা হ'ল। ৰূপচন্দ্ৰৰ পিছত প্ৰমত্তসিংহ গেন্ধেলাক ৰৰবৰুৱা পাতিবলৈ অনিচ্ছুক আছিল। মোহনমালা গোহাঁয়ে পৰ্বতীয়া গোসাঁইৰ হতুৱাই স্বৰ্গদেৱক কোৱাই ৰৰবৰুৱা পতাইছিল কিন্তু সেই গেন্ধেলাই মোহনমালাক নামৰূপলৈ খেদি ৰাজেশ্বৰ সিংহ নাম দি ৰমানাথ গোহাঁইক ৰজা পাতি অত্যন্ত কৃতঘ্নতা প্ৰকাশ কৰিলে।

মোৱামৰাৰ শিষ্য আৰু মৰাণৰ মুখ্য নেতাসকলৰ দ্ৰোহভাৱৰ বুজ পাই ৰাজেশ্বৰসিংহই যেতিয়া প্ৰজাশক্তিৰ অসীম ক্ষমতাৰ কথা ক'লে কীৰ্ত্তিচন্দ্ৰই সেই কথা উপেক্ষা কৰি উত্তৰ দিলে, 'ধানটোৱে প্ৰতি কণটো, মানুহটোৱে প্ৰতি মনটো, কাহানিও ঐক্যবদ্ধ হব নোৱাৰে।' সত্তৰ বছৰ বয়সীয়া জ্ঞানবৃদ্ধ-বয়োবৃদ্ধ কীৰ্ত্তিচন্দ্ৰই তেতিয়াও প্ৰজাৰ মন বুজিব পৰা নাছিল।

যেতিয়া মৰাণে নগৰ অধিকাৰ কৰোঁ যেন হ'ল, তেতিয়াও কীৰ্ত্তিচন্দ্ৰ নাও বুৰি তলি পালেও টিঙৰপৰা নমা নাছিল। পুতেক চন্দ্ৰহাস ডেকা-ৰৰবৰুৱাই যেতিয়া কৃতকৰ্মৰ পৰিণতি সুঁৱৰি কৈছিল তেতিয়াও কীৰ্ত্তিচন্দ্ৰই অতি প্ৰগলভতাৰে উত্তৰ দিছিল, 'মৰাণৰ হাতীচুঙি চাৰিটাই খেদি-খোৱা গোহাঁই এটা লৈ মৰিবলৈ ডেও পাৰিছে, সেইবাবেই মই মোৱামৰা গোসাঁইৰ ঘৰলৈ যাব লাগে। ৰাজেশ্বৰসিংহৰ পুতেকে মোক কটাব খুজিছিল, তাক ৰজা পাতিব লাগে। এনে দুৰ্বুদ্ধি ক'ৰপৰা পালি?' চন্দ্ৰহাস ডেকা ৰৰবৰুৱাই কৈছিল, 'দেউতা, ৰাজেশ্বৰসিংহ যিদিনাই স্বৰ্গী হ'ল, সেইদিনাই আমাৰ শ্ৰী-সম্পত্তি গ'ল। ৰুদ্ৰসিংহ স্বৰ্গদেৱে যাক কাল বুলি এৰি থৈ গৈছিল, সেই এলাগী কোঁৱৰক ৰজা পাতি ল'লা। ৰৰজনা গোহাঁইদেওক কি কাৰণে খেদিলা? ৰুদ্ৰসিংহ স্বৰ্গদেৱৰ ই কেইজনা ৰজা হব পায়, ৰৰজনা গোহাঁই ৰজা হলে কি দোষ? তুমি কিয় খেদিলা? তোমাৰ এনে মতি-গতি দেখি ডাঙৰীয়া তিনিজনাই ৰৰচ'ৰাতে ক'লে, 'ৰাইঁৰ আগ তল যক, কাউৰীৰ ৰং চাওঁ।'

'ৰাজেশ্বৰসিংহৰ ৰৰপুত্ৰ চাৰুসিংহক ৰজা পতা হলে, এনে অঘটন নঘটে। মোৱামৰা মহন্তক দিনে-ৰাতিয়ে হিংসা কৰিলা। কুঁৱৰীসকলৰ লগত দুৰ্নাম ৰতি গোসাঁইৰ নিৰ্মালি ওভোতাই দিলা। তুমি মোৱামৰাৰ

'ষৰৰ জোৰৰ সে ফেৰৰ? আজি বৰবৰুৱা, কাইলৈ বৰবৰুৱা বিষয় গলে তোমাৰ কি থাকিব?'

'ৰাঘই হাতী দিলে, তাৰ দোষ ধৰি চমটাৰে পিঠি ছিঙিলা। তোমাৰ খোজে প্ৰতি অপৰাধ। তুমি মোৰামৰা সত্ৰলৈ গৈ সৰ্বভাৰসা দি পৰাগৈ। ৰণ কৰি পাৰ নোপোৱা। তোমাৰ ৰক্ষাৰ কাৰণে কোনেও ৰণ নকৰে। মোহনমালা গোহাঁইদেউ ৰুদ্ৰসিংহৰ পুতেক। তেওঁলৈ কাৰো খং নাই। এতিয়াৰ সৰহভাগ বিনয়া তেৱেঁ পতা, তেওঁৰ বিৰুদ্ধে কোনেও ৰণ নকৰে। বকতিয়ালৰ ঘৰলৈহে সদৌৰে কক্ষা; এয়া আমাৰ মৰণৰ হেতু।

তথাপি কীৰ্তিচন্দ্ৰই উচ্চ শিৰ নত নকৰিলে।

যেতিয়া মোহনমালাক আগত লৈ ৰাঘৱ মৰাণৰ সৈন্যদল আহি চেঁচা নৈৰ কাষ পালেহি তেতিয়া ৰঙাচিলা দুৱৰাৰ ঘৰৰ হৰনাথ ভিতৰুৱাল ফুকনক সেনাপতি পাতি ৰণলৈ পঠালে। মোহনমালা আৰু চাৰুসিংহ-ৰম্বেশ্বৰ দুয়োকে হাতীত তুলি মৰাণে আগবঢ়াই দিলে। ভিতৰুৱাল ফুকনৰে মুখামুখি হৈ মোহনমালাই ক'লে, 'ফুকন, তই দুৱৰাৰ ঘৰৰ, এদিনীয়া নহৱ, সাতামপুৰুষীয়া। মিত্ৰ-সম্বন্ধও আছে। সম্প্ৰতি ময়েই ৰজা। আমাৰ এই ৰণ বকতিয়াল বৰবৰুৱাৰ বিৰুদ্ধেহে। আন কাকো কটা-মৰা নকৰোঁ।'. বকতিয়াল বৰবৰুৱাৰ নাম শুনি ভিতৰুৱাল ফুকনৰো ৰণ ঢিলাই দিবলৈ মন গ'ল। এনেতে মোহনমালাই ভিতৰুৱাল ফুকনৰ হৃদয় স্পৰ্শ কৰি বুকু উদিয়াই ক'লে, 'বকতিয়াল ঘৰবন্দীয়ে এডোখৰ খালে, ইডোখৰ আগনগুহ তই কাটি খা'। হৰনাথে চেঁচাৰ ওচৰত একতীয়া হৈ ৰণ এৰি দিলে। ইও এক বিস্ময়কৰ অনুকম্পা।

কীৰ্তিচন্দ্ৰই একুৰি পাঁচ বছৰ বৰবৰুৱা বাব খাইছিল। ৰুদ্ৰসিংহ স্বৰ্গদেৱৰ দিনৰপৰা দেশত সৈন্য-সামন্তৰ শিকনি নোহোৱা হ'ল। হিলৈ-বৰতোপ সজোৱা নাছিল। অজস্ৰ ধন-সম্পত্তি দ'ল-দেৱালয়ত দান-দক্ষিণা দি ক্ষয় কৰিছিল। শৰাইঘাটৰ কাজুৱা সৈন্যৰ নাতি-পুতিবোৰ অকৰ্মণ্য হৈ পৰিল। ইয়াৰ বাবে শাক্ত পূজাৰী ৰজা কেইজন যিমানে জগৰীয়া ভকত বৰবৰুৱা কীৰ্তিচন্দ্ৰ তাতোকৈ কম জগৰীয়া নহয়। কৃষ্ণৰামৰ শিষ্য স্বৰ্গদেওসকলে যি অযোগ্যতা আৰ্জন কৰিছিল, শিলিখাতলীয়া চিকণ গোঁসাই, কৈৱল্যানন্দনৰ শিষ্য কীৰ্তিচন্দ্ৰয়ো ৰণৰ আখৰা পাহৰি নাম-গুণ হৰি-সেৱাত ধৰি সিমানেই অকৰ্মণ্য প্ৰতিপন্ন হৈছিল।

সাধাৰণ লুখুৰাখনৰ সৰা শুকতি মোমাই তামুলী বৰবৰুৱা হৈ ৰেহা লগাই দেশখন পাতিছিল, 'বকতিয়াল ঘৰবন্দীৰ লৰা' গেন্ধেলা বৰবৰুৱা

হৈ দেশ-শাসনৰ বাঘজৰীডাল ভালকৈ খোপনি পুতি ধৰিব নোৱাৰিলে।

লগত পিতৃহা-যোগ লৈ কালশিলীয়া গোহাঁই লক্ষ্মীসিংহ জন্মিছিল। ৰুদ্ৰসিংহ স্বৰ্গদেৱে মৰিবৰ সময়ত নিজ পুত্ৰক কাল হৈ অহা বুলি কৈ গৈছিল। যথাৰ্থতে লক্ষ্মীসিংহৰ ৰাজত্বকালতে অসমৰ ৰাজনৈতিক গাঁথনিৰ সাঁফি লৰিল।

গদাধৰসিংহ স্বৰ্গদেৱে ৰুদ্ৰসিংহক কৈছিল, 'সৰুক বৰ বিষয় নিদিবি।' 'ঘৰবন্দী জলমবটা বকতিয়ালৰ লৰাই' নিজৰ কৃতকৰ্ম আৰু আচৰণেৰে ডা-ডাঙৰীয়া, বা-বিষয়াক অসন্তুষ্ট কৰি নিজৰ আৰু শিষ্যবো ধ্বংস মাতি আনিলে। মোৱামৰীয়া গোসাঁই আৰু শিষ্য ৰুষ্ট হৈ মূৰ দাঙি উঠাৰ মূলতে কীৰ্ত্তিচন্দ্ৰ বুলিয়েই সকলো সমসাময়িক লোকে অভিমত দিছিল।

তথাপি কীৰ্ত্তিচন্দ্ৰৰ ৰাজনীতি-জ্ঞান আৰু দক্ষতাৰ প্ৰশংসা নকৰি নোৱাৰি। যেতিয়া বিদ্ৰোহী সৈন্যই ৰংপুৰ অভিমুখে দুৰ্বাৰ গতিৰে আগ-বাঢ়ি আহিছিল, তেতিয়া ৰজাৰ ডা-ডাঙৰীয়াসকল বিমূঢ় হৈ দুভাগ হ'ল। এভাগে ৰজাক নগৰৰপৰা আতঁৰি যাবলৈ পৰামৰ্শ দিলে। আনভাগে বিদ্ৰোহী দলৰ হাতত আত্মসমৰ্পণ কৰিবলৈ পৰামৰ্শ দিলে। তাৰে ভিতৰত দিহি-ঙীয়াৰ কাশী বৰফুকন আৰু ন-ফুকন দুয়ো পিছৰ ভাগত আছিল। লক্ষ্মী-সিংহক সোণাৰি বাহৰত থৈ পুতেক চন্দ্ৰহাস আৰু উমাক নাও-নাওৰা বিচাৰি পঠিওৱাৰ উপৰিও নিজেও গ'ল। এই ছেগতে বৰফুকনে ৰজাক অভিযোগ কৰিলে, 'বৰবৰুৱাই মৰাণৰ লগ লৈছেগৈ। তেনে কাম কৰিব নেলাগিছিল। প্ৰজাই ভাবিছিল, বৰবৰুৱা ডাঙৰ মানুহ, কাৰ্য্যতো দক্ষ, এনেজন থাকোঁতে শত্ৰুলৈ ভয় নাই। পিছে এতিয়া আপদকালত, নীতি-মন্ত্ৰণা, মৰ্য্যাদা-অভিমান এৰি বিশ্বাসঘাতকতা কৰি ৰজা-প্ৰজা এৰি পলাল।' নাও-নাওৰা নেপাই নিৰাশ-নিশ্প্ৰাণ হৈ উলটি আহি স্বৰ্গদেৱৰ আগত ওলালত, তেওঁৰ দুৰ্নাম ৰটনাৰ কথা শুনি মৰণান্তিক দুখ পাই ক'লে, 'মই স্বৰ্গদেৱৰ বন্দী। কায়বাক্যমনে। স্বৰ্গদেৱৰ চৰণ বিনে আন একো নেজানো। শ্ৰীচৰণতে শৰীৰ পৰিব, তথাপি স্বৰ্গদেৱৰ লগ কিয় এৰিম? মন্ত্ৰীৰ লগত স্বৰ্গদেও তিনিবন্ধুৰ গুৰু। তাতে মোতে সকলো বিশ্বাস-ভাৰসাও কৰি আছে। স্বৰ্গদেৱক এৰিলে এইবোৰ পাতকে পায়। এই কথা এই শৰীৰে নকওঁ। তথাপি যে বৰবৰুৱা পলাল বুলি শুনিবলৈ পাইছে, ই কালৰহে বিক্ৰম।'

সোণাৰি নৈৰ বাহৰত থাকোঁতেই মোহনমালা গোহাঁইৰ বৰ জীয়েক, গোপেশ্বৰ দুৱৰাৰ ঘৈণীয়েক সেউতীৰ বহতীয়া হৰাপোৱাৰ মুখে কোৱালে বোলে, স্বৰ্গদেৱলৈ মৰাণৰ কোনো ৰুক্ষা নাই। বৰবৰুৱালৈহে খং।' এই

বাৰ্ত্তা পাই সোণাৰি নৈৰ বাহবতে বৰমেল পাতি স্বৰ্গদেৱে মৰাণক ধৰিবলৈ অভিপ্ৰায় কৰিলে। তাকে জানি সেই মেলত কীৰ্ত্তিচন্দ্ৰই যি কথা কৈছিল, তাৰপৰা তেওঁৰ প্ৰগাঢ় ৰাজনীতিজ্ঞান, মানৱ চৰিত্ৰৰ অভিজ্ঞতা, বিচক্ষণ উপস্থিত বুদ্ধি, সমস্যা সমাধানৰ উপায়, দূৰদৰ্শিতা আৰু শাসন-নীতিৰ নিপুণতাৰ পৰিচয় পোৱা যায়। তেওঁ কৈছিল, "স্বৰ্গদেৱ, কালি স্বৰ্গদেৱ আহোঁতে স্বৰ্গদেৱৰ লগত নাহি অনেক থাকিল। কোনোবোৰে অহা-খিনিকে নাজানিলে, কোনোবোৰে জানিও নাহিল, স্বৰ্গদেৱৰ লগতো অনেক আহিল, পাচে তাৰে কোনোবোৰে বাটৰে পৰা উলটিলে, কোনো-বোৰে বাহৰ পায়েই ৰাতিয়েই গ'ল। কোনোৰে পুৱাতে গ'ল, বিখিনি আছে খাবলৈ পালেহে লগ নেৰিব। ইইঁতকো স্বৰ্গদেৱৰ চৰণত প্ৰাৰ্থনা কৰি ৰূপ দিয়ালোঁ, ৰূপ লৈয়ো কেতবোৰ গ'ল। লগৰ মানুহ পাতল হ'ল।

"মৰাণে ধৰিবও পাৰেহি। এতেকে ধৰিবলৈ নৌ পাওঁতেই শীঘ্ৰে দিহিঙৰ পাৰ হ'লেহে ভাল। সিপাৰে স্বৰ্গদেৱৰ বন্দী-বেটী অনেক আছে। সেই ভকতবোৰে সৈতে মানুহ-দুনুহ চপাই লৈ, দীঘলীশালৰ নাও নমাই লৈ সেয়েৰেও সত্ৰ-সভাৰ চহলীয়াৰো ভাৰী নাৱে সৈতে গৈ, আউনীআটি, বেঙেনাআটি আৰু যাক পায় সেইবোৰৰো ভকত আৰু নাও লৈ দেৰগাওঁ পোৱা যাব। শালৰো নাও দেৱালৰো মানুহ কলিয়াবৰলৈ যাব লাগে। কলিয়াবৰত স্বৰ্গদেৱৰ সকলো আহিলা আছে। স্বৰ্গদেৱৰ বন্দী-বেটী, হাতী অনেক আছে। মৰঙীতো আছে। গোহাঁই দুজনাও আছে। এইবোৰক তাতে সষ্টম কৈ ৰাখি গুৱাহাটীৰ পৰা ফুকন ৰাজখোৱাৰে সৈতে আন-খনি আনি মৰাণক মাৰিব পাৰিম।

"ক্ষত্ৰিয়ৰ ধৰ্ম শৰীৰ থাকে মানে যুদ্ধ কৰিব। জয় লভিলে ৰাজ্য-ভোগ হয়, যুদ্ধত পৰিলে স্বৰ্গভোগ হয়। শৰীৰৰ লগত কাতৰ হলে পৰ-লোকলৈকো পাপ হয়, ইহলোকতো পৰাধীন হয। লোকৰ আজ্ঞাত প্ৰৱৰ্তি অনেক ভয় লাজ, ক্লেশক পায়, মৃত্যু, বাঞ্ছা কৰি থাকিবলগীয়া হয়। অতি কুচিত দুখ। আৰু পৰদেশৰ ৰজাৰ হাতত পৰাজয় হলে চাতুৰ হৈ তাক নিবন্ধ কৰি লৈ ৰক্ষা কৰিলে ভাল আছে, যাতে সি নিবন্ধ কৰি স্বদেশলৈ যায়। আৰু সেনায়ে সৈতে সষ্টম হৈ থাকি সুদিন হ'লে তাকে জিনি পূৰ্ব-পদত স্থিতি হব পাৰে, যি হেতু জয়-পৰাজয়ৰ সেয়েই কাৰণ, এতেকে কাল বঞ্চিবৰ নিমিত্তে কাতৰতো আগেয়ে প্ৰৱৰ্তি গৈছে, সম্প্ৰতিও প্ৰৱ-ৰ্ত্তিছে, আগলৈকো প্ৰৱৰ্তিব।

"অতি কুচিত মহাম্লেচ্ছ আমি, স্বৰ্গদেৱৰ সেৱকৰ সেৱক। আমাৰ

সেৱকৰ সেৱকত্বহে তাৰ সেৱা ঘটিছিলে। তেনেতক উপাসা নকৰাকৈ শৰীৰ এৰাকেহে প্ৰশস্ত দেখি। যেন সামান্য দাসে স্বামীজনক দাস কৰি সেই গৃহক্ষেত্ৰতে স্বামী হৈ প্ৰৱৰ্তিলে স্বামীজনৰ মৰাহে প্ৰতিকাৰ। আতকৈ উপায় আনজন নাই। আৰু কোনো সকলে যদি মৰাণক ৰবিবলৈ কয়, ৰবিলেও এইৰূপহে হ'ব। মৰাণে এই ভোগ পালে সন্তানৰ কুচিত ভোগ কৰিবলৈ কিয় যাব?

"আৰু মৰাণ দুষ্ট লোক, অনেক দুষ্টে তাৰ লগ লৈছেগৈ। ই ঠাইত যিবোৰ দুষ্টলোক আছে এইবোৰ তাতোকৈ চতুৰ। ইহঁতে উত্তম লোকৰ সঙ্গত ফুৰি নীতি পাই শুনি-দেখি আছে। এইহঁতেও তাৰ লগ ল'বহে। এইবোৰকে ইঠাই হ'লে দুষ্টৰ উন্নতি হৈ অধৰ্মে দেশ জুৰিব, ধৰ্ম-নীতিক লোপ কৰি সন্ত-শিষ্ট উত্তম লোকক নষ্ট কৰিব। কোনোবোৰে স্বধৰ্ম এৰি দুষ্টৰ পালন হৈ তাৰে ধৰ্ম আচৰিব। এতেকে ধৰ্মত প্ৰৱৰ্ত্তা উত্তমলোকৰহে কবুলো কয়, ক'তো বা ৰয়। দুষ্টলোকক কবুল-কাতৰ কোনো কালত নকয়। এতেকে উত্তমলোকে দুষ্টলোকৰ বাক্যত কোনো কালত বিশ্বাস কৰি যোৱা নাই। এতিয়া যদি দুষ্টৰ বাক্যত বিশ্বাস কৰা যাব কদাচিতো তাৰপৰা শুভ ন'হব, অশুভহে হব, সন্ত-শিষ্ট উত্তমলোকৰ প্ৰলয়হে হ'ব। এতেকে স্বৰ্গদেৱে ই কথা নকৰিব।

"আৰু কোনোসকলে কয়, 'বৰবৰুৱালৈহে মৰাণৰ খং, বৰবৰুৱাকহে মাৰিব। স্বৰ্গদেৱৰো, দেশৰ লোক, কাৰো প্ৰতি মৰাণৰ একো খং নাই, কাকো একো নকৰে। মৰাণৰ ৰজা হোৱাও নাই, বৰজনাগোহাঁইদেৱৰ পুতেকটিকহে ৰজা পাতি আনিছে।' ই কথা মিছা। আৰু স্বৰ্গদেৱে নুশুনিব-নপতিয়াব। এই দুষ্টলোকৰহে ফন্দ-উপায়।

"মোৰ মানুহে ভালৰূপে জানি আহিছে, খোৱা মৰাণে কৈছে, 'গোহাঁ-ইৰ পুতেকক পাতিছে ৰজা।' বৰজনা গোহাঁইদেৱক ৰজা পাতিম বুলি ফন্দেৰে চপাই লৈ তেওঁকে আগত থৈ দেশকো বৰাই মৰাণে কয়, বৰজনাগোহাঁইদেৱলৈ অস্ত্ৰ ধৰিব যি পাৰে ধৰক পোৱে-পুতেও সবংশে কাটিব। জিকিলেও ৰাজদ্ৰোহ হ'ব।' এতেকে সি দুষ্ট লোকৰ ফন্দহে।

"সেৱকৰ স্বৰ্গদেৱহে ঈশ্বৰ। স্বৰ্গদেৱৰ যি আজ্ঞা তাকে আচৰাহে ধৰ্ম, নাচৰিলেহে ৰাজদ্ৰোহ হয়। ফন্দেৰে মোক বিপৰীত কৰিছে আৰু স্বৰ্গদেৱলৈ সাক্ষাতে অস্ত্ৰ ধৰি আহিছে। গোঁহাইদেও বুলিহে কৈছে, যদি মহা গুৰুজন হ'লেও তাক নষ্ট কৰিব লগা, নষ্ট নকৰিলে দোষ পায়। দুষ্টৰ ফন্দত থাকি ভাললোকো গমিব নোৱৰাকৈ মৰাণৰ সঙ্গতি হৈছেগৈ।

শত্ৰুৰ সঙ্গতি হ'লে ৰাজদ্ৰোহ পাতক অৱশ্যে সিদ্ধি হ'ল, তাৰ ভ্ৰম নাই।

"আৰু মৰাণৰ ৰজা হোৱাৰ সাক্ষাত প্ৰমাণ হৈ আছে। সত্ৰ-সভাত, দেৱ-দেৱালয়ত ব্ৰাহ্মণত অপঘাত কৰি আছিছে। স্বৰ্গদেৱৰ বংশৰ ৰজা হ'লে এই সকলক সম্মানহে কৰিলেঁহেঁতেন, কদাচিতো অপঘাত নকৰে। দুষ্টৰ ফন্দত পৰিহে কোনো সকলে আতে স্বৰূপ বোলে।

"আৰু মৰাণে মোক মাৰি আনক এৰিব এইখিনি নহয়, স্বৰ্গদেৱে তাক নপতিয়াব। বিশেষতঃ দুষ্টলোকে উত্তমলোকক মিত্ৰ কৰি কোনো কালে মনা নাই। দুষ্টৰ ক্ষমা ধৰ্ম নাই। এতেকে কোনো নৰব। স্বৰ্গদেৱৰ একো নাই, মনত বহুত অসন্তোষ পাব, বন্দী-বেটাও পাব। তেতিয়া আমাৰ নিচিনা বন্দীবোৰ গোটাব নোৱাৰিব। আৰু মানুহে অনেক ব্যাপাৰ কৰিও একুৰি পাইকৰ ৰৰা হয়হে, আমাক এশ পালেও দ্ৰব্য ব্যয় কৰিও তাকে ৰাখে, এৰিব নোৱাৰে। যদি মৰাণে ৰাজচক্ৰৱৰ্ত্তীৰ পদ পায়, তাক এৰি হাবিলৈ যাব বুলি যদি কোনোবোৰে কয় তাক স্বৰ্গদেৱে নপতিয়াব।

"এতেকে যেই সেই ৰূপে স্বৰ্গদেৱে মৰাণে নোপোৱাকৈ কলিয়াবৰলৈ শীঘ্ৰে যাব লাগে। আজিটো থাকিলেও কাইলৈ মৰাণে ই ঠাইতে ধৰিবহি। মৰাণ পালেহি স্বৰ্গদেৱৰ লগত অহা বন্দী-বেটাও আঁতৰিব। ভাল লোককো কোনোক মাৰিব, সকলো উপায়-কাৰ্য্য গুচিব। এতেকেহে শীঘ্ৰে কৰিবলৈ প্ৰাৰ্থনা কৰিছোঁ। আজ্ঞা কৰিব লাগে।"

কীৰ্ত্তিচন্দ্ৰৰ কথাত দূৰদৰ্শিতা, ৰাজানুগত্য আৰু শত্ৰুৰ স্বৰূপ উপলব্ধিৰ প্ৰমাণ ফুটি ওলাইছে। তথাপি সময়ত কৰি অহা কামৰেই পৰিণতি আছিল মোৱামৰীয়া বিদ্ৰোহ। যি বিদ্ৰোহৰ অগনিত দেশ জাহ গৈছিল-পৰি বৈছিল এমুঠি ছাই। অদূৰত জিলিকিছিল এচমকা আন্ধাৰ।

# মোৱামৰীয়া বিদ্ৰোহ ঃ এক

ষোড়শ শতিকাৰ প্ৰথম পুৰাৰ নতুন পোহৰে বৰ লুইতৰ দুয়োপাৰ স্পৰ্শ কৰাৰ আগতেই অসমৰ ভেটি প্ৰতিষ্ঠা হৈছিল। দিহিঙীয়া ৰজাই 'আযেৰ কোঠা মাৰি এক কোঠা কৰিছিল। মৰাণ, বৰাহী, কছাৰী, চুতীয়া, ভূঞা, শীতল নেখেৰি, পাতিলাজহা, আযেৰ সেন্দুৰী মিলাই কৰতোয়া সীমা কৰি পাটকাইৰ পাদদেশৰপৰা এখন ৰাজ্য পাতিছিল। ৰজা আৰু তিনিজনা ডাঙৰীয়া আহোমৰ হলেও বৰবৰুৱা-বৰফুকনকে ধৰি আন অনেক বিষয় সকলো জাতি-গোষ্ঠীৰ মানুহকে যোগ্যতা অনুসৰি দিয়া হৈছিল। নগা, মিৰি, মৰাণ, বৰাহী, চুতীয়া, কলিতা, কায়স্থ, ব্ৰাহ্মণ, দৈৱজ্ঞ, কোচ-কছাৰী, মিকিৰ-গাৰো সকলো জাতিৰ মানুহেই এপিনে ৰণথলীত আনপিনে প্ৰশাসন-উৎপাদনত নিৰ্বিবাদে ভাগ লৈছিল।

শৰাইঘাটৰ যুদ্ধৰ সময়ত এই সকলোৱেই কেঁচা বৰলৰ বাহ যেন একে মুঠি হৈ দেশ আৰু জাতিৰ অস্তিত্ব ৰক্ষা কৰিবলৈ দেহা পণ কৰি আগ বাঢ়ি গৈছিল। ৰুদ্ৰসিংহ স্বৰ্গদেৱৰ বঙ্গ-বিজয় অভিযানৰ চাৰি লাখ সৈন্যৰ ভিতৰত সকলো জাতিৰে সেনা আৰু পালি-সেনাপতি আছিল। তদুপৰি ৪০০ ডফলা আৰু ২০০ টাগিন, ১০,০০০ জয়ন্তীয়া সৈন্যও আছিল। ৰুদ্ৰসিংহ স্বৰ্গদেৱৰ দিনলৈকে মাৰ বান্ধি মাউখে উজুৱা এই অসমীয়া জাতিটোৱে আঢ়েকুৰি বছৰৰ ভিতৰতে বিদ্ৰোহ তুলিলে, যি বিদ্ৰোহে ৰজাঘৰ-প্ৰজাঘৰ উভয়ৰে কঁকাল ভাঙি লৰ্বাং-তৰ্বাং কৰিলে। অসমত এই সময়ত হোৱা বিদ্ৰোহৰ ধুমুহাই বৰঘৰ নভঙা হলে মান আহি বৰঘৰৰ ভেটি গৰকিবলৈ সুবিধা নেপালেহেঁতেন আৰু মান খেদিবলৈ বুলি আহি ইংৰাজেও ভেটিয়ে-মাটিয়ে বন্ধকত লোৱাৰ সুযোগ নোলালেহেঁতেন। অসমৰ স্বাধীনতা বেলি জানোচা মাৰ যাবলৈ নেপালেহেঁতেন।

প্ৰশ্ন হয় – এই বিদ্ৰোহ কাৰ বিৰুদ্ধে ?

যদি ৰাজশক্তিৰ বিৰুদ্ধে প্ৰজাশক্তিৰ প্ৰত্যাহ্বান, তেনেহলে বৰজনা বাটঘৰীয়া গোহাঁই (মোহনমালা) বা তেওঁৰ পুতেক এজনকে ৰজা পাতি তুংখুঙীয়াৰ ঘৰতে ৰাজপাট ৰাখিম বুলি কিয় ঘোষণা কৰিছিল ?

যদি 'মাৰি যাওঁ মৰি যাওঁ ; গুৰুৰ ঋণ শুজি যাওঁ' বোলাষাৰেই সত্য তেনেহলে লক্ষ্মীসিংহক বন্দী কৰি গুৰুৰ লগত কোনো পৰামৰ্শ নকৰাকৈ

নাহৰ শইকীয়াৰ পুতেক ৰমাকান্তক ৰজা পাতি বাধৰ নেওগ ৰৰবৰুৱা হ'ল, কিয় ?

ডেকা অধিকাৰ সপ্তভূজ গাগিনী ডেকাক ৰজা নেপাতি ৰমাকান্তক ৰজা পাতিলে। সেই কথাত কষ্ট হৈ গোবিন্দ গাওঁবুঢ়া আৰু অৰবিধ গাওঁবুঢ়াক উগ্রসেন, হৰিচন্দ্র, দশৰথ আৰু পৰীক্ষিত গাওঁবুঢ়াৰে আলচ কৰি ৰাঘৱ-নাহৰখোৱাক মাৰি সপ্তভূজক ৰজা পাতিবলৈ কিয় কৈছিল ? গোবিন্দ গাওঁবুঢ়াই 'প্রজা ঐ জৰৌ ৰৌৱা' বুলি চেকনি-কোবোৱা ৰণ উলিয়াই শগুণমুৰি পথাৰত খলকনি তুলিছিল, কিয় ?

এয়া যদি বাঢ়ি অহা শাক্ত প্রভাৱৰ বিৰুদ্ধে এক শৰণীয়া বৈষ্ণৱ প্রজাৰ বিদ্রোহ, তেনেহলে ফুলেশ্বৰী কুঁৱৰীয়ে প্রাণদণ্ডৰ আদেশ দিয়া চতুৰ্ভুজ গোঁসাইক শাক্ত পৰ্বতীয়া গোসাঁয়ে কিয় ৰক্ষা কৰিলে ?

মোৱামৰীয়াই ৰাজ্য অধিকাৰ কৰি আউনীআটি, দক্ষিণপাট, গড়মুৰ, কুৰুৱাবাহীকে ধৰি সকলো বামুণীয়া-ঠাকুৰীয়া বৈষ্ণৱ মহন্তক দণ্ড কৰি ধন ললে অথচ শাক্ত পৰ্বতীয়া গোঁসাই জয়সাগৰৰ পাৰৰ দেৱীঘৰৰ কাষৰ ঘৰত নিৰ্বিঘ্নে, নিৰাপদে আছিল, কেনেকৈ ?

মোৱামৰীয়া শিষ্যৰ মাজত মৰাণ, কছাৰী, আহোম, চুতীয়া, কলিতা, কৈৱৰ্ত্ত সকলো মানুহ আছিল কিন্তু ৰাঘৱ ৰৰবৰুৱাই ছয় ফুকন, বাৰ ৰাজখোৱা সকলো বিষয়া মৰাণৰেহে পাতিছিল, বাকী কাঁড়ী-বাৰুৱতী পূৰ্বৰ দৰেই ৰাখিছিল, কিয় ?

বিপ্লৱে সামাজিক-ৰাজনৈতিক গাঁথনিৰ পৰিবৰ্ত্তন আনে। মোৱামৰীয়া বিদ্রোহৰ পৰিণতি স্বৰূপে জানো কিবা পৰিবৰ্ত্তন হ'ল ?

ৰাজশক্তি দুৰ্বল হৈ পৰাত ঠায়ে ঠায়ে দুই-এজন নপতা ফুকন স্বতন্ত্ৰী হৈ প্রজাক কষ্টহে দিছিল। যথাৰ্থতে বিদ্রোহৰ শেষৰপিনে কোনো কেন্দ্রীয় নেতৃত্ব নথকাত বিক্ষিপ্ত হৈ পৰা সৰু সৰু দলবোৰে প্রজাৰ মাজতে কটা-কটি কৰি আত্মশক্তি ক্ষয় কৰা নাছিলনে ?

মোৱামৰীয়া প্ৰজা একগোট হৈছিল, গুৰুৰ গইনা লৈ। চৈধ্য বছৰ অধিকাৰ-ডেকা অধিকাৰ পদ খালি হৈ আছিল। এই সময়তো বিদ্রোহৰ বিক্ষিপ্ত অগনি জ্বলি আছিল, এই অগনি কোনে জ্বলাইছিল ?

বিদ্রোহৰ ইতিহাস বিশ্লেষণ কৰিলে হেজাৰ প্রশ্নৰ উদয় হয়। কিছুমানৰ সহজ উত্তৰ পোৱা যায়, কিছুমান উত্তৰে ছুঁয়া-নুয়াকৈ গা-দেখা দি যায়, কিন্তু কিছুমান উত্তৰ কঠিন, বিবদমান। কিছুমান উত্তৰ বুৰঞ্জীৰ বুকুত হেৰাই গৈছে ; উত্তৰ পাবলৈ নাই।

মৰাণ এটা শাসক জাতি। ত্ৰয়োদশ শতিকালৈকে নিজৰ ৰজা আৰু ৰাজ্য আছিল। চুকাফাই মিত্ৰভাৱে ৰাজ্য অধিকাৰ কৰিলে। পূৰ্বৰ ৰজা আৰু বিষয়বৰীয়াসকলৰ উচ্চাকাঙ্ক্ষী বংশধৰসকল স্বাভাৱিকতে মূৰ দাঙি থকাটো নীতি। দিখৌৰপৰা দিহিং পাৰ হৈ লুইতৰ আগাৰিলৈকে মৰাণ মানুহৰ বসতি। দিখৌৰ পশ্চিমতো দুখন-চাৰিখন গাওঁ আছিল। বেং-মৰাৰ পূবৰ মৰাণসকলে ৰজাক বহুৰি হাতী যোগাই আনুগত্য প্ৰকাশ কৰি নিজৰ গাওঁবুঢ়াৰ তলে গাওঁ পাতি বাস কৰিছিল। কোনো কোনো খেলে মৌ, টকৌপাত, খৰি, পছু আদি যোগাইছিল। ৰাঘৱ মৰাণ হাতী-চুঙি খেলৰ নেওগ আৰু নাহৰখোৰা শইকীয়া আছিল।

নাহৰখোৰাৰ দুই পত্নী ভাতুকী আৰু ভাবুলী, গুৰুৱে নাম দিছিল ৰাধা-ৰুক্মিণী। ৰজাৰ খাৰঘৰীয়া ফুকন মোৱামৰাৰ শিষ্য। ৰাতি পানী চটিয়াই খাৰ সেমেকাই থয়। হিলৈ নুফুটে, গুলী দূৰলৈ নেযায়, আদবাটতে পৰে। তাকে ৰাধা-ৰুক্মিণী ৰণচণ্ডী হৈ আঁচল পাতি ধৰি ৰণ জিকায়।

মোৱামৰাৰ গোসাঁইসকল অনিৰুদ্ধৰ বংশধৰ। অনিৰুদ্ধ গোসাঁই ভূঞাৰ পোৱালি। ভূঞাসকলৰ অনমনীয়তা বুৰঞ্জীবিখ্যাত। সপ্তম পুৰুষে প্ৰজা পালন কৰি গৈছে। ভগৱন্ত বস্তুৰ নিষ্কাম সেৱক হ'লেও তেজত ৰাজশক্তিৰ কণিকা আছে, অপমান-অপযশ নীৰৱে সহ্য কৰি থাকিব নোৱাৰে। তাতে ডা-ডাঙৰীয়া, ৰা-বিষয়াৰ মাজতো মোৱামৰাৰ শিষ্য আছিল। বিষয়-বাবৰ জোখাৰে ৰজালৈ যিমান আনুগত্য ; শৰণীয়া-কৰণীয়া হিচাপে গুৰুলৈ আনুগত্য অধিক। গতিকে কথাই-কামে সকলো সময়তে মূৰ দাঙি থিয় দিছিল।

ভাটীৰপৰা অহা কায়স্থকুলীয়া অমৰসিংহ ভূঞাৰ মন্ত্ৰী আছিল। দিহিঙীয়া ৰজাই ভূঞা ৰাজ্য বশ কৰি নতুনকৈ সংস্থাপন কৰিবৰ বেলিকা দৰিকা নৈৰ পাৰৰ কাথপাৰত বহুৱায়। প্ৰতাপসিংহ স্বৰ্গদেৱৰ দিনত অমৰ-সিংহৰ বংশধৰ নৃসিংহ দলৈ বেজদলৈ নামেৰে অভিহিত হয়। মোৱামৰাৰ অধিকাৰ নিত্যানন্দদেৱৰ এটি অপৰূপা সুন্দৰী কন্যা আছিল। বেজদলৈৰ চকুত পৰিছিল কন্যাটি। যথানিয়মে কন্যাটি খোজা-বঢ়া কৰিছিল। গোসাঁয়ে ৰজাৰ তলতীয়া বিষয়ালৈ কন্যা নিদিওঁ বুলি জনালে। কষ্ট হ'ল ৰাজ-বিষয়া বেজদলৈ ; মুখ-সাক্ষাতে ক'লে, 'নকৰাওঁ বিয়া, শুকান মাছ-খোৱাৰ ছোৱালী।' পেটে পেটে প্ৰতিশোধ ল'বলৈ চেলু বিচাৰি থাকিল।

চুৰমফা ভগাৰজাৰ পিতৃৰ বছৰেকীয়া সবাহলৈ দেশৰ সকলো মহন্ত

—৪

মহাজনক নিমন্ত্রণ কৰিছিল। প্ৰত্যেক মহন্তৰে লগত ভকত-বৈষ্ণৱ আছি-ছিল। সকলো মহন্তৰ লগত যিমান মানুহ, মোৱামৰাৰ অকলেই আতোকৈ সৰহ। নিজৰ লগত যোৱা ভকত-বৈষ্ণৱলৈ চাই নিত্যানন্দদেৱে ক'লে, 'মোৰ ভকতৰ ফুত্তে বাকীসকল গোসাঁই উৰি যাব। মই ইন্দ্ৰবংশী ৰজাৰ ঘৰৰহে সমান। অথচ বাকীবোৰ গোসাঁয়ে আমাক হিংসা কৰে।' ৰজাৰ ঘৰত চালবেৰৰো কাণ আছে। মৰা পাচনিয়ে গোসাঁইৰ কথা শুনি ৰজাক জনালেগৈ। বেজদলৈৰ কাণতো কথাটো পৰিল। ইতিমধ্যে ভঁৰালী-বৰুৱা বাব লৈ বেজদলৈ স্বৰ্গদেৱৰ অতি বিশ্বস্ত বিষয়া হৈ পৰিছিল। বেজদলৈয়ে তিলকে তাল কৰি কথাখিনি স্বৰ্গদেৱৰ কাণত পিন্ধালে।

গড়গাঁৱৰ কাৰেঙৰপৰা স্বৰ্গদেৱে দেখিলে বাৰকুৰি জোৰ লৈ নিত্যানন্দ গোসাঁই বাহৰলৈ উলটিছে। স্বৰ্গদেৱৰ লগত যায় এশ-ছকুৰি জোৰ। ৰজাক তল পেলাই গোসাঁই যায় মহাপয়োভৰে। বেজদলৈয়ে কথাটো ওলোটাকৈ বুজাই স্বৰ্গদেৱক বিহিত ব্যৱস্থাৰ অৰ্থে নিবেদন জনালে। মৰা পাচনিয়ে কোৱা কথাৰ লগত সঙ্গতি বিচাৰি পাই কলা চাওডাঙক ততালিকে আদেশ দিলে, 'নিত্যানন্দৰ প্ৰাণদণ্ড।' গড়গাঁৱৰ পৰা দুমাইলমান আহোঁতেই কলা চাওডাঙে গোসাঁইক বধ কৰি শৰটো কুজিবালিৰ ওচৰতে দিখৌত পেলাই দিলে। বাতৰি পাই শিষ্যবৰ্গ জাঙুল খাই উঠিল। মনৰ কথা মনতে ৰাখিলে।

জয়ধ্বজসিংহৰ মাক লাকু বৰপাত্ৰৰ জী। লাকু বৰপাত্ৰ মোৱামৰাৰ শিষ্য। মাকে জয়ধ্বজক মোৱামৰা সত্ৰত শৰণ লবলৈ কৈছিল। জয়ধ্বজসিংহক শৰণ দিবলৈ অমান্তি হোৱাত মোৱামৰাৰ গোসাঁই জয়ৰাম-দেৱক নেপাই ভকতসকলকে বন্দী কৰি অনাহাৰে থৈছিল। দিনক দিনে মোৱামৰা গোসাঁইৰ অসন্তুষ্টি বাঢ়ি গৈছিল।

গদাধৰসিংহৰ দিনত বেজদলৈৰ নাতিয়েক ৰঙাচৰণ ভণ্ডাৰী বৰুৱাই ক'লে, 'স্বৰ্গদেৱ ঈশ্বৰ, ভকতক ধন কিলৈ লাগিছে, চাউল-কঠাহে লাগে, তাকো সেৱক-শৰণীয়াই দিছে। অতক ধন-বস্তুৰে ঈশ্বৰ-চিন্তা কৰা গোসাঁই-ভকতে কি কৰিব? স্বৰ্গদেৱে আদেশ কৰিলে আনিব পাৰোঁ।' যথা উপদেশ তথা আদেশ। ৰঙাচৰণ ভণ্ডাৰী বৰুৱাই কলা চাউডাঙক ক'ত কি কৰিব লাগিব শিকাই-বুজাই কণা চেকেৰাই আৰু আঁচু-বুলীয়াক লগত দি পঠাই দিলে। এইবাৰো আঁচুবুলীয়াৰ হাতত মোৱামৰাৰ বৈকুণ্ঠনাথ গোসাঁইৰ প্ৰাণদণ্ড হ'ল।

ৰুদ্ৰসিংহ স্বৰ্গদেৱৰ দিনত 'অ'ৰ গোসাঁই ত'ত' থৈ এটা অঘটন ঘটালে। তেওঁৰ দিনলৈকে ভালেমান শূদ্ৰ মেধিয়ে বামুণকো শিষ্য কৰি

লৈছিল। কাৰণ, 'নাহি ভকতিত জাতি-অজাতি বিচাৰ।' ৰজাৰ পৃষ্ঠ-পোষকতা লাভ কৰা চাৰিসত্ৰতকৈ অনেক বৈষ্ণৱ সত্ৰৰ শিষ্য-পয়োভৰ বাঢ়ি গৈছিল। সহ্য কৰিব পৰা নাছিল ব্ৰহ্ম-সংহতিৰ গোসাঁয়ে। পথালি-কৌঁটাৰ প্ৰতি অনুৰাগ বাঢ়ি যোৱা ৰুদ্ৰসিংহ স্বৰ্গদেৱক গোচৰ দিলে, 'শূদ্ৰই ব্ৰাহ্মণক শৰণ দিব নেপায়। শৰণ দিব পাৰে বুলি কোনো শাস্ত্ৰতে উল্লেখ নাই।' স্বৰ্গদেৱে ক'লে, 'মই বিচাৰ কৰিম, সকলো গোসাঁয়ে শাস্ত্ৰাদি লৈ আহিব। পাঁচজন গোসাঁইত বাহিৰে বাকীসকলে ক'লে, 'আমি কিছু নাজানো, মহাৰাজাই যি আজ্ঞা কৰে, তাকে কৰিম।' গড়গাঁৱত বামুণীয়া-ঠাকুৰীয়া উভয় বিধ গোসাঁই সমবেত হ'ল। জাপ জাপ পুথি বিচাৰ কৰিও শূদ্ৰই ব্ৰাহ্মণক শৰণ দিব পৰাৰ শাস্ত্ৰসম্মত বচন উদ্ধৃত কৰিব নোৱাৰিলে। ঠাকুৰীয়া মেধি কেইজন ৰাজসভাত ভেচেং-ভেচীয়া হ'ল; ব্ৰাহ্মণ পণ্ডিতে বিস্তৰ অহঙ্কাৰ কৰি বিচাৰত জিকিল। ৰুদ্ৰসিংহ স্বৰ্গদেৱে মেধি-মহন্ত-সকলক হাতীশালত বন্দী কৰি থৈ প্ৰাণদণ্ড দিব খুজিছিল; বা-বিষয়াই মাতি ৰক্ষা কৰিলে।

স্বৰ্গদেৱে প্ৰাণদণ্ডৰ আদেশ সলাই ডিঙিত চূণৰ আঁক দিয়া কলহ আঁৰি অ'ৰ গোসাঁই ত'ত থলে। বাৰেনবীয়াক কাটনিপাৰত, চেঁচামুখীয়াক মোৱামৰাত, নৰোৱাৰ জনক কোৱামৰাত, ভাতনোখোৱাক এলেঙীত থলে। আৰু আদেশ দিলে, 'ব্ৰাহ্মণক শূদ্ৰ গোসাঁয়ে শৰণ নিদিব; সত্ৰতো ব্ৰাহ্মণক ঠাই নিদিব। গঞা বামুণো তেনে সত্ৰলৈ আহ-যাহ নকৰিব। যদি মোৰ কথা অমান্য কৰে, গোসাঁইকো দণ্ড কৰিম, ব্ৰাহ্মণকো দণ্ড কৰিম।' এই আদেশ হোৱাৰ বছৰেকৰ পিছত মোৱামৰা সত্ৰত দুজন ব্ৰাহ্মণ দেখি চোৰাং-চোৰাই ৰজাক বাতৰি দিলেহি। ৰজাই ব্ৰাহ্মণ আৰু মোৱামৰাৰ চতুৰ্ভুজ গোসাঁইক নগৰলৈ অনাই ৰাজচৰাৰ সমুখৰ খলাতে পেলাই দণ্ডক দিলে। মোৱামৰীয়া শিষ্য ব্ৰাহ্মণ দুয়োজনকে সৌকাৰে কোবাই নাক-কাণ কাটিলে। লগতে পুনৰ ব্ৰাহ্মণ গোসাঁইত শৰণ দিয়ালে।

ৰুদ্ৰসিংহ-স্বৰ্গদেৱৰ ব্ৰাহ্মণ্য ৰীতি-নীতিৰ প্ৰতি অত্যধিক আসক্তি আছিল। সেই আসক্তি যুৱৰাজ হৈ থাকোঁতেই বৃদ্ধি পোৱা দেখি গদাধৰ সিংহ স্বৰ্গদেৱে মৃত্যুৰ দুৱাৰদলিত থিয় হৈ পুতেকক কৈছিল, 'পথালি-কৌঁটাক বিশ্বাস নকৰিবি।' ৰুদ্ৰসিংহই পিতৃৰ সেই অন্তিম উপদেশ নিষ্ঠুৰ ভাবে উলঙ্ঘা কৰি মৃতকৰ দোষ আচৰিছিল। স্বৰ্গদেৱে মুকলিমূৰীয়া পদ্ম-নাভ ভট্টাচাৰ্য্যক বৰ বিশ্বাস কৰিছিল। লাহে লাহে এই তান্ত্ৰিক ব্ৰাহ্মণ-জনৰ ধৰ্মীয় প্ৰভাৱ বৃদ্ধি পাইছিল। শঙ্কৰী মতত প্ৰবৰ্ত্তা গোসাঁইসকলে

মূৰ্ত্তিও নেমানে, বালা-মন্ত্ৰও বিশ্বাস নকৰে, পূজা-পাতলো নেমানে, এইটো কি ধৰ্ম বুলি ৰজাৰ মনত দৃঢ় ধাৰণা সুমুৱাই দিছিল। কান্যকুব্জৰপৰা কোচবিহাৰ হৈ অহা এই নতুন তান্ত্ৰিক ব্ৰাহ্মণজনৰ বাবে অসমৰ ভক্তিমাৰ্গ নিতান্ত অনাচাৰ যেন বিবেচিত হৈছিল আৰু তাকে ৰজাক বুজাইছিল। ৰজায়ো মূৰ্ত্তি-পূজা নকৰা বুলি জানি কমলাবাৰীয়া-মধুপুৰীয়া গোসাঁইক লোকাৰ কোবাই ডিঙিত কলহ বাঁধি খেদিছিল।

শিৱসিংহ ৰজা ৰাজপাটত বহিবৰ নৌ ছমাহ হওঁতেই চিনাতলীয়া নটৰ জীয়ৰী ফুলমতী বৰৰজা ফুলেশ্বৰী হৈ ৰজাৰ দণ্ড-ছত্ৰ ধাৰণ কৰিছিল। ৰুদ্ৰসিংহৰ দিনত গোঁজ হৈ গজা তান্ত্ৰিক প্ৰভাৱৰ পুলিটি ফুলেশ্বৰীৰ হাতত বৰগছ হৈ ৰজা-প্ৰজা উভয়কে ছাটি পেলাইছিল। পদ্মনাভে মাতি অনা কৃষ্ণৰামৰ লগ হৈ অসমৰ প্ৰাচীন ধৰ্মীয় ঐতিহ্যকে উচ্ছেদ কৰিবলৈ ব্যৱস্থা কৰিছিল। কৃষ্ণৰামে প্ৰাচীন মত তল পেলাই ৰঘুনন্দনৰ স্মৃতি অনুযায়ী স্মাৰ্ত্ত মত চলাই অসমৰ মঠ-মন্দিৰৰ সাতাম পুৰুষীয়া পূজা-পদ্ধতি সলনি কৰি সকলো পুৰণি মূৰ্ত্তি চাউডাঙৰ হতুৱাই অনাই সোণাৰি নৈৰ মুখত ব্ৰহ্মপুত্ৰত পেলালে। নতুনকৈ শিলৰ আৰু পিতলৰ প্ৰতিমা কৰাই পাঁচহেজাৰ ব্ৰাহ্মণক ৰজাঘৰৰপৰা দেৱোত্তৰ-ব্ৰহ্মোত্তৰ দি সংস্থাপন কৰিলে। দ্বিতীয়তে, মূৰ্ত্তি-পূজা নকৰা ভাগৱতী বৈষ্ণৱ গোসাঁইসকলক ধৰাই আনি ব্ৰহ্মসংহতিৰ সত্ৰত সেৱা কৰাই মূৰ্ত্তি, ভাগৱত, শালগ্ৰাম, দেউৰী-ভাগৱতী দি ব্ৰহ্ম-সংহতিৰ আনুগত্য স্বীকাৰ কৰিবলৈ বাধ্য কৰিলে। এই কাৰ্য্যত একশৰণীয়া বৈষ্ণৱ গোসাঁই-মহন্ত শিষ্য সমন্বিতে বিতুষ্ট হ'ল। এইসকলৰ ভিতৰত মোৱামৰাৰ চতুৰ্ভূজ গোঁসায়ো আছিল।

ফুলেশ্বৰী কুঁৱৰী সৰুৰেপৰাই দ'লৰ নটিনী আছিল। গোসাঁই-গোসাঁনীৰ আগত আৰতি কৰিছিল। পাষাণ গোসাঁয়ে নৃত্যৰতা গাভৰুৰ যৌৱনৰ উপচাৰ গ্ৰহণ কৰি সন্তুষ্ট হয় বুলি প্ৰত্যয় গৈছিল। কৃষ্ণৰামে শিকাইছিল, আদ্যাশক্তি দেৱী ভগৱতীতকৈ ডাঙৰ কোনো নাই। ৰজাৰ ধৰ্মই প্ৰজাৰ ধৰ্ম। পৰ্বতীয়া গোসাঁয়ে দেখিছিল, অসমৰ ধৰ্মগুৰুসকলৰ অলেখ শিষ্য। শিষ্যৰ সেৱাত গোসাঁয়ে ৰাজ-পয়োভৱ প্ৰদৰ্শন কৰে। শিষ্যৰ সংখ্যা বৃদ্ধি কৰিবলৈ এটা চমু বাট ললে। কল্পনা অনুযায়ী পৰামৰ্শ। জয়সাগৰৰ পাৰত থকা দেৱীঘৰৰ শাৰদীয় দুৰ্গাপূজালৈ নিমন্ত্ৰণ জনালে ঠাকুৰীয়া মহন্তসকলক। তেতিয়ালৈকে ৰজাঘৰত দুৰ্গাপূজা আছিল উৎসৱ মাত্ৰ; ধৰ্মীয় মতাদৰ্শৰ প্ৰতীক নাছিল। মহন্তসকল আহিল ৰাজ-নিমন্ত্ৰণ ৰক্ষা কৰি। হিতে বিপৰীত হ'ল। বলিকটা ছাগলীৰ তেজেৰে ফোঁট দি প্ৰসাদ

খুৱাই অপমান কৰিলে। গুৰুজনে কৈ গৈছিল, 'মূৰ্ত্তিকো নচাইবা প্ৰসাদো নখাইবা, ভক্তি হইবে ব্যভিচাৰ।' এই ব্যভিচাৰ-দোষত পতিত হৈ সকলো ঠাকুৰীয়া মহন্ত কষ্ট হ'ল। তাৰে ভিতৰত মোৱামৰাৰ চতুৰ্ভুজ গোঁসায়ো আছিল।

যৌৱনোদ্ধতা বৰৰজাৰ অহঙ্কাৰৰ সীমা নাছিল। মাতৃত্বৰ বাসনাত ব্যাকুল হৈ উঠিছিল কুলেশ্বৰী কিন্তু স্বাভাৱিক গৰ্ভধাৰণ কৰা নাছিল। অথচ বৰৰজাই বৈষ্ণৱ মহন্তসকলক মতাই আনি ক'লে, 'মহন্ত হৈছা, মাহাত্ম্য আছে যদি কোৱাঁ, মোৰ কি সন্তান হ'ব, পুত্ৰ নে কন্যা? মোৰ গুৰুৱে কৈছে, এটি সুলক্ষণীয়া পুত্ৰ হব।' প্ৰত্যেককে সুধি গ'ল। বোলে, ভয়ত ভগৱন্ত পলায়, কিলনৈ বাসুদেৱো ডৰায়, ডঁৰিত পৰিলে বান্দৰো নাচে। ৰজাৰ ডঁৰিত পৰি প্ৰতিজন মহন্তই পুত্ৰ-কন্যা কিবা এটা হব বুলি ক'লে কিন্তু মোৱামৰাৰ মহন্ত চৰ্তুভুজে ক'লে, 'পুত্ৰ, কন্যা একো নহয়, এটা অকালকুষ্মাণ্ড জন্ম হব আৰু সিয়েই মৃত্যুৰ কাৰণ হ'ব।' মহন্তৰ সিদ্ধান্ত শুনি বৰৰজাই চামুণ্ডা মূৰ্ত্তি ধৰি ততালিকে চৰ্তুভুজ গোসাঁইক প্ৰাণদণ্ডৰ আদেশ দিলে। ভাগ্য ভাল, পৰ্বতীয়া গোসাঁইৰ মধ্যস্থতাত প্ৰাণ ৰক্ষা পৰিল। ঘনে ঘনে অপমানিত হৈ মহন্ত আৰু শিষ্য সকলোৱেই ক্ৰোধান্বিত হৈ উঠিছিল।

শিৱসিংহৰ মৃত্যুৰ চাৰি বছৰৰ পিছত চৰ্তুভূজ গোসাঁই স্বৰ্গী হয়। কিন্তু তেওঁৰ দিনতে বকতিয়ালৰ ঘৰৰ কীৰ্ত্তিচন্দ্ৰ বৰবৰুৱা হয়। বাপেক বুঢ়াদদাই বৰবৰুৱা হৈ থাকোঁতেই গেন্ধেলাই ডেকা বৰবৰুৱা ৰূপে কাৰ্য্য-নিৰ্বাহ কৰিছিল আৰু ৰজাঘৰত প্ৰভাৱ বিস্তাৰ কৰিছিল। সম্পূৰ্ণ বৰবৰুৱা হৈ ৰজাঘৰৰ মন-যোগোৱাৰ লগতে ডা-ডাঙৰীয়া, আৰু বহুতকে বিতুষ্ট কৰিছিল। প্ৰমত্তসিংহৰ ৰাজত্বকাল পাৰ হলেও সেই সময়তে অষ্টভূজ গোসাঁই অধিকাৰ আৰু সপ্তভূজ গাগিনী ডেকাৰ নিৰ্দেশত মোৱামৰীয়া গাওঁবুঢ়া-সকল 'গুৰুৰ ঋণ' শুজিবলৈ তলে-তলে সচেষ্ট হৈছিল। ৰাজেশ্বৰসিংহৰ দিনত গেন্ধেলা কীৰ্ত্তিচন্দ্ৰ ৰূপে ৰজাঘৰ-প্ৰজাঘৰ উভয়ৰে আতঙ্কৰ কাৰণ হৈ পৰিছিল।

ৰাজেশ্বৰসিংহ দিনত আৰু এটা ঘটনা ঘটে। মোৱামাৰা আৰু দিহিঙৰ শিলিখাতলীয়া মহন্ত দুয়োঘৰ একে কাল-সংহতিৰে গোপালদেৱৰ আজ্ঞাপৰ গোসাঁই হলেও শিষ্য-সংখ্যা আৰু ঐশ্বৰ্য্য-বিভূতি লৈ দুয়োঘৰৰে মাজত পেটে-সমন্বিতে ভাল ভাব নাছিল; অৰিয়া-অৰি আছিল। কীৰ্ত্তিচন্দ্ৰ শিলিখাতলীয়াৰ শিষ্য। গোসাঁইঘৰৰ ঈৰ্ষা-অসূয়াই কীৰ্ত্তিচন্দ্ৰৰ গাতো পোৱা-

ডেকা কৰিছিল। মোৱামৰাৰ গোসাঁয়ে চকৰীফেটি বুৰঞ্জীৰ মুখতে মুখ দি কীৰ্ত্তিচন্দ্ৰক এবাৰ ঘৰবন্দী জলমবটা বুলি গালি পাৰি নগৰত জগৰ লগাই-ছিল।

এবাৰ ৰাজেশ্বৰসিংহ দেৱৰগাঁৱৰপৰা ৰংপুৰলৈ উলটিছিল। বাটত ৰজাক ভেটিব লাগিলে টেকেলা বৰাই বৰবৰুৱাক আৰু বৰবৰুৱাই ৰজাক ভেটায়। এইটো পুৰ্ব্বাপৰ চলি অহা ৰাজকীয় নিয়ম। প্ৰতাপসিংহ স্বৰ্গ-দেৱেই নিৰ্ব্বন্ধ কৰিছিল। পিছে বাটতে মোৱামৰাৰ সপ্তভুজ গাগিনী ডেকাই সেই নিয়ম উলঙ্ঘা কৰি, বৰবৰুৱা পিছপৰাৰ লেচু লৈ স্বৰ্গদেৱক ভেটিলে। সেই কথাত বিষম অপমান পাই কীৰ্ত্তিচন্দ্ৰই ডেকা-গোসাঁইক চাৰিটা চকা মাৰি দণ্ড কৰিলে। তাতোকৈ বিষম মানসিক দুখ পাই ডেকা-গোসাঁয়ে কীৰ্ত্তিচন্দ্ৰক নাশ কৰিবলৈ উপায় চিন্তা কৰিবলৈ ধৰিলে।

কীৰ্ত্তিচন্দ্ৰই সুবিধা পালেই মোৱামৰা গোসাঁইক হেয় কৰিবলৈ সুকণ্ডা বিচাৰি ফুৰিছিল। বৰবৰুৱাৰ গুৰু হবলৈ পাই শিলিখাতলীয়া মহন্তৰো গা-উঠিছিল; কথাই প্ৰতি বৰবৰুৱাক উচটনি দিছিল। ৰজাঘৰীয়া সবাহত গায়ন গাওঁতে তুলনাত বেয়া হলেও শিলিখাতলীয়া ভাল বুলি বায়নক সৰহীয়াকৈ মাননি দিছিল। এই বিষয়তো মোৱামৰা মহন্তই বিষম অপমান অনুভৱ কৰি পত্ৰৰে ৰাজেশ্বৰসিংহ স্বৰ্গদেৱক জনাই প্ৰতিকাৰ বিচাৰি-ছিল। মোৱামৰীয়াক পিছু পেলাই শিলিখাতলীয়াক আগ বঢ়াই কীৰ্ত্তি-চন্দ্ৰই কুৰুৱাবাহী সত্ৰৰ কাষতে আসন দিছিল।

মোৱামৰাৰ অধিকাৰ অষ্টভুজৰ পুত্ৰ সপ্তভুজ, গাগিনীডেকা; চন্দৰ-ডেকা আৰু বায়ন ডেকা নামেৰেও জনাজাত। চফল ডেকা সপ্তভুজ যথাৰ্থতে ভুঞাৰ পোৱালি আছিল; তেজতো পুৰ্ব্বৰ ৰণুৱা-দিনৰ কণিকা আছিল। পদে পদে অপমানিত হৈ কীৰ্ত্তিচন্দ্ৰ বৰবৰুৱাক ধৰিবলৈ অষ্টভুজ অধিকাৰৰ লগত পৰামৰ্শ কৰিলে আৰু বছা বছা শিষ্যসকললৈ সঙ্কেত পঠিয়ালে। পিছে অষ্টভুজ গোসাঁয়ে ৰাজেশ্বৰসিংহ ৰাজপাটত থাকোঁতে কটা-মৰা কৰি-বলৈ বাৰণ কৰিলে; কাৰণ, স্বৰ্গদেও আৰু গোসাঁইৰ মাজত নিবিড় বন্ধুত্ব আছিল। তেওঁ কৈছিল, 'ৰজা মোৰ পিতৃ, ৰজাৰপৰাহে ৰক্ষা পাই আছোঁ। বকতিয়ালৰ জলমবটা ঘৰবন্দীৰ লৰাই জান-জুৰিকো সাগৰৰ সমান কৰিব খোজে। কোনো কালে শিলিখাতল মোৰ সমান নহয়।' অষ্টভুজ গোসাঁইৰ কক্ষা বৰবৰুৱালৈহে আছিল; ৰজাঘৰলৈ নহয়।

অষ্টভুজ অধিকাৰে পৰিণতি চিন্তি বিদ্ৰোহ তুলিবলৈ বাধা দিয়াত তেজীমনা ডেকাগোসাঁয়ে মালৌ পথাৰত প্ৰতিজন শিষ্যৰ হতুৱাই এফো

চপৰাকৈ মাটি দি নাৱৰৰ সাজি কাষতে সত্ৰ পাতিবলৈ গাওঁবুঢ়াৰ যোগেদি সদৌ শিষ্যলৈ বাতৰি দিলে। চাৰিওপিনৰপৰা শিষ্য আহি উপচি পৰিল। প্ৰস্তাৱিত ভেটি বৰভেটি হৈ উঠিল। ডেকাগোসাঁযে শিষ্য সংখ্যা বুজি পালে; বুকুত সাহস বাঢ়িল।

এই বেলি টিঙিৰিতে তুলা সংযোগ হ'ল। সপ্তভূজ গাগিনী ডেকাৰ ভিতৰ মেলত হাতীচুঙি নেওগ ৰাঘৱ আৰু নাহৰ শইকীয়াও আছিল। কীৰ্ত্তিচন্দ্ৰই চৰীয়া-পৰীয়াৰ মুখে সংবাদ পাইছিল। আনপিনে বৰবৰুৱাৰ ঘৰত অভয় নামেৰে এটা ভঁৰালী আছিল, মোৱামৰাৰ শিষ্য। চকু মুদা কুলি চৰাই পোৱালিটিৰ দৰে অভয়ে বৰবৰুৱাৰ ঘৰতে খাই বৈ, বা-বাতৰিৰ টোপোলা বান্ধি বিদ্ৰোহী দলত, যাইকৈ গাগিনী ডেকাৰ আগত মেলি দিয়েগৈ। এদিন বৰবৰুৱাই বিদ্ৰোহৰ বাতৰি পাই অভয় ভঁৰালীক সুধিলে, 'আমিনো কি কৰা ভাল।' "সৰ্পৰ ক্ৰোধৰ তুল্য ভিতৰি ক্ৰুদ্ধ; বাহিৰে অনেক আত্মীয় ভাব দেখুৱাই বুলিলে, 'দেৱতা, মই জীয়াই থকাত আমাৰ গুৰু -ভকতৰপৰা কিছু ভয় নাই।"

হাতীচুঙি হিচাপে ৰাঘৱে হাতী যোগাবলৈ আহিছিল। বৰবৰুৱাৰ ভাগত পৰা হাতীটো ক্ষীণ আৰু দাঁতৰ লক্ষণ ভাল নহয়, আহোনীয়া, কেৰেপা-দঁতীয়া। চ'ৰাৰ সমূহ বিষয়ালৈ চাই সমৰ্থন বিচাৰি সুধিলে। কোনেও মাত মতা নাছিল, দেওধাই হাঁহচোৰা বৰাই হয় বুলি কৈ বৰবৰুৱাৰ চকুলৈ চালে। তাতে বল পাই সমাজৰ সাক্ষাতে ৰাঘৱক কুৰিটা চমটাৰ কোব মাৰিলে। কোব খাই কঁকালৰ কোব নেপাহৰা ফেঁটিসাপৰ দৰে ৰাঘৱ গাগিনী ডেকাৰ ওচৰ পাই ক'লে, 'দেহাব ভাৰসা এৰিছোঁ। গুৰুৰ ঋণ শুজিবসৈ আদেশ কৰক।' অষ্টভূজ গোসাঁইক সাক্ষাত কৰিলত ক'লে, 'মোৰ ওপৰত থকা খংহে তোমাৰ পিঠিত জাৰিলে।'

সপ্তভূজ গাগিনী ডেকাই মৰাণৰ নেওগ ৰাঘৱৰ লগত আলচ কৰি বুঢ়া মহন্তক জনালে, 'মই বৰ গাওঁবুঢ়ালৈ লেখোঁ, সিবিলাক সষ্টম হৈ আছে, কোঠ মাৰি ৰজাক ধৰি, ৰাজ্য লওঁ।' উত্তেজনাৰ বশৱৰ্ত্তী হৈ কৰা জেওা লগোৰা কামে অঘটন ঘটাব পাৰে। বুঢ়া মহন্তই গহীন-গম্ভীৰ স্বৰে ৰাঘৱ আৰু সপ্তভূজক উপদেশ দিলে, 'ইন্দ্ৰবংশী ৰজাই নামি আহি অনেক ৰণ কৰি মহাদুখে দেশ ললে। হাবি কাটি, মাটি মোকলাই দেশ পাতিলে। এঘৰ এঘৰকৈ মানুহ আনি ঠায়ে ঠায়ে পাতিলে। আমাকো সেই ৰজাই সংস্থাপন কৰি থৈ গৈছে। তথাপি কোনো কথা কৰিব লাগিলে তুংখুঙীয়াৰ ঘৰৰে নীতিস্থ এজনক আগত লৈ কাম কৰিবি। তহঁত পাত্ৰ-মন্ত্ৰী, ফুকন-

ৰুকন্না, বৰফুকন, বৰবৰুৱা হবি। গোহাঁইপৰীয়াইঁত গোহাঁই হ'ব। ৰজা ৱাত্ৰ তুংখুঙীয়া ঘৰৰ পাতিবি। পিছত আমাৰ ভকত, সিয়ালবো ভকত মিলি মিত্ৰ-কুটুম্ব সম্বন্ধ পাতিবি। দুয়ো কালৰ বিষয়া হবি। ৰণত বাহিৰে মানুহ কটা-মৰা নকৰিবি। তুংখুঙীয়াৰ ৰজা নেপাতি তইঁত ৰজা হ'লে তইঁতো মৰিবি, আমাকো মাৰিবি। আৰু তইঁতে মন্ত্ৰণা নাজান। বামুণীয়া ভকতৰ তিৰোতা নানিবি কিন্তু কাকতী-কটকীইঁতক খুৱাই-পিন্ধাই ভিতৰ বিশ্বাসত লৈ সিইঁতৰ মন্ত্ৰণাৰে কাম চলাবি। বৰগোহাঁঞি আদি সাতঘৰীয়া আহোমৰ ভিতৰতো মোৰ শিষ্য আছে; সেইবোৰক চৰাত বহুৱাই বিষয়া পাতিবি। ইতৰবোৰক চমুৱা-মেলডগীয়া বাব দিবি। সভাৰ লোকৰ বৃত্তি পূৰ্ব্বৰতে ৰাখিবি। বৰা, শইকীয়া মোৰ ভকত হলেও খেলত থকাকৈ পাতিবি, খেল সমনি নকৰিবি। সন্ত-মহন্তৰ দ্ৰোহ নাচৰিবি; অকণ্টকা ৰাজ্য হব; যদি অন্যথা কৰ, মোৰে সৈতে সদোৰে ধ্বংসৰ কাৰণ হব।' বুঢ়া মহন্তৰ এইখিনি কথা, বাবৰে বৰবৰুৱা হৈ সম্পূৰ্ণৰূপে উলঙ্ঘা কৰিছিল।

মালৌ পথাৰৰ বৰভেটিত কীৰ্ত্তন-ঘৰ সাজি সাদিন-সাত ৰাতি সবাহ পাতি সভা কৰি শিষ্য-ভকতৰ সমাৰোহ দেখি আত্মপ্ৰত্যয়ৰ সুৰত গাগিনী ডেকাই ক'লে, 'অত শিষ্যৰে মই সহজেই ৰজা হব পাৰোঁ।' গোসাঁইৰ লগতে সুৰ মিলাই গাওঁবুঢ়াই ক'লে, 'আমাৰ গুৰুকে ছেদন কৰি থৈছে; আজ্ঞা দিলে এই ফৌজেৰেই ৰজাক ধৰোঁ।' অষ্টভূজ গোসাঁয়ে শপত দি ক'লে, 'তোক ৰাজ-সম্পত্তি কি কাৰণে লাগিছে, যাৰ ঘৰত সোণ-ৰূপ অপৰ্য্যাপ্ত, দেশৰ অৰ্দ্ধেক প্ৰজা যাৰ শিষ্য। ৰজা এঘৰ, মোৱামৰা এঘৰ। বকতিয়ালৰ ঘৰৰন্দী জলমবটাৰ লৰাই হিংসা কৰি আমাৰ কি দাঢ়ি ছিঙিব।' শিলিখাতলীয়াক যেনিবা আগত বহুৱালে, আমাৰ কি হানি হ'ল? চৰাচৰ জগত অজ্ঞানী লোকে যদি দিচৈ কাকডোঙাকে পূজা দিয়ে, তথাপি সমুদ্ৰৰ নোমৰ সমানো নহয়। ৰাজা ৰাজেশ্বৰসিংহ মোৰ পিতৃতুল্য। ভয়-পাব, কোনোখান নকৰিবি। গতিকে দিনচেৰেক বাট চা, সুযোগ আহিব।'

আৰু এটা ঘটনা। এদিন ৰজাৰ ঘৰলৈ মহন্তসকলৰ এশজোৰামান গায়ন আহিছিল। মোৱামৰাৰ গায়নো আহিছিল। বায়ন স্বয়ং সপ্তভূজ ডেকা গোসাঁই। সাজে-পাৰে, গায়নে-বায়নে মোৱামৰাৰ গায়ন চকুত-লগা। অথচ কীৰ্ত্তিচন্দ্ৰই তেওঁৰ গোসাঁই দিহিঙীয়া শিলিখাতলীয়াক শ্ৰেষ্ঠ বুলি মাননি দি মোৱামৰাক হেয় কৰিলে। তদুপৰি দিহিঙৰ কৈৱল্যনন্দন চিকণ গোসাঁইক উত্তৰ পাৰে তেলাহী-কলীয়াজানত ছুঅঁৰা ঢোল কোবাই যিমান দূৰলৈ শুনি, সিমান পৰিমাণৰ মাটি দি গোসাঁইক ৰাজকাৰেঙৰ ভিতৰলৈ

বাব পৰাকৈ লিগিৰা বাব দিলে। নামতহে 'লিগিৰা, কামত গোসাঁই হৈয়েই' থাকিল। চকসিং নামৰ দঁতাল হাতী এটা দি নগৰলৈ অহা-যোৱা কৰি থাকিবলৈ আৰু বাটত জিৰাবলৈ থাওবা দ'লটো তেওঁৰ কৰ্তৃত্বত দিয়ে। শিলিখাতলীয়া-মোৱামৰাৰ ব্যক্তিগত অসূয়াত ৰজাঘৰো সোমাই পৰিল আৰু ৰজাঘৰৰ প্ৰতি থকা অসূয়াৰ জলা জুইত মোৱামৰাৰ ঘিঁউ পৰি দপ্‌দপকৈ জ্বলি উঠিল।

ৰুদ্ৰসিংহ স্বৰ্গদেৱে যদিও তেওঁৰ পাঁচোজন পুতেকক এজন এজনকৈ ৰজা হবলৈ অন্তিম-বাণী দি গৈছিল, তাৰে মোহনমালা বাদ পৰিল। বহুতেই 'কলীয়া কোঁৱৰ' কালশিলীয়া গোহাঁই লক্ষ্মীসিংহকো সিংহাসনৰ অযোগ্য বুলি ভাবিছিল। তাৰে ভিতৰত গোঁজেই গছ্ হৈ গজা পৰ্বতীয়া গোসাঁয়ো এজন। তেওঁ লক্ষ্মীসিংহক মন্ত্ৰ-দীক্ষা দিবলৈ অস্বীকাৰ কৰিছিল। ৰহস্যজনকভাবে ৰাজেশ্বৰসিংহৰ মৃত্যু হ'ল। কীৰ্ত্তিচন্দ্ৰ বৰবৰুৱাৰ প্ৰভাৱত কালশিলীয়া গোহাঁই ৰাজপাটত বহিল। আটায়ে ভাবি থকা ৰবজনা কোঁৱৰ চাৰুসিংহ আৰু সৰুজনা ৰত্নেশ্বৰ গোহাঁইক অঙ্গক্ষত কৰি নামৰূপলৈ পঠালে আৰু ৰাজেশ্বৰসিংহৰ একুৰি চাৰি গৰাকী আইকুঁৱৰীক একেখন নাৱতে তুলি ৰৰকলা নগৰলৈ পঠালে। নাৱৰ নাওবৈচা আছিল মোৱামাৰাৰ শিষ্য নদাই কৈৱৰ্ত্ত। নদায়ে নাও লৈ দেৰগাঁৱৰপৰা উজাই যাওঁতে খুটীয়াপোতাৰ সত্ৰৰ ঘাটত নাও চপাই অষ্টভূজ গোসাঁইক সবিশেষ জনালে। অষ্টভূজ গোসাঁয়ে দুৰাতি ঘাটতে ৰাখি খুৱাই-বুৱাই কাপোৰ একোসাজ দি বিদায় দিলে। লগতে ক'লে, 'ৰজা স্বৰ্গী হ'ল; আমাৰ পিতৃবিয়োগ হ'ল। এতিয়াৰ ৰজা এলাগী কোঁৱৰ বকতিয়ালৰ বশ্য, আমাক এতিয়া কোনে ৰাখিব? ঘোৰ বিপদ মিলিব। পূৰ্বৰো মূল বিবাদৰ গুৰিতে শকুনি হ'ল বকতিয়াল জলমবটা গেদ্ধেলা।'

বাটত ধৰি ঘাটত নাও চপাই, দুদিন-দুৰাতি ৰাখি আইকুঁৱৰীসকলক ধন-বস্ত্ৰ কাপোৰ-কানি দি পঠিওৱাটো লক্ষ্মীসিংহ আৰু কীৰ্ত্তিচন্দ্ৰ কোনোৱেই ভাল নেপালে। দুয়োৱে ৰাজনীতিৰ গোন্ধ পালে। অষ্টভূজ গোসাঁয়েও চাৰুসিংহ ৰজা হোৱাটো কামনা কৰিছিল। গতিকে কীৰ্ত্তিচন্দ্ৰই গোসাঁইৰ বদান্যতাৰ বিৰূপ অৰ্থ কৰি অশৌচৰ ভিতৰতে গোসাঁয়ে আইকুঁৱৰীসকলৰ জাতিভ্ৰষ্ট কৰিলে বুলি ৰাজ্যত ৰাষ্ট্ৰ কৰি দিলে। নতুন ৰজালৈ পঠিওৱা গোসাঁইৰবীয়া নিৰ্মালি খাটনিয়াৰৰ হাতত ঘূৰাই পঠিয়াই কৰ্কৰ্থনা কৰিলে।

এইৰেলি বুঢ়া মহন্ত অতিষ্ঠ হৈ গাগিনী ডেকাক ক'লে, 'যি ভাল দেখ, কৰিবি। যদি তোলৈ দেখা-দেখিকৈ দ্ৰোহ কৰে, তোৰ কিবা বল

পাইনে? ৰজাই ভয় পোৱাখিনি নকৰিবি। জলমৰটাক মাৰি ৰজাক ভাল মানুহ এটা দিব লাগে। আমাৰ দুৱৰাৰ ঘৰৰ ৰৰগাওঁবুঢ়া তাতোকৈ হেজাৰ গুণে ভাল। অনেক পুৰুষে ৰৰবৰুৱা, ৰৰফুকন বাৰ খাই গৈছে; তাকে ৰৰবৰুৱা পাতি দিবি।'

এনেতে আকৌ এটি ফিৰিঙতি ফুটিল, যিটিয়ে খাওৰ-দাহৰ জুই-কুৰা জলাই দিলে। লক্ষ্মীসিংহ স্বৰ্গদেও নাৱেৰে যাওঁতে ঘাটতে মোৱা-মৰা মহন্তৰ লগত ঘাটতে সাক্ষাৎ হ'ল। গোসাঁয়ে ৰজাক আশীৰ্বাদ কৰি যথানিয়মে ৰাজকীয় অভিবাদন জনালে। লগত ৰৰবৰুৱা কীৰ্ত্তিচন্দ্ৰও আছিল, তেওঁক সম্মান জনোৱা দূৰৰ কথা মুখলৈকে নেচালে। ৰৰবৰুৱাই এই ধীয়া অপমান সহ্য কৰিব নোৱাৰি গোসাঁইক পাৰেমানে গালি পাৰিলে

গোসাঁইৰৰ আৰু কীৰ্ত্তিচন্দ্ৰৰ মাজৰ ব্যক্তিগত কাজিয়া দিনক দিনে বিষময় হবলৈ ধৰিলে। দুয়োপক্ষতে অসীম অনমনীয়তা। তুংখুঙীয়াৰ ঘৰলৈ কক্ষা নাই; তিক্ততা ৰৰবৰুৱালৈহে। কিন্তু ৰজাঘৰলৈ ক্ৰোধ নাই বুলি কব নোৱাৰি; কাৰণ, নিত্যানন্দ আৰু বৈকুণ্ঠনাথ গোসাঁইক ৰজাৰ আদেশতে সংহাৰ কৰা হৈছিল আৰু ফুলেশ্বৰী কুঁৱৰীয়ে চৰ্তুভূজ গোসাঁইক তিৰস্কাৰ কৰি প্ৰাণদণ্ডৰ আদেশ দিছিল।

মৰাণসকল পূৰ্বৰ শদিয়াৰ শালৰ গোসাঁনীপূজক; স্বভাৱত উগ্ৰ। নতুনকৈ মোৱামৰাৰ শিষ্য হৈছিল। নেতৃত্ব দিছিল ৰাঘৱ আৰু নাহৰ-খোৰাই। নতুনকৈ ধৰ্মত দীক্ষিত হোৱা মানুহ স্বাভাৱিকতে অধিক নৈষ্ঠিক, গোড়া হয়। মৰাণসকলৰ ক্ষেত্ৰতো সেয়ে। কীৰ্ত্তিচন্দ্ৰৰ ওপৰত মৰাণসকল ৰুষ্ট হৈছিল দুটা কাৰণত, এক, তেওঁবিলাকৰ মুখিয়াল নেওগজনক চমটাৰে কোবাই পিঠিৰ ছাল ছিঙিলে; গোসাঁইকো অপমান কৰিলে। সপ্তভূজ গাগিনীডেকাই যেতিয়া ৰাঘৱক সাহস আৰু শক্তি দিলে, বেং-মৰাৰ উজনিৰ মৰাণসকল সষ্টম হৈ উঠিল। আন কি, অষ্টভূজ গোসাঁইৰ বাৰণ সত্বেও গাঁৱে গাঁৱে বিদ্ৰোহৰ যো-জা চলিল। ৰাঘৱ নেওগক বিদ্ৰোহৰ সবিশেষ বুজাই গাওঁবুঢ়াসকললৈ চিঠি দিছিল সপ্তভূজে। ৰাঘৱ নেওগে নিজ মুখে গাওঁবুঢ়াসকলক বুজাই উদগনি দি 'গুৰু-ভকতৰ ৰূণ শুজিবলৈ' প্ৰতিজ্ঞা কৰিলে। তিনিদিনৰ ভিতৰতে পাঁচোটা কোঁঠ মাৰি 'গুৰুৰ দুৰ্যশ, অপবাদ আৰু বিষাদ' দূৰ কৰিবলৈ শপত ল'লে।

সপ্তভূজ গোসাঁয়ে সাম-দান-দণ্ড-ভেদৰ শিক্ষা লৈছিল। বুঢ়াগোসাঁইৰ বুদ্ধি অনুসৰি মোহনমালা গোহাঁইক হাত কৰি লোৱাৰ বুদ্ধি পাঙিছিল। ৰুদ্ৰসিংহ স্বৰ্গদেৱৰ বিধান অনুসৰি প্ৰমত্তসিংহৰ পিছতে ৰজনা বাটঘৰীয়া

গোহাঁই মোহনমালা ৰজা হ'ব লাগিছিল। কীৰ্ত্তিচন্দ্ৰ বৰবৰুৱাৰ পৰামৰ্শ অনুসৰি তেওঁক নামৰূপত নিৰ্বাসন দি থোৱা হৈছিল। তেওঁ স্বভাৱত সৰল, ব্যৱহাৰত মিঠা আৰু পৰোপকাৰী কোঁৱৰ আছিল। তাতে মোহনমালাৰ পুত্ৰেক দুৰবাৰ ন-ফুকন মোৱামৰীয়াৰ শিষ্য আছিল। গতিকে তেওঁকে আগত লৈ ৰণ কৰিবলৈ দিহা কৰিলে। তুংখুঙীয়াৰ ঘৰৰ বিৰুদ্ধে তুং-খুঙীয়াক লগালেই কাৰ্য্য সিদ্ধি হোৱাৰ আশা। ছলেৰে ছল কঢ়াৰ নীতি।

সপ্তভুজ গোঁসাইৰ চিঠি পাই মোহনমালাই বোলে, 'বকতিয়ালৰ ঘৰৰ ধাৰ শুজিব পাৰিম।' ৰাঘৱ আৰু নাহৰে মোহনমালাক লগ ধৰি সবিশেষ বুজাই ক'লে। মোহনমালাৰ মনৰ পুঞ্জীভূত বেদনা নিগৰি ওলাল। হতাশাত ম্ৰিয়মান হোৱা ৰাজকোঁৱৰে ৰাজপাটত বহাৰ দুঃস্বপ্ন দেখি ক'লে, 'মই পৰ্বতীয়া গোসাঁইৰ মুখেদি মাজু ককাইদেউক কোৱাই গেন্ধেলাক বৰবৰুৱা পতালোঁ; সি মোক খেদি সৰুভাইক ৰজা পাতিলে। ৰণলৈ ভয় কৰিব নেলাগে। ৰংপুৰৰ সৰহভাগ বৰুৱা-ফুকন ময়ে পাতি অহা। মোক দেখা মাত্ৰে ৰণ এৰি আমাৰ লগ হব। মোক প্ৰতিকাৰ লাগে। গেন্ধেলাক সপুত্ৰ-বান্ধৱে শালত দি মাৰিবি।' কীৰ্ত্তিচন্দ্ৰৰ প্ৰতি থকা মোহন-মালাৰ ক্ষোভ-ঘৃণা উজাৰ খাই উঠিল। সপ্তভূজেও কুঁজৰ মূৰত কিলটো দি প্ৰৰোচিত কৰি তুলিছিল।

ৰাঘৱ-নাহৰে ৩০০০ কাজুৱা, ৪০০০ সহায়কাৰী অস্ত্ৰধাৰী সৈন্য গোটাই চেচাঁমুখত কোঠ পাতিলে। পিছে পিছে হেজাৰ-বিজাৰ ৰাইজ ওলাই আহিল। ৰাজ্যত ৰাষ্ট্ৰ কৰি দিলে, ৰাঘৱে মোহনমালা গোহাঁইক ৰজা পাতি লৈছে আৰু ৰণৰ আয়োজন কৰিছে। কীৰ্ত্তিচন্দ্ৰৰ আতিশয্যত অসন্তুষ্ট ৰজাঘৰীয়া বা-বিষয়া অনেকেই ভাল পালে। কাৰণ, তেওঁৰ প্ৰতাপত ডা-ডাঙৰীয়াসকলৰ স্থিতি শূন্য হৈ পৰিছিল।

দেখাদেখিকৈয়ে ৰণ হ'ল। ৰাঘৱ মৰাণে সেনাপতি হৈ মোহনমালাক আগত লৈ ৰজাঘৰীয়া সৈন্যদলৰ লগত মুখামুখি হ'ল। ৰাধা-ৰুক্মিণী ৰণ-চণ্ডী হৈ সদৌৰে আগত। ৰুক্মিণীৰ আগৰেপৰা দেও-জঁক উঠা দোষ আছিল গতিকে আঁচল পাতি গুলী ধৰিব পাৰে বুলি মানুহৰ বিশ্বাস হৈছিল। স্বৰ্গদেৱে হৰনাথ ভিতৰুৱাল ফুকনক সেনাপতি পাতি ৰণলৈ পঠালে।

মোহনমালা, চাৰুসিংহ, ৰত্নেশ্বৰ গোহাঁই এই তিনিক গোট খুৱাই বিদ্ৰোহীদলে ক'লে, 'তোমালোকে আমাৰ লগ লোৱাঁ। আৱশ্যক মতে তোমালোকৰ এজনকে ৰজা পাতিম। পূৰ্বে বকতিয়াল বৰবৰুৱাই তোমা-লোকক নামৰূপলৈ খেদিলে। এতিয়া তেওঁকে মাৰোঁগৈ।' তিনিওজনাই

পূর্ব-শত্ৰুক এশিকনি দিবলৈ বুলি পৰিণতিৰ কথা চিন্তা নকৰাকৈ ৰায়ৰ-সাহবৰ দলত যোগ দিলে। চেঁচা নৈৰ কৌঠৰপৰা ওলাই হাতীত উঠি মোহনমালাই ক'লে, 'ফুকন, তই দুৰবাৰ ঘৰৰ। এদিনীয়া নহয়, সাতাম-পুৰুষীয়া। তোৰ সপ্তম পুৰুষে আমাক সেৱা কৰি গৈছে। সম্প্ৰতি ময়েই ৰজা। ৰকতিয়ালৰ ঘৰক মাৰিবৰ নিমিত্তেহে ৰণ। সামান্য পাইকক একো নকৰোঁ। কাকো কটা-মৰাও নকৰোঁ।' সেনাপতি ফুকনে ক'লে, 'স্বৰ্গদেও পাটতে আছে। তোমাক ৰজা নব নোৱাৰোঁ।' তাকে শুনি মোহন-মালাই দুখত অভিভূত হৈ ক'লে, 'ৰকতিয়ালৰ ঘৰবন্দীয়ে এডোখৰ কাটি খালে; ইডোখৰ আগমঙহ তই খা'। এই বুলি বুকু উদিয়াই আগ বাঢ়ি গ'ল। সেনাপতি ফুকন নিশ্চল-নিমাত হৈ বৈ গ'ল। হাতীৰপৰা নামি ভিতৰুৱাল ফুকনক ঘৰ-বেৰা দি বন্দী কৰি থলে। পাচে ফুকনে বিচুত্তি হৈ ৰকতি-য়ালৰ দুৰ্গুণো মনে স্মৰি চেঁচাৰ দাঁতিয়ে একাতি হৈ ৰণ এৰি দিলে।

১৬৯১ শকৰ আহিনত আকাশত নেজাল তৰা ওলাল। দেওধাই বাইলুঙে খৰিকা মণ্ডল, কুকুৰা-ঠেং চালে; গণকে জ্যোতিষ চাই ক'লে, ৰাজ্যনাশ, মনস্তাপ।' যথাৰ্থতে এইটো নেজাল তৰাই অব্যক্ত ভাষাৰে অসমৰ আকাশত লিখি থৈ গ'ল, 'অৰ্দ্ধ শতাব্দী অশান্তিৰ দাবানলত দহি দহি এই দেশৰ স্বাধীনতাৰ বেলি মাৰ যাব।'

নেজাল তৰা ওলোৱাৰ দুদিনমানৰ ভিতৰতে এজাক আৱতৰীয়া ধুমুহা-বতাহ আহিল। অনেক বড়গছ-আওবড়, বাটবড় উঘলি পৰিল। ৰৰঘৰ ভাগি মাটিৰ সমান হ'ল। বা-মৰলিয়ে ৰৰঘৰৰ সাতামপুৰুষীয়া সোণসেৰীয়া সম্পদ উৰুৱাই লৈ গ'ল। জুইশালৰ তুঁহ জুই উমি উমি জ্বলি ধুমুহা বতাহত বলিয়া হ'ল। দেশ পুৰি ছাৰখাৰ কৰিলে। এই জাক ধুমুহাৰ কোবাল পকনীয়াই পুৰণি পৰম্পৰা জোকাৰি পেলালে।

হৰনাথ সেনাপতি ফুকন বন্দী হোৱাৰ পিছত বৰচ'ৰাত বৰমেল বহিল। চৰীয়া-পৰীয়া, কটকী-বৰাগীৰ মুখে ৰণৰ বাতৰি শুনি স্বৰ্গদেৱে ৰৰৰৰুৱাক সুধিলে, 'বৰুৱা, এতিয়া কি কৰা হয়? 'ডাঙৰীয়া তিনিজনা, ফুকন, ৰাজখোৱা সকলোকে সোধক, যাৰ মনত যি আছে, কওক।' বৰমেলত ক'লে, 'সেনাপতি ফুকনক ধৰি নিলে বুলি আমি কিয় ৰণ এৰিম। স্বৰ্গদেৱৰ বন্দী-বেটা অনেক আছে। যাক যিৰূপে আজ্ঞা কৰিব, সি তেনে-কৈয়ে আচৰিব।' দিহিঙীয়াৰ বৰৈ পানীফুকনক ধাইআলিৰ বাটে, বছা ৰাজখোৱাক পৰ্বতৰ আলিয়েদি, মই বৰুৱাক সৰিয়হহাটেদি পঠালে।

ৰণ ডাঙৰ। ৰুদ্ৰসিংহৰ দিনৰপৰা ৰণৰ আখৰা নাই; হিলৈ-বৰ-

তোপৰ কনাকশালৰ নিয়মিত কোৰ পৰা নাই, ভাটিত জুই জ্বলা নাই; দা-তৰোৱালত ধাৰ দিয়া নাই, শাণৰ পৰশ পৰা নাই। কাঁড়ী-বাকসৱতী, হিলৈদাৰী-যাঠিপতীয়াই কাঁড়-ধনু ধোঁৱাচাঙত তুলি নিকৰ্মা, নিবলস হৈ দিন কটাইছে। তিনি পুৰুষ ধৰি যুদ্ধ-চৰ্চা পাহৰি ঈশ্বৰ-চিন্তা, দেৱ-চিন্তা কৰা শৰাইযটীয়া সৈন্যদল ধোদৰ উত্তৰ-পুৰুষলৈ পৰিণত হ'ল। ধনু-কাঁড়, দা-বাৰু, বৰ্ছা-যাঠি দি পুতলাটোৰদৰে ৰণলৈ পঠালেই যেনিবা, ৰজাঘৰীয়া সৈন্য জিকে কেনেকৈ? তাতে প্ৰজাৰ মন দ্বিধাবিভক্ত। যদি ৰৰজনা বাটঘৰীয়া গোহাঁই বা তেওঁৰ পুতেক এজনা, নতুবা ৰাজেশ্বৰ-সিংহৰ পুতেক এজনেই মৰাণে পতা ৰজা হৈছে, তেনেহলে কটা-মৰা কৰি কি লাভ? তাতে হাতীৰ ওপৰত উঠি মোহনমালাই নিজেই কৈছে, 'সম্প্ৰতি ময়েই ৰজা। বকতিয়ালৰ ৰৰবৰুৱাক ধৰিবলৈহে এই যুদ্ধ।' এক, তেজমূৰে ধৰা সৈন্যই ৰণ চিলাই দিয়ে, দুই, ৰৰবৰুৱাৰ সলনি. ৰৰবৰুৱা হব, যুদ্ধ কেলেই বুলি খাপৰ দা খাপতে ভৰাই থয়।

দিহিং সীমা কৰি উজনিছোৱাত মৰাণৰ কোঠৰ সংখ্যা বাঢ়িল। কেইবা দলতো বিভক্ত হৈ গাওঁ-ভূই ভাঙি ৰংপুৰলৈ বুলি আগুৱাই আহিল। ৰাঘৱ নেওগ আৰু নাহৰ শইকীয়াই লোক-দেখনিয়াৰকৈ মোহনমালাক লৈ ৰাজ্য অধিকাৰ কৰি নিজৰ এজনক ৰজা পাতিবলৈ সিদ্ধান্ত কৰিলে। এই সিদ্ধা-ন্তৰ কথা মৰাণৰ গাওঁবুঢ়াসকলৰ বাহিৰে অন্য মোৱামৰীয়া শিষ্যই ফুটকে নেপালে। আন কি, সপ্তভূজ-অষ্টভূজ গোসাঁইকো গম নিদিলে। কাৰণ, অষ্টভূজ গোসাঁয়ে তুংখুঙীয়াৰ ঘৰৰ এজনক ৰজা পতাৰ বাবেহে জোৰ দিছিল; সপ্তভূজে শিষ্যৰ সহায়েৰে নিজেই ৰজা হব খুজিছিল। ৰাঘৱৰ লগত কীৰ্ত্তিচন্দ্ৰৰ সংঘৰ্ষ হৈছিল যদিও আদৰ্শ আছিল সমধৰ্মী। এজন পুতলা-ৰজা পাতি নিজে ৰৰবৰুৱা হৈ অসীম ক্ষমতা আৰু প্ৰভাৱৰ অধিকাৰী হোৱা।

কীৰ্ত্তিচন্দ্ৰৰ কোপদৃষ্টিত পৰি নামৰূপলৈ নিৰ্বাসিত হোৱা চাৰুসিংহই সততে ৰাজসিংহাসনত বহাৰ স্বপ্ন দেখিছিল। মোহনমালাই যথাসময়ত ৰাজ-সিংহাসন নেপাই হতাশ হৈছিল। সপ্তভূজৰ পৰামৰ্শ অনুসৰি ৰাঘৱে ৰজা পাতিবলৈ লোভ দেখুৱালত আগ বাঢ়ি ওলাইছিল আৰু মনতে ভাবি-ছিল, তেওঁক ৰজা নেপাতিলেও পুতেক এজনকে ৰজা পাতিব। পুতেক তিনিজনৰে দুজনক লগত লৈ ফুৰাইছিল। 'খেদাখোৱা' কোঁৱৰ কেইজনৰ এই দুঃস্বপ্ন দেখি নিয়তিয়ে দুৰৰপৰা কুটিল হাঁহিৰে অভ্যৰ্থনা জনাইছিল।

চেঁচামুখৰ ৰণত হৰনাথ ভিতৰুৱাল ফুকন বন্দী হোৱাত আৰু

ৰজাঘৰীয়া সৈন্যদল ছেদেলি-ভেদেলি হৈ পৰাত উৎসাহিত হৈ দুগুণ শক্তিৰে মৰাণ সৈন্য আগ বাঢ়িবলৈ ধৰিলে। মৰাণ-এটকৰ মানুহে গাঁৱে গাঁৱে ফুৰি প্ৰজাক বুজালে বোলে, 'আমি ৰবজনা গোহাঁইৰ পুতেকক্হে ৰজা পাতিছোঁ।' ইতিমধ্যে নামৰূপৰ থাৰ-বাকদৰ থাবঘৰ লুটি মৰাণে লৈ গ'ল। সাহস বাঢ়িল।

এইবেলি দিহিঙীয়া পানীফুকন ৰণলৈ ওলাল। কৰ্ত্তব্য-পৰায়ণ, অসীম সাহসী পানীফুকনে টকৌবাৰীত ৰাঘৱ মৰাণৰ লগত মুখামুখি হ'ল। মোহনমালাই পানীফুকনক অনেক প্ৰকাৰে ক'লে। পানীফুকনে থোৰতে ক'লে, 'তোমাৰ কপালত যদি ৰাজপদ পাবলৈ আছিল, বৰুতিয়াল কোন? এজনা স্বৰ্গদেৱক সেৱা কৰি আছোঁ, তোমাক ৰজা বুলি সেৱা কৰিব নোৱাৰোঁ।' ৰাঘৱে আগ বাঢ়ি আহি ক'লে, 'ফুকন, তইনো কাৰে সৈতে ৰণ কৰিবলৈ আহিছ? দেখা নাইনে, ৰবজনা গোহাঁইহে ৰজা। ভিতৰুৱাল ফুকনে সসৈন্যে আমাক বৰিলে। দিহিং সীমা কৰি সকলো প্ৰজাই আমাক বৰিছে।' পানীফুকনে নিৰ্ভীকভাৱে উত্তৰ দিলে, 'স্বৰ্গদেও পাটত আছে, তই মৰাণৰ কথাৰে মই বৰিমনে? এই মূৰেৰে এজনা স্বৰ্গদেৱক সেৱা কৰিছোঁ, আনৰ ওচৰত কিয় মূৰ দোৱাম?' বৰৈ দিহিঙীয়া পানীফুকনক ৰাঘৱে যাঠিৰে খুঁচি মাৰিলে।

ৰণ-পলৰীয়া মানুহ আহি নগৰত ক'লেহি, 'ৰণ টান। প্ৰজাৰো মন-বুদ্ধি বিষম।

আৰোণৰ আঠ দিনৰ দিনা শনিবাৰ। ৰাতি দুপৰত সোণাই নৈৰ বাহৰলৈ বুলি ৰজা নগৰ এৰি ভটীয়াই গ'ল। ৰাতি চিন্তামণি গড়তে ৰ'ল। ডা-ডাঙৰীয়া আৰু বৰবৰুৱাও লগতে গ'ল।

কীৰ্ত্তিচন্দ্ৰ বৰবৰুৱাৰ ভঁৰালী অভয়ে নিয়মীয়াকৈ ৰজাঘৰীয়া ভিতৰুৱাল কথা ৰাঘৱ আৰু সপ্তভূজক জনাই আছিল। পুতেক অম্বৰিষ আছিল মোৱামৰাৰ মুখিয়াল গাওঁবুঢ়া। ভতিজাক প্ৰহ্লাদ আৰু মহদা দুয়োটাই অভয়ৰ ঘৰতে খাই-বৈ মোৱামৰা চোৰাংচোৰাৰ কাম কৰি আছিল। ৰজা ভটীয়াই যোৱাৰ লগে লগেই অভয়ৰ পুতেক-ভতিজাকে মানুহ পঠিয়াই ৰাঘৱক খবৰ দিয়ালে, 'ৰজা নগৰ এৰি ভটীয়াই গ'ল; শীঘ্ৰে আহি নগৰ লওকহি।' সেইবাৰে ৰাতি দুপৰত ৰাঘৱ মৰাণে নগৰ সোমাই হিলৈ জাঁই কৰিলে।

পূৰ্বে ৰণ বিষম বুলি জানি চন্দ্ৰহাস ডেকা বৰবৰুৱাই দেউতাক কীৰ্ত্তিচন্দ্ৰক কৈছিল, 'মই দেখাত তোমাৰ কিছু সদগুণ নাই, খোজে খোজে

সোমেইহে। এভিয়াও ডাঙৰীয়া তিনিজনা সহিতে মোৱামৰা গোসাঁইত কোৱাগৈ। বৃদ্ধ মহন্ত অতি দয়ালু; ডেকা মহন্তও কথাবুজা লোক। মাতিলে তুষ্ট হ'ব। য'বে ৰণ ত'তে মাৰ যাব।' পিছে ডেকা ৰৰবৰুৱাই তেনেকৈ ভাবিছিল যদিও কথা সিমান সহজ নাছিল। ৰণত কেচা তেজৰ জুতি পাই ৰাঘৱ ক্ষমতা আৰু উচ্চাকাঙ্ক্ষাৰে ইতিমধ্যে অনেক ওপৰলৈ উঠিছিল।

এনেতে এটা সৰু অথচ তাৎপৰ্য্যপূৰ্ণ ঘটনা ঘটিল। মোহনমালা গোহাঁইৰ বৰ-জীয়েক সেউতী। দুৱৰাৰ গোপেশ্বৰে বিয়া কৰাইছিল। তেওঁৰে বহতীয়া হৰাপোৱাৰ মুখেদি দদায়েক লক্ষ্মীসিংহলৈ বাতৰি পঠিয়ালে, 'স্বৰ্গদেৱলৈ মৰাণৰ কক্ষা নাই; ৰবৰুৱালৈহে খং।' দুৱৰাৰ ঘৰত মোৱামৰাৰ শিষ্যও আছিল। তেওঁবিলাকেই ভতিজা জীয়েকৰ হতুৱাই লক্ষ্মীসিংহ আৰু ডা-ডাঙৰীয়াসকলৰ মনত বিভ্ৰান্তি সৃষ্টি কৰিবলৈকে এই বাতৰি পঠাইছিল। আন কি, স্বৰ্গদেৱে ডাঙৰীয়া তিনিজনা আৰু আন আন ৰা-বিষয়াৰ লগত পৰামৰ্শ কৰি মৰাণক বৰিবলৈকে ইচ্ছা কৰিছিল। সেউতীৰ এইষাৰ কথাই সঁচাকৈয়ে বহুতৰে মনত আউল লগাইছিল, তেওঁবিলাকে পাহৰি গৈছিল যে, বনপোৰা জুয়ে পুৰিবৰ সময়ত বাছি বাছি গছ-বন নোপোৰে। তাকে দেখি অভিজ্ঞতাৰে পকা ৰবৰুৱাই দুখ কৰিলে।

লক্ষ্মীসিংহ স্বৰ্গদেও সোণাৰি নৈৰ বাহৰত থকাৰ বাতৰি পাই ৪০০ মৰাণৰ বৰতীয়া সৈন্য গৈ তাতেই বেৰি ধৰি বন্দী কৰি ৰংপুৰলৈ আনিলে। স্বৰ্গদেৱৰ পৰামৰ্শ মতে কীৰ্ত্তিচন্দ্ৰ ৰবৰুৱা খুটিয়াপোতালৈ গৈ প্ৰাণ-ৰক্ষাৰ নিমিত্তে জনালেগৈ। বুঢ়া মহন্তই সমিধান দিলে, 'যদি পাৰোঁ, ৰক্ষা কৰিম।' ৰবৰুৱাক তাতেই সপৰিয়ালে লোৱা লগাই বন্দী কৰি আনি ৰংপুৰৰ ন-দুৱাৰৰ মুখৰ হাতীশালত বধীয়া দি থলে। অখণ্ড প্ৰতাপ, অসীম ক্ষমতাৰে বিভূষিত ৰবৰুৱাৰ কীৰ্ত্তি খহি পৰি দুৰ্যশ মূৰত উঠিল। লক্ষ্মীসিংহ স্বৰ্গদেৱক জয়দ'লত বন্দী কৰি থলে। অপমান, গ্লানি আৰু দুশ্চিন্তাৰে জৰ্জৰিত হৈ অনিদ্ৰা-অনাহাৰে দিন কটাবলৈ ধৰিলে।

ৰাঘৱ মৰাণ আৰু নাহৰখোৰাই ভিতৰি খোৱাৰ পুতেক পৰমানন্দক ৰমাকান্ত নাম দি ৰজা পাতি লৈছিল। এই কথা, আন কি, সপ্তভুজ-অষ্টভুজ গোসাঁইৰো অজ্ঞাতে আছিল। ৰাজপাটত বহিবলৈ আশা পালি থকা মোহনমালাৰ পুতেক-ভতিজাক আটাই কেওজনকে গাধীৰত বিহ দি ইতিমধ্যে সিপুৰীত ৰজা হবলৈ সু-পৰিকল্পিতভাৱে পঠিওৱা হৈছিল। ৰংপুৰ দখল কৰিবৰ দিনা মোহনমালা ৰাঘৱৰ লগত ৰংপুৰলৈ আহিছিল। পিছদিন জয়দ'লত ভায়েকক দেখা কৰি তামোল দিয়া-দি কৰিছিল কিন্তু ৰাৰ কপালত

লাই, ৰাজপদ হ'ব ক'ৰপৰা? দিহিঙীয়া পানীফুকনে সঠিক উত্তৰ দিছিল, "তোমাৰ কপালত ৰাজপদ থাকিলে, তাক গুচাবলৈ ৰকতিয়াল কোন?" সেইদিনাই 'পুতেকৰ টান নবিয়া' বুলি মিছা ৰাতৰি দি মোহনমালাক আঁতৰাই নি হত্যা কৰি সিপুৰীত তুংখুঙীয়াৰ ঘৰৰ ৰজা পাতিলে। শিখণ্ডী-ৰূপে আগত হৈ মোহনমালাই ৰাজশক্তি ঘূৰ্ণীয়া কৰি থৈ গ'ল।

ৰাঘৱ স্বয়ম্ভু বৰবৰুৱা হ'ল। অৱচেতন মনত নিৰৱচ্ছিন্নভাবে শুই থকা প্ৰতিশোধপ্ৰৱণতাৰ হেতুকেই ৰাঘৱে বৰবৰুৱা হৈ বৰবৰুৱাৰ ৰহা-ঘৰত সোমাল, নহ'লে সহজে ৰজাকে হ'ব পাৰিলেহেঁতেন। ক্ষমতা হাতত লৈ, ৰংপুৰ অধিকাৰ কৰি নাহৰখোৰাৰ লৈ ৰাতৰি পঠালে। পুতেক ৰমাকান্ত, ৰাধা-ৰুক্মিণী আৰু নাহৰখোৰা সসৈন্যে আহি ৰংপুৰত প্ৰৱেশ কৰি হিলৈ আঁই কৰি ৰমাকান্তক ৰাজপাটত বহুৱাই ৰজা পাতিলে। নাহৰখোৰাই নাম ললে নৰহৰি, দেওগোসাঁই। থাকিবলৈ ললে ৰংনাথ দ'লত। লগত থাকিল ৰূপৱতী ৰুক্মিণী। ৰাধা থাকিল হৰগৌৰী দেৱালয়ত। ৰমাকান্ত সোমাল কাৰেঙত। বাকী বা-বিষয়া সকলো মৰাণৰ নিজৰ মানুহ পাতি নগৰৰ ৰহা-ঘৰত সেই মতে সোমালগৈ।

ৰাঘৱ বৰবৰুৱা হৈ অসীম ক্ষমতাৰ অধিকাৰী হ'ল। বোলে, 'মই এশ ভাৰ্য্যা আনিম।' ৰাজেশ্বৰসিংহৰ বৰকুঁৱৰী কুৰঙ্গনয়নী যাক লক্ষ্মী-সিংহই মাতৃবোধে ৰাখিছিল। তেওঁক, ৰূপৱতী আৰু ভুবনেশ্বৰী এই দু-গৰাকী কুঁৱৰীক, লক্ষ্মীসিংহৰ বৰকুঁৱৰীক, আৰু আন আন গোহাঁই, ফুকন-বৰুৱাৰ ভাৰ্য্যা কাঢ়ি আনি নিজৰ তিৰোতা কৰি ললে। বুঢ়া মহন্তই কৈছিল, 'বামুণীয়া ভকতৰ তিৰোতা নানিবি।' ক্ষমতা পাই ৰাঘৱে প্ৰথমতে গুৰুৰ উপদেশকে লঙ্ঘন কৰিলে। কুৰঙ্গনয়নীক বৰঘৰত ঠাই নিদিয়া হলে বুৰঞ্জীৰ সুঁতিটোৱেই অন্য ধৰণে বৈ গ'লহেঁতেন।

ৰজা ৰমাকান্ত। বৰকুঁৱৰী টাৰিমুৰা ভণ্ডাৰী বৰুৱাৰ জীয়েক। শিৱসিংহ স্বৰ্গদেৱৰ ধাইমাকৰ জোঁৱায়েক টাৰিমুৰা। মৰাণৰে বুঢ়াগোহাঁই, বৰগোহাঁই, বৰপাত্ৰ গোঁহাই সকলো পাতিলে। লিগিৰী-কাঁড়ীক বৰফুকন পাতিলে। ছয় ফুকন, চৈধ্য ৰাজখোৱা, আনো বা-বিষয়া সকলো মৰাণৰে ললে। তাৰ পিছত ৰাঘৱ বৰবৰুৱাক ৰংপুৰত থৈ ৰজা ৰমাকান্ত সমন্বিতে বাকী সকলো খুটিয়াপোতাৰ গোসাঁই ঘৰলৈ গ'ল। তাতে থাকি আউনী-আটি, দক্ষিণপাট, গড়মুৰ, কুৰুৱাবাহী সত্ৰৰ গোসাঁইক ৮০০০ আৰু ৪০০০ টকা দণ্ড কৰিলে। বাকী বামুণীয়া-ঠাকুৰীয়া মহন্তবো অৱস্থা চাই দণ্ড

কৰি মন মলে। দুমাহ ধৰি 'সদাবো নাম জয়হৰি' বুলি এটকা মহন্তৰ শিষ্যক শৰণ দিলে। এটি তামোল-পাণ দি শৰণ লব লাগে।

দিনচেৰেকৰ পিছত বাঘৰ বৰবৰুৱা আৰু স্বৰ্গদেৱৰ সকলো ডা-ডাঙৰীয়াক খুটিয়াপোতালৈ নি তাতে প্ৰাণদণ্ড দিলে। ফুকন-বৰুৱা অনেকৰো দশা একেই কৰিলে। এনেতে বাঘৰে ৰমাকান্তক ক'লে, 'আগেয়ে যুদ্ধ কৰি ময়েই নগৰ ললোঁ। ৰজাকো ধৰি আনি বন্দী কৰিলোঁ। ময়েই-হে সৰ্বেসৰ্বা, এতেকে কেকোঁৰা-দোলা, আৰোৱান মোক দিয়ক।' ৰজাই প্ৰত্যক্ষভাবে উত্তৰ দিলে, 'নোৱাৰোঁ।' বাঘৰে উচাট মাৰি নগৰ এৰি চেপনলৈ গ'ল। পিছত ৰমাকান্তই মতাই আনিলে।

খুটীয়াপোতাত থাকোঁতেই সপ্তভূজ গাগিনীডেকাই ক'লে, 'পূৰ্বতে মই ৰজা হম বুলি শিষ্য চপাই, গাওঁবুঢ়াক বুজাই মৰাণৰ হতুৱাই ৰণ কৰাই ৰাজ্য লোৱালোঁ। তেতিয়া আটায়ে মোক ৰজা পাতিম বুলিছিলি, এতিয়া দেখোন ৰমাকান্তকহে ৰজা পাতিলি, মোক নেপাতিলি।' বাঘৰ বৰবৰুৱাকে মুখ্য কৰি সকলো মৰাণে একেমুখে ক'লে, 'তোমাক নেপাতোঁ।' সপ্তভূজে খং, ক্ষোভ নিৰাশাত জৰ্জৰিত হৈ উত্তৰ দিলে, 'বাৰু মইনো কি কৰিব পাৰোঁ, চাওঁ।' যাৰ তেজত ভূঞাৰ ঘৰৰ ৰক্ত-কণিকা আছে, তেওঁ জানো নীৰৱ হৈ থাকিব পাৰে?

শগুণমূৰিৰ গোবিন্দ বৰগাওঁবুঢ়া, খামিডাঠ মানুহ। বাঘৰৰ ৰণতো আগভাগ লৈছিল। তেওঁকে মাতি আনি ক'লে, 'বাঘৰে সমান ভকতৰ লৰা ৰমাকান্তক ৰজা পাতিলে। কি বুলি তাক সেৱা কৰিবি? লগত অম্বৰিষ, গাওঁবুঢ়াক দিছোঁ। উগ্ৰসেন, হৰিচন্দ্ৰ, দশৰথ, পৰীক্ষিত আদি গাওঁবুঢ়াৰ লগত মন্ত্ৰণা কৰি বাঘৰ, নাহৰখোৰাক মাৰি মোক ৰজা পাতি সেৱা কৰক।' এই আদেশ পাই গোবিন্দ গাওঁবুঢ়াই শগুণমূৰি পথাৰৰ ওচৰত থুপ খাই ৰণ উলিয়ালে।

ৰণৰ নাম চেকনি-কোবোৱা ৰণ। অস্ত্ৰ-শস্ত্ৰ, টোকোন, ধনু-কাঁড়। লগতে এডাল চেকনি এচাৰি। এই ৰণৰ ধ্বনি হ'ল, 'প্ৰজা ঐ জবৌ বৌৱা।' জবৌ-বৌৱা মানে ৰস নাইকিয়া, আফুৰা, ঐতিহ্যহীন। আনটো ধ্বনি হ'ল, 'অষ্টভূজে, সপ্তভূজে, চতুৰ্ভূজে বাখে।' অৰ্থাৎ গোসাঁইঘৰেহে ৰাখিব পাৰিব। টোকোনডাল মাটিত গিৰিপ গিৰিপকৈ খুন্দিয়াই চেকনিৰে তাতে কোবাই ওপৰৰ দুফাঁকি নাম গায়।

শূলক শূলেৰে কাঢ়ে; বিষক বিষে কাটে। গোবিন্দ গাওঁবুঢ়াৰ চেকনি-কোবোৱা ৰণৰ গূঢ় তাৎপৰ্য্য জনাইহে জানিছিল। বাঘৰে যেনেকৈ মৰাণ-

সকলক ভিতৰ-বিশ্বাসত লৈ ৰণ জিনি নিজৰ মানুহক বিষয়-বাসনা দিছিল, গোবিন্দ গাওঁবুঢ়ায়ো মৰাণৰ মানুহক ভূ দিদিয়াকৈ সপ্তভুজৰ কথাৰে ৰণৰ আথৰা কৰিছিল। মৰাণসকল নতুন শিষ্য ; আনসকলৰ ভিতৰত সাতাম-পুৰুষীয়া শিষ্যও আছিল। তেওঁবিলাকে 'গুৰুৱে দিয়ে মাটি ; পিচে ধৰে আঁটি' কথাষাৰ দৃঢ়ভাৱে বিশ্বাস কৰিছিল।

বাঘৰৰ দিন চমু চাপি আহিছিল। ডেকা গোসাঁইৰ লগত মনান্তৰ হ'ল ; বুঢ়াগোসাঁয়েও অতিষ্ঠ হৈ অভিশাপ দিলে, "তই যেন এইবেলি বিহুটো খাবলৈ নেপাৱ।' ক্ষমতাৰে অন্ধ বৰবৰুৱা বাঘৰ, 'গোসাঁই ঈশ্বৰৰ' মুঠিৰপৰা ওলাই কেতিয়াবাই স্বতন্ত্ৰীয়া হৈছিল। ৰাজনীতিৰ ক্ষমতাই গোসাঁইক উৰুৱাই নিলে ; সাধাৰণ মানুহৰ অৱস্থা ক'ত ৰ'ব ?

বাঘৰৰ হাতত লাঞ্ছিত-নিৰ্য্যাতিত হৈ পৰিণতি-বুজা কেতবোৰ ডা-ডাঙৰীয়াৰ ঘৰৰ ডেকা-ডুমা গোট খাই দুশমান মানুহে জেৰেঙাৰ হাবিত সোমাই আলচ কৰি বাঘৰক ধৰিবলৈ সিদ্ধান্ত কৰিলে। বৰগোহাঁইৰ পুতেক বাইলুঙে বোলে, 'পূৰ্বে যিবোৰে বৰ বৰ বাব খাইছিল, হয় সেইবোৰে বিদ্ৰোহীৰ লগ ললে, নহয় আঁতৰিল। বাৰু যি কি নহওক, ঘনশ্যাম গোহাঁই হাজৰিকা, ভলুকাঠেঙা ডেকাফুকন আৰু মৰাণ কাঁড়ী হাজৰিকাক গোটাই দে।' পিছে, দ্ৰোহীহঁতক সমুখে বলে পৰা টান। মটকৰ চেকনি-কোবোৰা ৰণৰ ভেশ ধৰি চ'তৰ বিহুৰ দিনা ধৰিব লাগিব। এই কাম মগলৌ জীয়ৰী কুৰঙ্গনয়নী আইকুঁৱৰীয়েহে সাধিব পাৰিব।' আইকুঁৱৰী-দেৱক শিকাই-বুজাই কাৰ্য্য সাধিবলৈ কেকেৰু কলিতা হাজৰিকাক ভাৰ দিলে। কলিতা অতি টিমক, নাকটো মোহাৰি বুদ্ধিটো সাজিব পৰা মানুহ। বৰগোহাঁইৰ বিলাতৰ কাঁড়ী কেকেৰুৱে বুদ্ধি-বৃত্তিৰ বলতে ফুকন হৈছিলগৈ।

লক্ষ্মীসিংহ স্বৰ্গদেৱৰ কাৰেঙত সোণাই নামেৰে এজনী লিগিৰী আছিল। তায়ো এদিন গুণৰ বলত তামুলী লিগিৰীৰ বাব পাইছিল। স্বৰ্গদেও লক্ষ্মীসিংহ জয়দ'লত বন্দী হৈ থাকোঁতে বৰকুঁৱৰী আৰু পৰ্বতীয়া কুঁৱৰীয়ে গোপনে ৰাতি সোণাইৰ হাতত স্বৰ্গদেৱলৈ জা-জলপান দি পঠিয়াইছিল। এই সুযোগতে সোণাইক লগ ধৰি সবিশেষ কৈছিল। সোণায়ে কৌশলেৰে কেকেৰু কলিতা আৰু কুৰঙ্গনয়নীক ভেটাই আঁচনি যুগুত কৰিলে। বিহুৰ দিনা ৰজাঘৰীয়া মানুহে চেকনি-কোবোৰা ৰণুৱাৰ ভেশ লৈ হুচৰি গাবলৈ বৰবৰুৱাৰ ঘৰলৈ আহিব। বাঘৰে হুচৰিক সেৱা কৰোঁতে যাদৱ তামুলীৰ পুতেক ৰামকৃষ্ণায়ে পিছপিনৰপৰা যাপ মাৰি কাটিব। কহনে, আপইতাই নাহৰক ধৰিব।

ৰত্নপাৰ মানুহখিনিয়ে ভোগৰাৰীলৈ গৈ নিজৰ নিজৰ গুৰু ঘৰলৈ চাই শপত খালে।

স্ত্ৰী-বুদ্ধি প্ৰলয়ঙ্কৰী। কুৰঙ্গনয়নীৰ ৰূপ-যৌৱনৰ মোহত বাঘৰে বৰবৰুৱাৰ ৰৰমৰত ঠাই দিছিল কিন্তু তেওঁৰেই যে নিয়তি ৰূপে দৰ্প-অহঙ্কাৰ চূৰ্ণ কৰিবলৈ মিমিত্ত হৈ আছিল, তাক বুজিব পৰা নাছিল। এয়ে সৃষ্টিৰ ৰহস্য। ঘনশ্যাম গোহাঁই আৰু বাইলুং গোহাঁই মুখ্য বিহুৱা হৈ লগত টোকোন আৰু চেকনি লৈ ভেশছন ধৰিলে। মুৰত চেলেং কাপোৰৰ মৰথৰি, গাত কাপোৰ, হাতত টোকোন।

বিহুৰ দিনা আইকুঁৱৰীদেৱে বাঘৰক ক'লে, 'আজি বিহু। বৰবৰুৱাই স্বৰ্গদেৱক সেৱা কৰি আছি আজি ৰাজঘৰতে থকা নিয়ম। দিনে-ৰাতিয়ে। প্ৰজাই আজি বৰবৰুৱাক বিহুৱান যাচি সেৱা কৰে।' কাৰেঙৰপৰা উলটি অহাৰ পাছতে তেওঁ বুজালে, 'তুমি মোৰ গৰাকী, দেশৰো গৰাকী। বৰুতিয়ালৰ বিহনে তুমিযেই দেশৰ আশা-ভৰসা; পিতৃস্বৰূপ। মই দিশে দিশে মানুহ পঠিয়াই বাতৰি লৈছোঁ, বৰুতিয়াল দেশখনৰে শত্ৰু আছিল। তোমালৈ বামুণীয়া ভকতৰ অধিক দয়া। তোমালোকৰ নিজৰ গোসাঁই-ভকতৰহে মন বিষম, বিধাৰণ। তুমি তোমালোকৰো, বামুণীয়া ভকতৰো মিলাই বিষয়া পাতা। তেতিয়া দেশ ভালে থাকিব। তুমি পো-নাতি অনুক্ৰমে বিষয় ভোগ কৰিবা। আজি বিহুৰ দিনা সকলো ৰাইজে তোমাক সেৱা কৰিব। ৰাজ-ঘৰতে থাকিবা।'

বিহু বুলি জলপান এটা সোণাই লিগিৰীৰ হাতত কুৰঙ্গনয়নীয়ে মনে মনে স্বৰ্গদেৱলৈ পঠালে। তাৰ পিছতে বাঘৰৰ পিছে পিছে ৰাজ-ঘৰলৈ গ'ল। তামুলী-পীৰাত তলচা পাৰি বহুৱাই পিঠা-পৰমান্ন, দৈ-চিৰা, সান্দহ-হুৰুম, গুৰ-গাখীৰ মাইহাং সজাই খাবলৈ দিলে। তাতে ৰাইজে আহি বিহু বুলি সেৱা কৰি কাপোৰ-কানি, বয়-বস্তু উপহাৰ দিলে। অতেক মান-সৎকাৰ লাভ কৰি বাঘৰ আনন্দত আপ্লুত হ'ল।

এনেতে কেকেৰু কলিতা ভেশছন ধৰি আহি ভিতৰ সোমাই আই-কুঁৱৰীৰ লগত কথা পাতি থাকোঁতেই বাঘৰে দেখিলে।

'তুমি যে বিহু-জলপান খুৱাই, বিহুৱান দিছা, এইটো কোন?'

'এইটো মোৰ তোলনীয়া লৰা, সৰুতে কিনি লৈছিলোঁ।' ভগা ৰজাই কাটিব খুজিছিল, পলাই গৈ ভাটীত আছিল। এতিয়া ৰজা ভগাৰ বাতৰি পাই চাপি আহিছে।

জেনেহলে ইয়াক মোৰ ঘৰৰ ভিতৰতে ৰাখা। বিশ্বাসী কাৰ্য্যত লগাবা।

ভাল। ল'ৰাটো বেছ্ টেঙৰ, সকলো কামতে পাকৈত।

ভিতৰ-বিশ্বাসৰ সকলো মানুহ গৈ মেচাগড়ৰ জোকতলী পথাৰত সমবেত হৈ ভেৰ পৰমান ৰাতি টোকোনৰ গিৰিপনিৰ লগত চেকনিৰ কোব নিলাই 'প্ৰজা ঐ জবৌ বৌৰা', 'অষ্টভূজে সপ্তভূজে, চৰ্তুভূজে বাঘে' বুলি মেটেকা পথাৰ কঁপাই আহি চেকনি-কোবোৰা ৰণুৰাৰ দল ৰংপুৰৰ বৰদুৱাৰৰ মুখ পালেহি। তেতিয়া বৰবৰুৱা চ'ৰাৰপৰা গৈ খাই-বৈ শুলেগৈ। হুচৰি দল গৈ বৰবৰুৱাৰ বহাঘৰৰ বাহিৰ চ'ৰা পালেগৈ। বাহিৰ চ'ৰাৰপৰা গৈ ভিতৰচ'ৰাত হুচৰি গাবলৈ ধৰিলে।

টোকোনৰ গিৰিপনি আৰু চেকনিৰ কোবত ৰাঘৰে সাৰ পাই সোধাত আইকুঁৱৰীয়ে ক'লে, 'শগুণমুৰিৰ গোবিন্দ গাওঁবুঢ়াৰ ভকতসকলে হুচৰি গাই আশীৰ্বাদ দিবলৈ আহিছে।' ৰাঘৰে বোলে, কি কৰা ভাল? আই-কুঁৱৰীয়ে এখন শৰাইত ৰূপ চাৰিশ, এখন শৰাইত কাপোৰ-গামোছা, দুখন শৰাইত তামোল-পাণ সজাই ৰাঘৰক ক'লে, 'ইয়াকে দি ভকতক সেৱা কৰঁাগৈ।' হাবিতলীয়া মৰাণৰ লগুৱা দুটাৰ হাতত শৰাই চাৰিখন দি ওলাই গ'ল। সিহঁতে দুৱাৰ মুখৰপৰা দহ হাতমান দূৰত কলপাত পাৰি শৰাই থৈ শৰাই-ঢকাৰে ঢাকি আঁতৰি আহিল। ৰাঘৰে হাতত দাখন লৈয়েই ওলাই আহিল।

কালৰাত্ৰি চমু চাপি আহিছে। ৰাঘৰৰ হাতৰপৰা দাখন নিজে লৈ কুৰঙ্গনয়নীয়ে ৰাঘৰক মৰমসনা মাতেৰে ক'লে, 'তুমি দেখিছোঁ তেনেই হোজা। হাতত দা লৈ ভকতক সেৱা কৰিবলৈ গলে, ভকতে বিষম বুজিব। গাওঁ-বুঢ়াসকলে দায় ধৰি গৰিহণা দিব।' ৰাঘৰে বোলে, 'ভাল কৈছা, ৰজাৰ জীয়ৰী, ৰজাৰ কুঁৱৰী, ভালেহে ইমান কথা জানা।'

ৰাঘৰে তামুলীচ'ৰাৰ দুৱাৰ মুখতে দুৱাৰখন পিঠিত লৈ তুতি-প্ৰাৰ্থনা গাবলৈ আৰম্ভ কৰিছিল। আইকুঁৱৰীয়ে ক'লে, 'আগ বাঢ়ি গৈ, ভকতে দেখাকৈ গোহাৰি জনোৱাগৈ।' ৰাঘৰে চোতালত সোঁ-ভৰিৰ আঁঠুত ভৰ দি বাওঁ-ভৰি দাঙি ভকত সকললৈ চাই তুতি-প্ৰাৰ্থনা কৰিবলৈ ধৰিলে। এনেতে কেকেৰু কলিতাই আইকুঁৱৰীক সঙ্কেত দি বুজালে। ৰাঘৰৰ দাৰেই কুৰঙ্গ-নয়নীয়ে গাৰ সমস্ত শক্তি প্ৰয়োগ কৰি সোঁ-ভৰিত ঘাপ মাৰিলে। উচাপ খাই উঠি ৰাঘৰ হামখুৰি খাই মাটিত পৰিল। ভিতৰত থকা এশ ভাৰ্য্যা ৰণচণ্ডী হৈ ওলাই আহি দাৰে খপিয়াই যাঠিৰে খুঁচি মাৰিলে। ৰাঘৰে প্ৰতিশোধ

পূৰণ কৰি কীৰ্ত্তিচন্দ্ৰক গঁচাই নচঁচা শূলত দিলে, এশ তিৰোতাক কাঢ়ি আনি অভিলাষ পূৰণ কৰিলে, মোহনমালাক সপুত্ৰ-বান্ধৱে বিশ্বাসঘাতকতা কৰি বিহ খুৱাই মাৰিলে আৰু অপৰিণামদৰ্শিতাৰ বাবেই নিজেও বিশ্বাস-ঘাতকতাৰ বলি হ'ল। লোভে পাপ, পাপে মৃত্যু। গুৰুৰ বচন এৰি বামুণীয়া ভকতৰ তিৰোতাৰে কামনাৰ জুইশিখা নিৰ্বাপিত কৰিবলৈ ৰবৰবত ঠাই দিয়াৰ পৰিণতি আটায়ে দেখিলে।

ৰংনাথৰ দ'লত থকা নাহৰখোৰাক কহনে-আপইতাই যাঠিৰে খুঁচিলে। খোঁচ খাই পলাই যাওঁতে হামখুৰি খাই পৰিল। খেদি যোৱা মানুহে কাটিলে। ৰণচণ্ডী বাধা হৰগৌৰী দ'লত আছিল। মানুহে গৈ খুঁচি মাৰিলে। ৰমা-কান্ত ধোন্দে সৰকি পলাই গ'ল। ঘনশ্যাম গোহাঁইকে মুখ্য কৰি মন্ত্ৰণা কৰা মানুহে গৈ ৰাতিয়েই স্বৰ্গদেৱক জয়দ'লৰপৰা মোকলাই আনি পৰতী নিশা নগৰ অধিকাৰ কৰিলে। সেইদিনা আছিল মঙলবাৰ; ঘটনাটোহে ঘটিল অমঙলীয়া হৈ।

ৰাজপাট পুনৰ অধিকাৰ কৰি লক্ষ্মীসিংহই নতুনকৈ সকলো বিষয়া নিয়োগ কৰিবলগীয়া হ'ল; কাৰণ, পূৰ্ব্বৰ অভিজ্ঞ, বয়সস্থ বিষয়া চাম মোৱা-মৰীয়া বিদ্ৰোহীৰ হাতত নিধন হ'ল। ৰজাই ভদ্ৰসেনক ৰবৰুৱা, বাই-লুঙক বৰগোহাঁই, ঘনশ্যামক বুঢ়াগোহাঁই, মৰাণক বৰপাত্ৰ গোহাঁই পাতিলে। কেকেৰু কলিতাক ভঁৰালী বৰুৱাৰ বিষয় দিলে। ৰজা বন্দী হৈ থকা কালত আপাহ পাই পিজলি লিগিৰাক খনিকৰ বৰুৱা, কাম লিগিৰাক তিপমীয়া ফুকন, লাখৰ লিগিৰাক শেনচোৱা বৰুৱা পাতিলে। সোণাই তামুলী লিগিৰীক সাজ-কাপোৰেৰে বঁটা দিলে। শূলপাণি বেজ বেজ-বৰুৱা হ'ল, পূজাৰী বিশ্বনাথ শৰ্মাক ব্ৰহ্মোত্তৰ মাটি দি থাপিলে।

উৰিয়াৰ্ ঘৰৰ বিশ্বনাথ শৰ্মা। স্বৰ্গদেৱৰ পূজাৰী আছিল। ৰজাই শিৱ-পূজা কৰিবৰ সময়ত পৰিচাৰক হিচাপে সহায়ো কৰে। কাৰেঙত থাকোঁতে ৰজাই নিজৰ কোঠাৰ ভিতৰতে নিতৌ শিৱপূজা কৰে। জয়দ'লত থাকোঁতেও শিৱলিঙ্গটি লগত ৰাখিছিল। বিশ্বনাথে আৰৈ চাউল, ফুল, বেলপাত, দুবৰি, চন্দন যতাই দিয়ে; তাৰেই ৰজাই নিতৌ পূজা দিয়ে। পূজাৰ অন্তত সদাযেই ভাগ্যক ধিযাই চকুপানী টোকে। এদিন ৰাতি এপৰমান সময় কান্দি কান্দি ক্লান্ত হৈ শুই পৰিল। স্বৰ্গদেৱে স্বপ্নত দেখিলে, এক জঁটাধাৰী সন্যাসী, লগত সন্যাসিনীক লৈ তেওঁলৈ চাই আছে। তেওঁ নিৰ্বাক নিস্পন্দ হৈ হাত-জোৰ কৰিলত, সন্যাসিনীয়ে ক'লে, 'অতদিন মই ৰাজ্য ৰক্ষা কৰি আছিলোঁ। এতিয়া মই মন্দ হলোঁ। বাপেৰে

সেখোন বান্ধিব নোৱাৰিলে।' এই কথা শুনি সন্যাসীয়ে সন্যাসিনীৰ হাতত ধৰি ৰজাক সহায় কৰিবলৈ খাটনি ধৰিলে। সন্যাসিনী সন্তুষ্ট হ'ল আৰু গোসাঁনী ৰূপ ধৰি অন্তৰ্দ্ধান হ'ল। পিছদিনা পুৱা ৰজাই বিশ্বনাথ শৰ্মা আৰু শূলপাণি বেজক সপোনৰ কথা বিবৰি ক'লে। শূলপাণিয়ে গোসাঁনীৰ হৈ এভাগি পূজা আগ বঢ়াবলৈ পৰ্বতীয়া গোসাঁইলৈ জনাই পঠালে। স্বৰ্গদেৱে তেতিয়াই কৈছিল, 'ঈশ্বৰ-ঈশ্বৰীয়ে অনুগ্ৰহ কৰিলে, বিশ্বনাথৰ কথা মনত পেলাই দিবা। এই ব্ৰাহ্মণৰপৰা বহুত উপকাৰ পাইছোঁ।

লক্ষ্মীসিংহ যথাৰ্থতে মৃদুভাষী, দয়ালু আৰু বিবেচক আছিল। কিন্তু ঘনশ্যাম বুঢ়াগোহাঁইহে কঢ়ামুঠীয়া বিষয়া আছিল। ৰজাক ৰাজপাটত বহুৱাই পিছদিনাই বিদ্ৰোহৰ মূল প্ৰৰোচক বুলি থিৱাং কৰি ৰংপুৰৰপৰা বিজুলী সঞ্চাৰে গৈ খুটিয়াপোতাৰপৰা সপ্তভূজ-অষ্টভূজ দুয়োকে আনি ন-দুৱাৰৰ মুখৰ হাতীশালত বন্দী কৰি থৈ পোনপটীয়া ৰাজদ্ৰোহ অপৰাধত প্ৰাণদণ্ড দিলে। ৰাজদ্ৰোহ অপৰাধ সংঘটিত হৈছিল বুলি গোসাঁয়ে ৰাজচ'ৰাত স্বীকাৰো কৰিছিল।

সংক্ৰান্তিৰ দিনা ৰাঘৱক হত্যা কৰি স্বৰ্গদেৱক ৰাজপাটত বহুৱালে। মানুহ বিহুৰ দিনা ঘনশ্যাম বুঢ়াগোহাঁই হাতীৰে খুটিয়াপোতালৈ গৈ সপ্ত-ভূজ-অষ্টভূজক ধৰি দিনৰ এপৰ থকাত উজাই আহি আবেলি ৰংপুৰ পালেহি। সেইদিনাই দুয়োজনাকে ন-দুৱাৰৰ মুখৰ খলাতে অস্ত্ৰাঘাত কৰিলে।

কথা বুলিলে বতাহ। ৰাঘৱ আৰু আন আন মোৱামৰা ভকতক বধ কৰি ৰংপুৰ অধিকাৰ কৰাৰ বাতৰি গৈ শগুণমুৰি পালেগৈ। ৰাঘৱক মাৰি সপ্তভূজক ৰজা পাতিবলৈ সষ্টম হোৱা গোবিন্দ গাওঁবুঢ়াৰ ৰণুৱাসকলে বহাগৰ চাৰিদিনৰ দিনা ৰজাৰ সৈন্যদলক আক্ৰমণ কৰিলে। নোমল, গোবিন্দ, আউনীপতীয়া, শম্ভু, বিষ্টু, লেফেৰা, পৰমানন্দ, সৰুশ্ৰীপতি, ৰৰশ্ৰী-পতি, শঙ্কৰ, ৰঙাই, কলিযুগীয়া, ফেটাই, হুৰাই আৰু লহকৰ গাওঁবুঢ়া গোট খাই নোমলক থিতাদহে ৰজা, গোবিন্দক বৰবৰুৱা আৰু কিছু-মানক বিষয়া পাতি ললে আৰু নামৰূপত থকা সোণ-ৰূপৰ ভঁৰাল ভাঙি পাৰ্য্যমানে সোণ-ৰূপ, তাম-পিতল লৈ কাকপথাৰৰ পিনে উজাই গ'ল। ৰণত বৰপাত্ৰ গোহাঁই আৰু ঢেকিয়াল ফুকন সমন্বিতে বহুতো সৈন্য মৰিল। চেকনি-কোবোৱা ৰণুৱাদল ৰাজধানী অভিমুখে আগ বাঢ়িবলৈ ধৰিলে। বৰবৰুৱাই স্বৰ্গদেৱক জনোৱাত ৰাজধানীত বাৰুকৈয়ে উহ-মিহ লাগিল। ডাঙৰীয়া তিনিজনাই নিজে পৰ দি ৰংপুৰৰ তিনিওখন দুৱাৰত সাতঘৰীয়া আহোমৰপৰা বাছি বাছি ডেকা আনি প্ৰতিখন দুৱাৰত চাৰিকুৰিকৈ ৰখীয়া

দি সুবাৰতো ভাত-পানী যোগাইছিল। এধাৰ সাপে খালে লেজুলৈকো ভয়।'

স্বৰ্গদেৱে পিছদিনাই ৰবৰুৱা আৰু বুঢ়াগোহাঁইক সেনাপতি পাতি লগত দুশমান অশ্বাৰোহী মণিপুৰী সৈন্য দি ৰবৰুৱা আলিয়েদি ৰণলৈ পাচিলে। ৰংপুৰৰপৰা দহমাইলমান উত্তৰে থাওবাত দুয়োদল মুখামুখি হ'ল। অশ্বাৰোহী সৈন্যৰ সম্মুখত টাকোনধাৰী ৰণুৱা থাওবাত থাওবিব নোৱাৰিলে; বিভঙ্গে পলাল। ৰণ-জয়ৰ বাৰ্তা পাই নগৰত চাৰিওপিনে হিলৈ পাতি হিলৈ জাঁই কৰি ঢোল-খোল বজাই আনন্দ-উৎসৱ কৰিলে। চেকনি-কোবোৱা ৰণুৱাৰ সেনাপতি গোবিন্দ গাওঁবুঢ়া দিহিং পালেগৈ। চহৰীয়া মানুহে ধৰি আনি ৰজাত শোধালেহি। ৰাজদ্ৰোহ আৰু যুদ্ধ-ঘোষণা কৰা অপৰাধত প্ৰাণদণ্ড হ'ল।

মোৱামৰীয়াই ৰাজ্য অধিকাৰ কৰি কুণ্ডিলত নতুনকৈ নগৰ প্ৰতিষ্ঠা কৰিবৰ বাবে ৰজাধৰীয়া মানুহ কেইহাজাৰমান ধৰি নিয়োগ কৰিছিল। তাত কাম কৰি থাকোঁতেই লক্ষ্মীসিংহই ৰাজপাট পুনৰ অধিকাৰ কৰাৰ বাতৰি পাই মৰাণৰ নেতা লেকেৰা, পৰমানন্দ, ওভোনুমীয়া, টঙনাৰাম ইহঁতে কুণ্ডিলত বাহৰ সাজি থকা মানুহকে আক্ৰমণ কৰি বহুতক কাটিলে। এই বাতৰি শুনি স্বৰ্গদেৱে ৰবৰুৱাক লগত সৈন্য-সামন্ত দি ৰণলৈ পাচিলে। শদিয়াতে ৰণ লাগিল। পৰমানন্দ আৰু লেকেৰা ৰণত পৰিল। ৰবৰুৱাই ঠাই বুজি কোঠ মাৰি হোলোংগুৰি গাওঁ অধিকাৰ কৰিলে। হোলোংগুৰিৰ মৰাণ মানুহখিনিক ঘৰোৱাহীকৈ তুলি নি ৰংদৈ চোঙত পাতিলেগৈ। সৰুচকৰী বৰচকৰী (চকৰীটিং) গাওঁ অধিকাৰ কৰিলে। মানুহ-দুনুহ ঘৰ এৰি পলাল। তাতে ওভোতানুমীয়াক পাই ধৰি আনিলে। ৰজাৰ ভঁৰাল ভাঙি নিয়া ধন-সোণ আৰু মৰাণ মানুহৰ গাওঁ ভাঙি পোৱা বয়-বস্তু আনি ৰজাক ভেটিলে। ওভোতানুমীয়াকো ৰজাৰ আগত পেলালেহি । টঙনাৰাম সাৰিল।

ভিতৰ-মেল বহিল। স্বৰ্গদেৱে ডাঙৰীয়া তিনিজনাক একেলগে বহুৱাই লৈ পৰামৰ্শ বিচাৰিলে, 'মোৱামৰীয়াই যি কৰিলে, ডাঙৰীয়াসকলে দেখিছে, শুনিছে। তথাপি মোৰ দেশৰেই প্ৰজা বুলি প্ৰধান দ্ৰোহীবোৰক মাৰি বাকী সকলোকে ক্ষমা কৰিলোঁ। এতিয়া, এশবাৰ গাখীৰেৰে ধুলেও সি বগা নহয়। চল পাই আকৌ মূৰ দাঙি উঠি উজনিত অনেক মানুহ মাৰিলে; আগলৈকো ছিদ্ৰ পালেই অপকাৰ নকৰিব বুলি কব নোৱাৰি। এতেকে মোৱামৰীয়াকনো কি কি কৰা উচিত?'

বিদ্ৰোহৰ আৰম্ভণিতে ৰৰবৰুৱাৰ টেকেলা মনচোকাই আহি যেতিয়া ৰাধা-ৰুক্মিণীয়ে ৰণ পতাৰ বাতৰি ক'লেহি তেতিয়া স্বৰ্গদেৱে কীৰ্ত্তিচন্দ্ৰ ৰৰবৰুৱাক বিচাৰ কৰি চাই যথাবিহিত ব্যৱস্থা কৰিবলৈ আদেশ দিলে। ৰৰবৰুৱাই বিচাৰ কৰি বিদ্ৰোহী দলে ৰণৰ আয়োজন কৰাৰ প্ৰমাণ পাই ভিতৰুৱাল চুতীয়া-কাঁড়ী আৰু সৰুহিলৈদাৰী হাজাৰৰ দুজনক গা-মানুহে সৈতে ৰণলৈ পঠিয়াই টেকেলা বৰা বেজক সেনাপতি পাতিলে। বেজে গৈ বিদ্ৰোহী দলৰ লগত মুখামুখি হৈ কৈছিল, 'তহঁত সামান্য মানুহ, স্বৰ্গদেৱলৈ কিয় দা দাও? কি বুলি ৰণ পাত? এতিয়া স্বৰ্গদেৱে ভালে ৰাখিবনে?'

ৰাজদ্ৰোহ সবাতোকৈ ডাঙৰ অপৰাধ। প্ৰাণদণ্ডই সমুচিত শাস্তি। ডাঙৰীয়া তিনিজনাই জনালে, 'স্বৰ্গদেৱে যি আদেশ কৰে।' স্বৰ্গদেৱে জানিছিল, 'ইয়াক মাৰি-কাটিও সমূলে নিৰ্বীজ কৰিব নোৱাৰি।' গতিকে ৰাজ্যৰ য'ত য'ত তেতিয়াও বিদ্ৰোহী দলে জুম বান্ধি দা-টাঙোন লৈ সচেষ্ট হৈ আছিল, তেওঁবিলাকক ধৰি আনি শাস্তি বিহিলে। লক্ষ্মীসিংহই মাথোন ধৰা পৰা বিদ্ৰোহী নেতাসকলক শাস্তি দি সাধাৰণ প্ৰজাক 'মোৰ দেশৰে বন্দী-বেটা' বুলি এৰি দিছিল।

আঠ বছৰ কাল স্বৰ্গদেৱে কোনো উপদ্ৰৱ নোহোৱাকৈ ৰাজত্ব কৰি-লেও এইবেলি সোণৰ সফুঁৰাতে ঘূণে ধৰিলে। কেইবাজনো কোঁৱৰে কেতি-য়াবা মানুহ-দুনুহ চপাই, কেতিয়াবা তাপ মাৰি থকা মোৱামৰীয়াৰে যোত্ৰ হৈ বিদ্ৰোহ কৰি ৰাজপাট লাভ কৰিবলৈ কুৰুং-কাৰাং কৰিছিল।

জীৱনৰ শেহৰপিনে ঠাইসাৰী লিগিৰী এজনীয়ে ৰৰঘৰ সাৰি নিওঁতে কাপোৰৰ আচঁলত চাকিৰ শলাকানিৰপৰা জুই লাগিল। তাই উচাপ খাই কাপোৰখন এচাৰ মাৰি দিলে। কাপোৰ গৈ ৰৰঘৰৰ টুপৰ বানত পৰিলগৈ। দপ্‌দপ্‌কৈ জুই জ্বলি উঠিল। ৰজা গৈ কোঁৱৰালি কালত থকা বাহৰ-ঘৰত সোমালগৈ। পিছদিনা জুইলগা ৰৰঘৰৰ ভেটিৰ কাষতে সজা নতুন ঘৰলৈ আহিল। বুৰঞ্জী লেখকৰ মতে 'এই জুই অদ্ভুতৰ হেতু।' দেওধাই-বাই-লুঙে ভবিষ্যত-বাণী কৰিলে, 'ৰাজ্যত অপায়-অমঙ্গলৰ জুই জ্বলিব।' ইয়াৰ তিনি বছৰৰ পিছত মোৱামৰীয়া বিদ্ৰোহীয়ে গড়গাঁৱৰ দোলাকাষৰীয়া চ'ৰাত জুই দি যি দাবানল সৃষ্টি কৰিলে, সেই দাবানলত হেজাৰ-বিজাৰ ঘৰ, শত-সহস্ৰ গাওঁ জাহ গ'ল। ৰংপুৰ-গড়গাওঁ-গজপুৰ অঞ্চলৰ ঘন-বসতিপূৰ্ণ গাওঁবোৰ ছাই-মাটিত পৰিণত হ'ল।

# মোৱামৰীয়া বিদ্ৰোহ ঃ দুই

এই পৰ্ব অৱক্ষয়ৰ পৰ্ব। এই প্ৰচেষ্টা আত্মক্ষয়ৰ প্ৰচেষ্টা। এই যুগ গৃহ-কন্দলৰ যুগ। অসম বুৰঞ্জীৰ এই বাৰ বছৰীয়া যুগটোত যিবোৰ ঘটনা ঘটিল, সেইবোৰৰ পৰিণতি স্বৰূপেই ৰাজ্যখনৰ আধা মানুহ মৰিল। অজস্ৰ ধন-সম্পত্তি কেপ্তেইন ৱেলছে লুটি লৈ গ'ল। চক্ৰধ্বজসিংহ স্বৰ্গদেৱৰ দিনত এবাৰ অনাবৃষ্টি হৈ তাৰ পিছত প্ৰবল বানপানী হৈ আংশিক আকালৰ সৃষ্টি কৰিছিল কিন্তু দীঘলীয়া বিদ্ৰোহৰ পৰিণতি স্বৰূপে খেতি-খোলা কৰিব নোৱৰাত মহা আকালৰ সৃষ্টি হ'ল; কৃষক প্ৰজা অনাহাৰত মৰি উপান্ত হ'ল; একঠা চাউলৰ দাম এতোলা সোণ হ'ল। এই যুগটোতেই বৰজহনী ৰোগে দেখা দি কিমানজন মানুহৰ জীৱনৰ যৱনিকা পেলালে, তাৰ হিচাপ নাই। ভায়ে ভায়ে কটাকটি, মৰামৰি; অগ্নি-সংযোগ। সমগ্ৰ জাতিটোকে এই যুগটোত ঘূৰ্ণীয়া কৰি পেলালে; সামাজিক-সাংস্কৃতিক জীৱনৰ গতি স্থবিৰ হৈ পৰিল।

১৭০৫ শকৰ বহাগৰ চাৰিদিন। গাঁৱে-ভূঞে হুচৰিৰ পয়োভৰ। ঢোল-পেঁপা-গগনাৰ মাতত মুখৰিত বিহুতলী। গৌৰীনাথসিংহই গড়গাঁৱৰ কাৰে-ঙৰপৰা বৰকলা দুৱাৰেদি ওলাই দিখৌ নৈৰ নাজিৰাঘাট (বালিঘাট)লৈ গৈ নাওখেল আৰু মাছমৰা ৰং চাইছিল। তাতে ৰাতি হ'ল। তাৰপৰা ৰাতি গৈ বৰদুৱাৰেদি গড়গাওঁ নগৰ সোমাল। ৰজাৰ লগত ৰাতি জোৰ ধৰি যোৱা মানুহৰ লগতে আত্মগোপন কৰি, জোৰ ধৰি জনচাৰেক মোৱা-মৰীয়া বিদ্ৰোহীও সোমাল। সোমায়েই হাতৰ জোৰেৰেই দোলাকাষৰীয়া চ'ৰাত জুই দিলে। খন্তেকতে চ'তৰ বাৰখৰত শুকাই থকা সৰণখেৰৰ চালত জুই লাগি দপ্দপকৈ জ্বলি উঠিল। দোলাতে স্বৰ্গদেৱলৈ দাৰে ঘাপ মাৰিলে। দোলাকাষৰীয়া বৰুৱা লেফেৰা আৰু ঢেকিয়াল ফুকন দুয়োকে কাটিলে। নগৰৰ ভিতৰত হুলস্থুল লাগিল। ৰজাই সৰুকলী নামেৰে মাখুন্দী হাতী এজনী আনি পাছফালৰ বেৰ ভাঙি গৈ পুৰণি বৰঘৰত সোমালগৈ। দঁৰিকা দুৱাৰৰ ভিতৰত বহুতো মানুহ কাটিলে। ভয় খাই নগৰৰ মানুহ ভাগিল। দঁৰিকা দুৱাৰৰ বাহিৰলৈ ওলাই আহি মোৱামৰীয়াই বৰচ'ৰাত জুই দিলে, তাৰ পিছতে শিঙৰিঘৰ-হোলোংঘৰত জুই দি নগৰৰ ভিতৰৰ

আন আন ঘৰবোৰত ইটোৰ পিছত সিটোকৈ জুই লগাবলৈ ধৰিলে। গন্ধীয়া ভঁৰালত সংৰক্ষিত অজস্র পুঁথি-পাজি, বুৰঞ্জী, পিয়লৰ কাকত, বিচাৰৰ কাকত, নথি-পত্র ভস্মীভূত হ'ল।

ঘনশ্যাম বুঢ়াগোহাঁই ৰাজমন্ত্রী ভাওৰীয়াই পুতেক লড়ি গোহাঁইৰ মুখে অথন্তৰৰ বাতৰি পাই লগত বৰফুকনক লৈ খেদি আহিল। বৰদুৱাৰৰ মুখতে দুয়ো পক্ষৰ মাজত যাঠিৰে খোঁচা-খুঁচি লাগিল। উভয়ৰে দুই-চাৰি মানুহ পৰিল। বুঢ়াগোহাঁই - বৰফুকন দুয়োৰে মোৱামৰীয়াক খেদি নগৰলৈ সোমাই গৈ স্বৰ্গদেৱক বিচাৰি উলিয়ালে। স্বৰ্গদেৱে অনেক খেদ-বিষাদ কৰিলে। বৰবৰুৱা আহি ৰাতিয়েই পৰ-পালী নিবন্ধ কৰি মানুহৰ হতুৱাই জনাই দিয়ালে, 'স্বৰ্গদেও আছে, মানুহ নেভাগিব।'

গড়গাঁৱৰপৰা ওলাই গৈ মোৱামৰীয়াই মাদুৰিয়াল বৰগোহাঁই ভীষ্ম-নাৰায়ণৰ ঘৰ পুৰিলে। মিৰি সন্দিকৈৰ দিহিঙীয়া ফুকনে গড়গাঁৱত জুই দেখি খেদি আহোঁতে বাটতে মোৱামৰীয়াই কাটিলে। অলপ পিছতে কেন্দুগুৰীয়া বৰপাত্র গোহাঁইৰ ঘৰত জুই দিলে।

আদাবৰীয়া সন্দিকৈৰ শিৱৰাম (হেকেৰা) বৰবৰুৱা দিনক দিনে প্রতাপী হৈ উঠিছিল। অনেক সময়ত ৰজাৰ অনুমতি নোহোৱাকৈ স্বতন্ত্রে প্রৱৰ্ত্তি-ছিল। তদুপৰি পৰ্বতীয়া গোসাঁইৰ শিষ্য হবলৈ স্বৰ্গদেৱক জোৰ-পুৰ দি ধৰিছিল। নতুনকৈ ৰাজপাটত উঠা ৰজাই এইটো সমূলি ভাল নেপাইছিল। ৰজাই তেওঁক ভাঙিবলৈ চিন্তা কৰিছিল কিন্তু সুবিধা পোৱা নাছিল।

কিন্তু কাৰো দিন সমানে নেযায়। ভাগ্যৰ চকৰী ঘূৰিবই লাগিছে। বৰবৰুৱাই নাজিৰাৰ টংচু আলিৰ মূৰত পুখুৰী এটা খনাইছিল। কুৰি হাতমান দ হ'ল কিন্তু পানী নোলাল। তদুপৰি তাতে নিসন্ধি হৈ ধান গজি ৰোৱা যেন হ'ল। কোনোৱে কয় উখুৰা ধান গজিল। ৰংপুৰৰ বহাঘৰৰ আগ ফালে ঢাপত ৰোৱা জাতিবাঁহ এজোপা ফুলিল। ইটোৰ পিছত সিটোকৈ অমঙ্গলে দেখা দিবলৈ ধৰিলে। এদিন স্বৰ্গদেৱে মজিন্দাৰ বৰুৱাক পঠাই আদাবৰীয়া বৰবৰুৱাক কোৱালে, 'বৰবৰুৱাক, স্বৰ্গদেৱে পাঁচো পুতেকসহ আদাবাৰীৰ ঘৰলৈ যাবলৈ দিছে।' তেওঁৰে পুতেক চোলাধৰা ফুকন আৰু নেওগ ফুকনকো বিদায় দিলে। ১৭০৩ শকৰ ফাগুন মাহৰ সেই ৰাতিয়েই পুতেক কেইজনৰে সৈতে ঘোঁৰাত তুলি নি আদাবাৰীৰ ঘৰত থৈ আহিলগৈ। হেকেৰা বৰবৰুৱা দেহেৰে হেকেৰা

হলেও কামত থিয় আছিল। হঠাতে ৰজাই পদচ্যুত কৰাত ক্ষুব্ধ হোৱাটো স্বাভাৱিক। মোৱামৰীয়াই যেতিয়া গড়গাঁৱত জুই দিয়ে, তেতিয়া ভগা ৰবৰুৱাৰ পুতেকহঁতো যোগ আছিল বুলি কথা ওলাইছিল।

গড়গাঁৱৰপৰা খেদা খাই মোৱামৰীয়া বিদ্ৰোহীদল ৰংপুৰলৈ চাপলি মেলিলে। বৰ্গীদ'লৰ ওচৰৰ বাঁহগড়ৰ পানীচকী বাটেদি দিখৌ পাৰ হৈ ৰৰ আলিয়েদি গৈ ৰংপুৰ নগৰৰ ৰবদুৱাৰ পালেগৈ। ৰবদুৱাৰৰ দুৱৰীক ক'লে, "গড়গাঁৱৰ বাহৰত জুই লাগিল। স্বৰ্গদেও পাত্ৰমন্ত্ৰী সমন্বিতে আহি পাইছেহি, দুৱাৰ মেলি দে।' কূটমনিয়াৰ দুৱৰীয়ে দুৱাৰ মেলি নিদি ভিতৰুৱাল ফুকনক সুধিবলৈ গ'ল। এনেতে দুৱাৰ কাটি মোৱামৰীয়া সোমাই সেই ৰাতি ৰংপুৰ নগৰৰ ভিতৰতে থাকিল। নগৰৰ বা-বিষয়া হয় বন্দী হ'ল, নহয় পলাল নতুবা কাটিলে।

ৰাতি পুৱাল। দূৰৰ গাৱঁত তেতিয়াও হুচৰিৰ ঢোলৰ মাত। ৰাতি-পুৱাৰ ৰঙা ৰ'দৰ লগত মিলাই মোৱামৰীয়াই গৌৰীবল্লভ দ'লৰ ওচৰত থকা পছুমৰীয়া ন-গোসাঁইৰ ঘৰত জুই দিলে। তাৰ পিছত লানমাখৰু চেতিয়াৰ ভিতৰুৱাল ফুকনৰ ঘৰত জুই লগাই খন্তেকতে হৰনাথ বৰফুক-নৰ ঘৰৰ চালত জুই দিলে। ৰাতিপুৱাই ৰংপুৰ নগৰত দপ্‌দপকৈ জুই জ্বলি আকাশ ছুলেগৈ।

এইবেলি পৰ্বতীয়া গোসাঁই সাৰিব নোৱাৰিলে। জয়সাগৰ পুখুৰী-পাৰৰ ঘৰতে ধৰি অনেক দুৰ্বচন বুলিলে; দুৰ্ব্যৱহাৰো কৰিলে। তেতিয়াও ব্ৰাহ্মণ্য শক্তিত অটুট থকা বুলি ভবা পৰ্বতীয়া গোসাঁয়ে শাপ দি ভস্ম কৰিবলৈ উদ্যত হৈ ক'লে, 'মোৱামৰীয়া অল্পতে নষ্ট হ'ব।'

ৰজাঘৰীয়া মানুহৰ বিভ্ৰান্তি সৃষ্টি কৰিবলৈ নগৰৰ বাটে বাটে মানুহে আটাহ পাৰি কৈ ফুৰে, 'ৰাইজ নেভাগিব। ওপৰ চাৰিঙীয়া ৰজাই ৰজা, আদাবৰীয়া ভগা ৰবৰুৱাই ৰবৰুৱা হ'ল।' তথাপি নগৰীয়া কাষৰ-গাঁৱলীয়া মানুহৰ মাজত খলি-বলি মাৰ নগ'ল।

মোৱামৰীয়া বিদ্ৰোহীদলত সকলো মানুহ আছিল। বোধকৰোঁ, আহোম-মৰাণেই সৰহ। চিৰী-চেহেৰাৰপৰা কোন মোৱামৰীয়া ধৰা টান। বুঢ়াগোহাঁইপৰীয়া মোৱামৰীয়া এটি গড়গাঁৱৰ দুৱাৰমুখতে খোঁচ খাই পৰি আছিল। তাকে ধৰি আনি জেৰা কৰোঁতে সি বিদ্ৰোহৰ সকলো কথা কৈ দিলে। জানি বুজি স্বৰ্গদেৱে ঘনশ্যাম বুঢ়াগোহাঁইক মুখ্য কৰি ডা-ডাঙৰীয়াসকলক ৰণলৈ পঠালে। চটাই আলিৰ মূৰৰপৰা চহৰীয়া মানু-

হেও যোগ দিলে। এদল উৰণৰ চকীয়েদি পাৰ হ'ল। এদল পানীচকী-য়েদি পাৰ হৈ মেটেকাৰ ৰংপুৰলৈ আগ বাঢ়িল। বৰফুকন গৈ যোঁৰাশালৰ ওচৰ পাওঁতে দুজন মোৱামৰীয়াই খেদি আহিল। সেইদিনিতে বৰফুকন দমকা খাই ৰ'ল কিন্তু লগত যোৱা নগঞা বাৰুৱতীয়ে দুয়োজনকে কাটিলে।

বুঢ়াগোহাঁইৰ সৈন্যদল বৰদুৱাৰৰ নঙলামুখ পাওঁতে আন এজনে যোঁৰাত উঠি আৰু দুজনে মাটিয়েদি খেদি আহিল। বুঢ়াগোহাঁইৰ লগৰ মানুহে এজনক খুঁচি মাৰিলে। ইজন দৌৰ মাৰি সাৰি গৈ নগৰ সোমাই বাতৰি দিলেগৈ। পানীদুৱাৰ আৰু বৰদুৱাৰৰ মুখত বৰফুকন আৰু বুঢ়াগোহাঁইৰ সৈন্যদল সংগ্ৰম হেন জানি ন-দুৱাৰেদি মোৱামৰীয়া বিদ্ৰোহী ওলাই গ'ল।

সেইদিনা সাজ লাগি ভগাৰ পিছতে নগৰ অধিকাৰ কৰিলে। লগে লগে যোঁৰা-চেৰাৰী চিপাহী গৈ বৰবৰুৱাক বাতৰি দিলেগৈ। ৰাতি ডেৰ-পৰ হওঁতে শিৱনাথ বৰবৰুৱাই চ'ৰাত বহি স্বৰ্গদেৱক জনালে, মিৰি সন্দি-কৈৰ দিহিঙীয়া ফুকন, ন্যায়সোধা ফুকন দুয়োজন ৰণত পৰিল। দুয়োৰে উপযুক্ত পুতেক আছে, তেওঁবিলাককে বিষয়-বাব দিব লাগে।' বৰবৰুৱাৰ পৰামৰ্শ মানি স্বৰ্গদেৱে টেকেলা বৰা পঠাই দুয়োৰে পুতেকক বিষয়-বাব দিলে।

পিছদিনা স্বৰ্গদেও গড়গাঁৱৰপৰা ৰংপুৰলৈ আহিল। সেইদিনা থান-থিত লৈ পিছদিনা ৰাতিপুৱাই ডাঙৰীয়া তিনিজনা, বৰবৰুৱা, বৰফুকন আৰু চ'ৰাৰ ছয় ফুকন আৰু বাৰ ৰাজখোৱাক ভিতৰ-মেললৈ মতাই আনি আলোচনা কৰি ক'লে, 'মোৱামৰীয়াই ইমান পৰাভৱ কৰিলে। পূৰ্বতো মৰাণে অকাৰ্য্য কৰি থৈছে। এতেকে বঢ়াই থবলৈ ভাল নহয়। সপুত্ৰে-বান্ধৱে হানি কৰিব লাগে।' সকলোৱে ৰজাৰ কথাতে হয়ভৰ দিলে। পিছত বৰচ'ৰাত সকলো বিষয়াকে মোৱামৰীয়া নিধন কৰিবলৈ আদেশ দিলে। দোলাকাষৰীয়া বৰা, দা-ধৰা বৰা আৰু টেকেলা বৰাক পঠিয়াই গাঁৱে-ভূঞে এই আদেশ জনাই দিলে। আৰম্ভ হ'ল মোৱামৰীয়া ধ্বংসৰ অভিযান।

'য'তে যেয়ে পায় ধৰি সপুত্ৰে-বান্ধৱে মাৰক' এই মুকলি আদেশ যথাৰ্থতে কাল হ'ল। মৰাণ, মটক, কছাৰী, কৈৱৰ্ত্ত, চুতীয়া, কোচৰ কথা বাদেই আহোমৰ নিজৰ ভিতৰতে কটাকাটি আৰম্ভ হ'ল। কাৰণ, এক

বংশ, খেল-মেলৰ ভিতৰতে মোৱামৰীয়া আৰু অ-মোৱামৰীয়া আছিল। গৃহকন্দল আৰম্ভ হ'ল। আৰম্ভ হ'ল আত্মক্ষয়ৰ গৰাখহনীয়া। সৃষ্টি হ'ল, সন্দেহ, সন্ত্রাস আৰু উন্মাদনা। এই উন্মাদনাৰ সীমা নাই, এই উন্মাদনাৰ মাত্রা নাই। ধৰ্মৰ ধাৰণাৰ নামত সৃষ্টি হোৱা এই উন্মাদনাই মানৱতাৰ ভেটি উচ্ছন্ন কৰি জাতিটোৰ অৱক্ষয়ৰ বাট মুকলি কৰিলে।

ৰজাৰ আদেশ শুনি অনেক মোৱামৰীয়া ৰাজ্যৰপৰা আঁতৰি কছাৰী, জয়ন্তা ৰাজ্য পালেগৈ। সৰহভাগ পোনতে ৰৰভেটিৰ ওচৰত গোট খাই লুইত পাৰ হৈ লক্ষীমপুৰ সোমালেগৈ। তাৰপৰা গৈ সুবিধা বুজি ডফলা আৰু ভোটান পৰ্বতত আশ্রয় ল'লেগৈ। বহুৰচেৰেক মোৱামৰীয়া নিতাল মাৰি থাকিল।

মোৱামৰীয়া সৈন্যদল গোসাঁই-মহন্তৰ আচৰণত ক্ষুব্ধ হৈ গড়মূৰৰ বৰসত্র, আউনীআটি, দক্ষিণপাটকে ধৰি মাজুলীৰ সত্রসমূহ জুই দি পুৰি ভকত-বৈষ্ণৱক কাটি ব্রহ্মপুত্র পাৰ হৈ দিখৌমুখ পালেহি। মাজুলীৰ সৰু গড়মূৰীয়া সত্র ৰাছিল; কাৰণ, মোৱামৰীয়াক নাৱেৰে পাৰ কৰি দি সহায় কৰিছিল।

লক্ষ্মীসিংহৰ দিনত কাকপথাৰৰ ওচৰৰ হোলোংগুৰিৰপৰা বহুতো মোৱামৰীয়া তুলি নি কঁকিলামুখৰ পূবে গজপুৰৰ ৰংদৈচোঙত মৰোৱাহীকৈ পাতিছিল। বহুৰচেৰেক টলকা মাৰি থাকি উত্তৰপৰীয়া মোৱামৰীয়াৰ উত্থানৰ বাতৰি পাই তেওঁবিলাকেও ৰণৰ আয়োজন কৰিলে। এই বাতৰি পাই স্বৰ্গদেৱে নেওগ ফুকনক লগত যুতকীয়া বৰুৱা আৰু মই বৰুৱাৰে সৈতে দুহেজাৰ মানুহ গড়মূৰলৈ পঠিয়ালে।

গড়মূৰৰ গোসাঁই আৰু দক্ষিণপাটৰ গোসাঁই আত্মৰক্ষা কৰি ৰংপুৰলৈ আহিল। অসংখ্য ভকতে প্ৰাণ দিলে।

ৰাণী, লুকী, টোপাকুচীয়া আদি ৰজা-পোৱালিয়ে বহুতো সৈন্য ৰণলৈ পঠিয়ালে। মাজুলীৰ পহুমৰাত থাকোঁতেই তাতে ধৰি বহুতো কাটিলে।

ৰংদৈচোঙৰ মৰাণৰ লগত যুঁজিবলৈ পঠোৱা লগৰ মানুহে সৈতে ৰণত পৰিল—মই বৰুৱা আৰু যুতকীয়া বৰুৱা।

পূৰ্ণানন্দ বুঢ়াগোহাঁয়ে নিজে দিখৌমুখত কোঁঠ দি লগত ললে ৰং-পুৰীয়া ডেকাফুকন, গাঁঠলু মেধি নাওবৈচা ফুকনক। আন এদলে থাৰ-খুৰীয়া ফুকন, দুলীয়া বৰুৱা, চোলাধৰা ফুকন, গজাই কাঠকটীয়া বৰুৱা,

বামনাথ, ভোমাই ডেকা, বকতিয়ালৰ বৰুসাতোলাক লৈ গৌৰীসাগৰত কোঁঠ দি ৰ'ল। দিখৌমুখত মোৱামৰীয়াই বুঢ়াগোহাঁইক পৰাস্ত কৰিলে। চোলা-চুৰিয়া মাত্র গাত লৈ কোঁঠৰ সকলো বস্তু এৰি আহিল।

গৌৰীনাথসিংহই যি পীতাম্বৰ মহন্তক বিচাৰি আনি অধিকাৰ পাতি দিছিল, সেই পীতাম্বৰকে লগত লৈ মোৱামৰীয়া সৈন্যৰ উৎসাহ দুগুণে বাঢ়িল। গড়মূৰ, পহুমৰা, দিখৌমুখত ৰজাঘৰীয়া কোঁঠ ভাঙি, ৰণত খটু-ৱাই পূর্ণবেগে ৰংপুৰলৈ উজাবলৈ ধৰিলে।

শগুণমূৰি পথাৰত ৰণ হ'ল। সেই ৰণত দুয়োপক্ষৰে মানুহ মৰিল। ডেকা কুকন আৰু বগাই টেকেলা নেওগ মৰিল। সৈন্যদল হুঁহকি আহি গৌৰীসাগৰ পালেহি। দিখৌমুখৰপৰা গৌৰীসাগৰলৈকে এইছোৱাৰ সকলো গাওঁ জুই দি পুৰি উজাই আহি ভটীয়াপাৰ পালেহি। মগলো পুখুৰীৰ পাৰত দোলাকাষৰীয়া বৰুৱা লেফেৰাই কোঁঠ দি আছিল, তেঁৱো কোঁঠ তুলিবলৈ তৎ নেপালে।

পুহ-মাহ। যন কুৱলী ভাঙি লেলিহান জুইৰ শিখাই ওৰে ৰাতি আকাশ চুবলৈ আগ বাঢ়িল। পিছদিনা নিচেই পুৱাৰেপৰা গৌৰীসাগৰ, নামডাং, ভটীযাপাৰ, মঠাডাং. ৰূপহী, চিৰাখুন্দা, আইলামুখ, খনাখোকোৰা কালুগাওঁ, মগবাহাট আদি ভৰা গাওঁ চকুৰ পচাৰতে জুয়ে সাৰটি ললে। নতুন ধানৰ ভঁৰালৰ লখিমী পলাল। মাঘ বিহুলৈ খুন্দা চিৰা-পিঠা জুইত জাহ গ'ল। মোৱামৰীয়াৰ এই ৰুদ্রমূর্ত্তি দেখি ৰজা-প্রজা উভয়ৰে বুকু কঁপিবলৈ ধৰিলে। কৃষক প্রজাৰ আশাৰ ধান মুঠি জুযে খালে। গাওঁ এৰি মানুহ হাবিত সোমালগৈ। অনাহাৰে-অনিদ্রাই চকুপানী টুকি টুকি শাও দিবলৈ ধৰিলে।

চলাজনা স্বৰ্গদেও লক্ষ্মীসিংহৰ দিনতে পহুমৰীয়া ন-গোসাঁই ৰাজ-গুৰু হৈ বহুত ওপৰলৈ উঠিছিল। ৰমানন্দ আচার্য্যৰ পুতেক তিনিজন গঙ্গা-বল্লভ, গঙ্গাধৰ আৰু গঙ্গেশ্বৰ আৰু ওপৰলৈ উঠিছিল। গঙ্গাবল্লভে ৰং-পুৰৰ গৌৰীবল্লভ দেৱালয়, গঙ্গাধৰে গুৱাহাটীৰ বাণেশ্বৰ দেৱালয়, গঙ্গেশ্বৰে উমানন্দৰ চন্দ্রশেখৰ দেৱালয়, আৰু অলেখ ধন-সম্পত্তি লাভ কৰি সকলো গোসাঁইতকৈ শ্রেষ্ঠ প্রতিপন্ন কৰিবলৈ যত্ন কৰিছিল। কামাখ্যা মন্দিৰৰ আচাৰ্য্য পৰ্বতীয়া গোসাঁইৰ সমকক্ষ হবলৈ শদিয়াৰ কেঁচাইখাঁতী তাম্রেশ্বৰী মন্দিৰৰ আচার্য্য পদ ৰাজ-আজ্ঞাৰে লাভ কৰিছিল। গঙ্গাধৰ গোসাঁইৰ পৰামৰ্শক্রমে গৌৰীনাথসিংহই পৰ্বতীয়া গোসাঁইক জয়সাগৰৰ পাৰৰপৰা

খেদিলে। মুকলিমূৰীয়া ৰামৰুদ্ৰ গোসাঁয়েও পছমৰীয়া গোঁসাইৰ আতিশয্যত ৰ'ব নোৱাৰি ভাটীলৈ ভটীয়াই গ'ল। এনেয়ে মোৱামৰীয়া অসন্তুষ্ট, তাতে পৰ্বতীয়া-মুকলিমূৰীয়াৰ শিষ্যও বিতুষ্ট হৈ ৰজাঘৰৰ গোপন বিদ্ৰোহী হৈ পৰিল। এই তিনিওৰৰ ৰজদেশৰপৰা অসমলৈ আহিছিল। মুকলি-মূৰীয়াৰ ঘৰ প্ৰতাপসিংহৰ দিনত, পৰ্বতীয়াৰ ঘৰ ৰুদ্ৰসিংহৰ দিনত আৰু পছমৰীয়াৰ ঘৰ মাত্ৰ এপুৰুষ আগতে আহি ধৰ্মৰ ধাৰণাৰে ভিতৰুৱা ৰাজনীতিৰ ৰাঘজৰী টানিছিল।

মোৱামৰীয়া বিদ্ৰোহী নৌটা কুপাই ৰাহত সোমাই আছিল যদিও আচলতে নিষ্ক্ৰিয় হৈ থকা নাছিল, পৰৱৰ্তী পৰ্য্যায়ৰ বাবেহে প্ৰস্তুতি চলাইছিল। তথাপি স্বৰ্গদেৱে দিনচেৰেক আজৰি পাই লুইতত অশোকা-ষ্টমীৰ স্নান কৰিবলৈ সোণাৰি নৈত ৰাহৰ কৰিবলৈ আদেশ কৰিলে। বিধিমতে স্নান কৰিলে মন্ত্ৰ-পাঠ কৰি।

ব্ৰহ্মপুত্ৰ মহাবাহু শান্তনুকুলনন্দন,<br>
অমোঘগৰ্ভসম্ভূতা লৌহিত্য পাপ মে হৰ।

অশোকাষ্টমীৰ পিছদিনাই সন্দিকৈৰ চোলাধৰা ফুকন গেন্ধেলাক বৰফুকন (কলীয়াভোমোৰা) পাতিলে আৰু স্বৰ্গদেৱৰ মোমায়েক ভদৰিক চোলাধৰা ফুকন পাতিলে। সেই ৰাহৰৰপৰাই নাৱেৰে পাৰ হৈ মাজুলীত সোমাই দক্ষিণপাট সত্ৰলৈ গৈছিল। পছমৰীয়া ন-গোসাঁইৰ ঘৰলৈকো গৈছিল। ন-গোসাঁইৰ পুতেকে ৰজাক 'পদ্মাৱতীহৰণ' ভাওনা দেখুৱাই বঁটা-প্ৰসাদ লাভ কৰিলে। পিছে ভাওনা চাই থাকোঁতেই বৰবৰুৱাৰ টেকেলা ৰৰাই গৈ স্বৰ্গদেৱক জনালে, 'উজনিৰ হাতীচুঙ্গি মৰাণে বদল গাওঁবুঢ়াক সেনা-পতি পাতি ৰণ উলিয়াইছে।' ৰজাই ততালিকে দুৱৰাৰ ঘৰৰ ন-ফুকনক গা-মানুহ লগত দি ৰণলৈ পঠিয়ালে। ফুকনে কৌশলেৰে সেনাপতি বদল আৰু সহযোগী চৰালক বন্দী কৰি আনিলে। উজনিৰ বিদ্ৰোহ শাম কাটিলে।

১৭০৭ শকৰ খৰালি। মাছ-পহু মাৰি ৰং কৰিবৰ বতৰ। স্বৰ্গদেৱে গড়মূৰত ৰাহৰ কৰি মাজুলীত চিকাৰ কৰিবৰ মন কৰিলে। বৰবৰুৱাই কলীৰাম ৰৰাক পঠিয়াই গড়মূৰত ৰাহৰ সজালে। ফাগুন মাহৰ ফৰকাল বতৰত স্বৰ্গদেও তালৈ গৈ হাতী, ম'হ, বাঘ, পহু মাৰি অনেক আনন্দ কৰিলে।

লক্ষ্মীসিংহ স্বৰ্গদেৱৰ দিনত মোৱামৰীয়াৰ ৰজা হোৱা দেখি, গাগিনী-ডেকাৰ ৰাজপদ-কামনাৰ কথা শুনি নবোৱা মহন্তৰো গা-উঠি শিষ্যৰ বলেৰে

ৰজা হ'ব খুজিছিল। গৌৰীনাথসিংহৰ দিনত বুঢ়াগোহাঁই কৈন্দৰ ডেকা এজনকে কৌঁৱৰ বুলি পুহি সত্ৰত ৰাখিছিল আৰু ডেকাজো ৰাজপাটত বহি সুখ ভুঞ্জিবলৈ ছেগ চাই আছিল। নিজৰ শিষ্য এজনক ৰজা পাতি লব পাৰিলে ৰাজগুৰু হৈ প্ৰভূত ৰাজসম্পত্তি আহৰণ কৰিব পাৰি। এই আশাতে বন্দী হৈ মুখেৰে 'অথিৰ ধন-জন, অথিৰ যৌৱন, অথিৰ এহু সংসাৰ' বুলি নামধৰ্ম আচৰণ কৰি আছিল। স্বৰ্গদেও নৰোৱা সত্ৰলৈ যাবৰ শুনি ভিতৰুৱা মেৰ ঢাকিবলৈ গায়ন-বায়ন, স্ত্ৰী-পুৰুষ সমবেত কৰি সমদলে নৰোৱা আতা আগ বাঢ়ি আহিল। মহন্তৰ আয়োজন দেখি মনজয় আৰু ভুমুক বহুৱাৰ পুতেকক সুধিবলৈ দিলে। দুয়ো গৈ সুধি-পুছি মহন্তৰ আতিশয্য দেখি বিকৰ্ধনা কৰিলে। কৌঁৱৰ-পোহা অপৰাধত শাস্তি দিবলৈকে ধৰিছিল, পিছে গোহাঁইপৰীয়া ডেকা বুলি প্ৰমাণ পাই এৰি দিলে।

ইন্দ্ৰবংশী আহোমে বজ্ৰপাত অমঙ্গলৰ চিন বুলি বিশ্বাস কৰে। ১৭০৭ শকৰ ৰংপুৰৰ ধৰফলীয়া পালীৰ কাষত বজ্ৰপাত পৰি আকৌ এবাৰ জনাই দিলে, বংশৰ প্ৰথম পুৰুষ ইন্দ্ৰদেৱতা বিতুষ্ট হৈছে। ৰাজ্যত অঘটন ঘটাৰ সময় সমুপস্থিত।

স্বৰ্গদেও গড়মূৰৰ বাহৰত প্ৰায় ডেৰমাহ থাকি বহাগৰ বিহুলৈ দুদিন থাকোঁতে গড়মূৰৰপৰা আহি সোণাই নৈৰ বাহৰ পালেহি। তাতে বিহু খাই বহাগৰ আগভাগত ৰংপুৰ পালেহি।

এইবেলি শেনৰ এজাত। মোৱামৰীয়াই ডফলা-আবৰৰ লগ লাগি উত্তৰ পাৰে জাপৰীভেটাত ৰণ পাতি গাওঁ-ভূই ডকা দি বয়-বস্তু নিবলৈ ধৰিলে। অতদিনে ৰজাঘৰৰ ডোকাৰ তলত উম লৈ থকা প্ৰজা-চৰাই পোৱালি নিদানত পৰিল। ৰজাঘৰে নিজৰেই গা-বছোৱা টান হ'ল।

স্বৰ্গদেও গড়মূৰৰ বাহৰত থাকোঁতে এবাৰ খকন্দগুৰিলৈ গৈছিল। ৰজা যোৱাৰ চিন স্বৰূপে সাত জাঁই হিলৈ মৰিলে। হিলৈৰ মাত শুনি ৰাইজ ভাগি-ভুঁৰৰি আহি স্বৰ্গদেৱক জনালেহি, 'আমি ডফলা-বহতীয়াৰ উপ-দ্ৰৱত ৰ'ব নোৱৰা হৈছোঁ।' স্বৰ্গদেৱে বৰবৰুৱাক বিহিত ব্যৱস্থা কৰিবলৈ আদেশ দিলে। বৰবৰুৱাই ন-ফুকনক পঠিয়ালে। ন-ফুকনে 'জেঙা জঞ্জাল ভাঙিলোঁ' বুলি স্বৰ্গদেৱক জনালেহি হয়, পিছে এঠাইত কাটিলে সাত ঠাইত গজা মোৱামৰীয়া বিদ্ৰোহ পুনৰ মূৰ দাঙি উঠিল।

সনাল গোহাঁই, মৰঙীখোৱা, দিহিঙীয়া ফুকন, লেফেৰা চাওডাঙ খৰুৱা এওঁবিলাকে লুইত পাৰ হৈ উত্তৰপাৰে কোঁঠ দিলেগৈ। মোৱামৰীয়াই

বন্দী কৰি নি শ'লমাৰি বিলৰ কাষ পোৱালেগৈ। তাৰ পিছত আহি মৰঙী-খোৱা আৰু দিহিঙীয়া ফুকনক ক'লে, 'ঈশ্বৰৰ প্ৰজা সংহৰিবৰ ইচ্ছা হৈছিল, সেয়েহে ৰণ লগালে। আমি ৰণ নকৰোঁ।' ৰজাঘৰীয়া সৈন্য, ফুলুংবোৰ কোঠত সোমাই থাকিল।

এদিন অতৰ্কিতে কোঠ আক্ৰমণ কৰিবলৈ মোৱামৰীয়া সৈন্য আগ বাঢ়ি আহিল। আচম্বিতে যেয়ে য'তে আছিল, ওলাই ধৰিলে। তাতে কটাকটি লাগিল। মোৱামৰীয়াই পাছকালৰপৰাও কাটিবলৈ ধৰিলে। সৈন্য-দল শ'লমাৰি বিলৰ বোকা-দোপনীত পৰিলগৈ। সেনাপতি দুজনে সৈতে বহুতো সৈন্য ৰণত পৰিল। কোঠৰ সমস্ত বস্তু মোৱামৰীয়াই নিলে। এইবোৰ অস্ত্ৰ-শস্ত্ৰ পাই মোৱামৰীয়াৰ বল বাঢ়িল। এই বিদ্ৰোহৰ নেতা আছিল কলীয়াভোমোৰা, বিদুৰ, হাউহা, পৰমা, তমাই, পৰ্সাদ, কোকাই আৰু অনেক।

আকৌ এবাৰ অমঙ্গল মিলিল। অকাৰণতে জয়সাগৰ-শিৱসাগৰৰ পুখুৰীৰ পানী খলকিছিল। বনৰীয়া হাতী এটা আহি নগৰৰ কাষৰ বহুতো ঘৰ-দুৱাৰ ভাঙি নগৰৰ গড় ডেই থৈ গ'ল। কেশৱৰাই দ'ল ঘামিছিল। মানুহে কোৱা-কুই কৰিছিল, 'ভালনৈ এইবোৰ হোৱা নাই, আপদ চোঁচৰাইছে।'

খৰমেল বহিল। ডাঙৰীয়া-বিষয়া সকলোৰে মন বিষণ্ণ। এফালে দৈৱিক অমঙ্গল, আনফালে বিদ্ৰোহীদলৰ ৰুদ্ৰমূৰ্ত্তি। দুৱৰাৰ ন-ফুকন, নাওবৈচা ফুকন আৰু দিহিঙীয়া ফুকনক গা-মানুহে সৈতে ৰণলৈ পঠিয়ালে। তেওঁবিলাকে লুইত পাৰ হৈ গৈ সোৱণশিৰী নৈৰ পাৰৰ মিৰি টাঙনিত আৰু ফুকন হাটত কোঁঠ দিলেগৈ। নাওবৈচা ফুকন থাকিল খৰাৰবৰিত। দৈৱ প্ৰতিকূল। আহাৰমহীয়া বৰ বানপানী হ'ল। ওলাব-সোমাব নোৱাৰি বহুত দিন সোমাই থাকিল। মুগাচুঙীয়াৰ দবে বাধ্যত পৰি বন্দী হৈ ৰ'ল। মোৱামৰীয়াই উপলুঙাকৈ মুগাচুঙীয়া নাম দিলে।

ৰণ টান। স্বৰ্গদেৱলৈ বাতৰি পঠালে। নাওবৈচা ফুকনৰ টান নৰিয়া। লগত যোৱা বেজে ৰোগ ধৰিব নোৱাৰিলে। স্বৰ্গদেৱক জনাই নাওবৈচা ফুকন নগৰলৈ আহিল। ৰজাই নাওবৈচা ফুকনৰ সলনি ৰুদ্ৰেশ্বৰ বৰপাত্ৰ গোহাঁইৰ লগত কোঁৱৰ ছিলৈদাৰী, ওপৰ অভয়পুৰীয়া, তল অভয়পুৰীয়া, মাজু-অভয়পুৰীয়া, নামদঙীয়া, বহা ৰাজখোৱাৰ দোৱাল মানুহখিনিৰে সৈতে সেনা-পতি পাতি পঠালে আৰু তেওঁ তত্তালিকে গৈ খৰাৰবৰিত কোঠ দি ৰ'লগৈ। পিছে, ভালনৈ ভাদত কলী গাই নজগে। বৰপাত্ৰ গোহাঁই সবাৰো উপৰি

সেনাপতি হলেও তলতীয়া ফুকনসকলে আজ্ঞাত নচলে। বৰপাত্ৰ গোহাঁয়ে আগবাঢ়ি গৈ আপৰিভেটি পালেগৈ। সাতোটা কোঠ বান্ধি সষ্টম হৈ থাকিল।

১৬৯২ শকৰপৰা ১৭০৬ শকলৈ চৈধ্য বছৰকাল মোৱামৰীয়াৰ খুটিয়াপোতা সত্ৰত অধিকাৰ নাছিল। অষ্টভূজ গোসাঁই আৰু সপ্তভূজ গাগিনীডেকাৰ লগত বহুতো ডেকাগোসাঁইক বিদ্ৰোহত লিপ্ত থকাৰ অপৰাধত প্ৰাণদণ্ড দিয়া হয়। এনে ডেকাৰ সংখ্যা ৭২ জন। তাৰে ভিতৰতে অনিৰুদ্ধ গোসাঁইৰ বংশধৰ পীতাম্বৰ পলাই গৈ ডফলা পৰ্বতত আত্মগোপন কৰি আছিল। গৌৰীনাথসিংহই পীতাম্বৰ গোসাঁইক মতাই আনি মাজুলীৰ অগ্নিচাপৰিত সত্ৰ পাতি ঘৰ-দুৱাৰ, নামঘৰ-মণিকূট সজাই দিলে। পিছে পূৰ্বৰ ধৰণে চলিবলৈ নিদি বামুণীয়া মতে চলিবলৈ আউনীআটিৰ পৰা মূৰ্ত্তি, পূজাৰী, ভাগৱত, পুৰোহিত আৰু চামৰ-চন্দ্ৰতাপ দিলে। অৱস্থা বুজি ব্যৱস্থা কৰিবলৈ সম্প্ৰতি পীতাম্বৰ গোসাঁই নিমাতে থাকিল। মুকলিৰখিনি মোৱামৰীয়াই পীতাম্বৰ গোসাঁইকে গুৰু মানি সেৱা কৰিলে। উজনিৰ বেংমৰা আৰু হোলোংগুৰিৰ মৰাণে বামুণীয়া মত নেমানি হৰিময় আৰু কাচিনলীয়া ভবানন্দক গুৰু মানি কৰ-ভাৰ দিবলৈ ধৰিলে। এইখিনিতে মোৱামৰীয়া দুটা পক্ষত ভাগ হল। পুৰণিমটীয়া আৰু নমটীয়া।

হাউহা তাঁতী। বুকু বহল, হাত-ভৰি পুৰঠ, গা কোমোৰাবন্নীয়া। আবিমত্ত ৰজাৰ পুৰণি নগৰখন লুইতে খহাই নিলে। মাটিত পোত খাই থকা মন্ত্ৰপুথিৰ তামৰ পাত এখিলা মোৱামৰীয়া জালোৱাই পাই হাউহা তাঁতীক দিলে। হাউহা তাঁতীয়ে মন্ত্ৰ শিকি ভয়বাণ, মোহবাণ মাৰি মানুহ ৰৰাই লৈ ধনু-কাঁড়, দা-যাঠি দি ৰণ আলচিলে। ৰণ ডাঙৰ হ'ল। দিহিঙীয়া ফুকন কোঁঠতে সোমাই থাকিল। বৰপাত্ৰ গোহাঁই হুঁহকি আহি ৰংপুৰ পালেহি। মোৱামৰীয়া সৈন্য লক্ষীমপুৰৰপৰা আহি মাজুলী সোমালহি।

পীতাম্বৰ মহন্ত অগ্নিচাপৰিত আছিল। উত্তৰপৰীয়া মোৱামৰীয়াসকল আহি পীতাম্বৰ মহন্তক নিজৰ লগলৈ লৈ গ'ল। আউনীআটিৰপৰা দিয়া পূজাৰী পুৰোহিত দুযোকে কাটি মূৰ্ত্তি-ভাগৱত এৰি থৈ গ'ল। পীতাম্বৰ গোসাঁইক লগ পাই মোৱামৰীয়াৰ সাহস দুগুণে বাঢ়িল। হাউহা তাঁতীৰ সৈন্যদল আহি মাজুলীত সোমাই মানুহ কাটি-মাৰি ঘৰত জুই দিবলৈ ধৰিলে। শিষ্য-ভকতৰ আৰ্ত্তনাদ শুনি গড়মূৰৰ গোসাঁয়ে ৰণ কৰিছিল। দিহিঙৰ গোসাঁয়েও ৰণ কৰি ৰণথলীতে প্ৰাণ-ত্যাগ কৰিছিল।

গৌৰীসাগৰৰ কোঁঠৰপৰা ডাঙৰীয়া-বিষয়া সকলো হুঁহকি গৈ ৰং-পুৰত খুপ খালেহি। জুই শিখা আৰু বৰ্জাৰবীয়া সৈন্যৰ বাৰম্বাৰ পৰাজয় দেখি সাধাৰণ প্ৰজাৰ মনত সন্ত্ৰাস সৃষ্টি হ'ল। মানুহে ধন-সোণ, কাঁহী-বাটি বাটিত পুতি থিকোনো মুহূৰ্ত্ততে ঘৰ এৰি পলাবলৈ সাজু হৈ থাকিল।

অকা বাইলুং ভাঁজী-কাষৰীয়া মানুহ। বুকুত সাহস, গাত বল আছিল। মোৱামৰীয়া সৈন্যৰ অগ্ৰগতিৰ বাতৰি পাই ভাঁজী, চাৰিং, চামগুৰি আদিৰ-পৰা ৰণুৱা গোটাই মাছখোৱা গড়েদি আহি নগা আলিয়েদি নামডাঙতে ওলালহি আৰু ভটীয়াপাৰতে ৰণ হ'ল। ৰণত বহুতো মোৱামৰীয়া সৈন্য মৰিল কিন্তু অকা-বাইলুঙক বহুতো মোৱামৰীয়াই বেঢ়ি ধৰি খুঁচি-কাটি মাৰিলে। ভটীয়াপাৰতে ন-পুখুৰীৰ পাৰত তিনি দিন ৰৈ কেনেকৈ ৰংপুৰ অধিকাৰ কৰিব তাৰ উপায়-দিহা চিন্তা কৰিলে। নগৰত উহ-মিহ লাগিল।

স্বৰ্গদেৱে নগৰৰ বৰদুৱাৰত বৰপাত্ৰ গোহাঁইক, ন-দুৱাৰত বুঢ়া-গোহাঁই, দুৱৰাৰ ন্যায়সোধা ফুকন আৰু তামুলীফুকন আৰু পানীদুৱাৰত চাংকং ফুকনক নিয়োগ কৰি ডা-ডাঙৰীয়া, ফুকন-বৰুৱা আৰু তেওঁবিলাকৰ পো-ভাই সকলোকে আনি দুৱাৰে দুৱাৰে ভাগ কৰি থলে। তেওঁ-বিলাকক ৰূপ-কাপোৰ দি সন্তুষ্ট কৰিলে। উছাহ বঢ়ালে।

দিহিং সত্ৰৰ গোসাঁইৰ শিষ্যবৰ্গক মোৱামৰীয়া সৈন্যই ঘৰ-দুৱাৰ জুই দি কাটি-মাৰি হানি কৰাত গোসাঁই ক্ৰুদ্ধ হৈ যুদ্ধ কৰিবলৈ আগ বাঢ়ি ওলাল। স্বৰ্গদেৱলৈ জনালে, 'মই মোৱামৰীয়াক মাৰি দিব পাৰোঁ। দেৱে আদেশ কৰক।' গোসাঁয়ে হাতে পোৱাতে দুহেজাৰমান শিচ-ভকত গোটাই কপালত চিনফোঁট একোটা দি গাত ধৰাই শপত খুৱালে, 'ৰণত পিছ ভৰি নকৰিবি। গুৰু-দ্ৰোহ পাপে চুব।' দিহিঙৰ মহন্তই লগত শিচ-ভকত লৈ মঠাডাঙৰ আলিয়েদি গ'ল। দেওধাই-বাইলুঙৰ এটা দল বৰগোহাঁই পথাৰেদি আগ বাঢ়িল, অকা-বাইলুঙৰ ফৌজটো জেৰেঙা পথাৰেদি খেদি গ'ল। ভটীয়াপাৰৰ কোঁঠৰপৰা ওলাই মোৱামৰীয়া সৈন্যই পোনতে মঠাডাঙৰ আলিয়েদি অহা দিহিঙৰ ভকতলৈ খেদি গ'ল। ভকতসকল বিভংগ পলাল। পৰ্সাদ সেনাপতিয়ে দিহিঙৰ গোসাঁইক বধ কৰিলে। দিহিঙৰ গোসাঁয়েও অকলেই আঠ-দহোটা সৈন্য কাটিলে। বহুত দিনৰ প্ৰতিশোধ পূৰণ হ'ল। মোৱামৰীয়াৰ হাতত দিহিঙীয়া বাটিল।

মোৱামৰীয়াই তেতিয়াও জুইশিখাৰ বগাধোঁৱা মেলি চুলীয়াপাৰ, মোপুহীয়া, হাতীখোক, কালুগাওঁ, লাহৰীবাম, মগৰাহাট উচ্ছন্ন কৰাত ব্যস্ত। তাকে দেখি ভাঁজী-কাষৰীয়া ফৌজে খেদি গ'ল। টান যুদ্ধ হ'ল।

অকা-বাইদুওৰ কোজৰ বহুতো মানুহ মৰিল। জেৰেঙাপথাৰ তেজেৰে ৰাঙলী হ'ল।

পিছদিনা ডেকাফুকনে ৰূপহী পথাৰেদি, দিহিঙীয়া ফুকনে দুৱৰিয়নি আলিয়েদি আৰু ন্যায়সোধা ফুকনে ভটীয়াপাৰৰ আলিয়েদি আগ বাঢ়ি গ'ল। তাতে এখন চুৰ্চুৰীয়া ৰণ হ'ল।

মাঘৰ বিহু পালেহি। ৰংপুৰৰ ওচৰত ৰজাঘৰীয়া সৈন্য থুপ খাই থকাৰ বাতৰি পাই যি য'ত বাকী আছিল সকলো ঘৰত জুই লগাই দিখৌমুখৰপৰা ৰংপুৰলৈকে এই ব্যাপক অঞ্চল উপান্ত কৰি মোৱামৰীয়া সৈন্য ভটীয়াই আহি সোণাই নৈ পাই তাতে কোঁঠ পাতি ৰ'লগৈ। চহৰীয়া মোৱামৰীয়াও খেতি-খোলা চপাই, মাঘৰ বিহু খাই, ৰণলৈ বুলি সষ্টম হৈ আছিল। হাউহা, তাঁতী, পর্সাদ, ফোফাই আদি সেনাপতি। পীতাম্বৰ মহন্ত পৰামর্শদাতা।

মোৱামৰীয়া গৈ সোণাই নৈৰ বাহৰত সমবেত হ'ল। পূর্ণানন্দ বুঢ়াগোহাঁই আন আন ডাঙৰীয়া-বিষয়া লগত লৈ ৰংপুৰৰপৰা গৈ গৌৰীসাগৰ পুখুৰীৰ পাৰৰ্ত্ত কোঁঠ পাতিলেগৈ। মোৱামৰীয়াই এই আঁচনিৰ বুজ পাই জাঁজীৰ কাষে কাষে উজাই আহি মাছখোৱা গড়ত ওলালহি। মোৱামৰীয়া অহা দেখি মাছখোৱা গড়ৰ মানুহ ভাগিল। মোৱামৰীয়া গৈ চাৰিং কাকতীপাৰ সোমালগৈ। ৰাতিটো চাৰিঙতে থাকি পিছদিনা জেৰেঙা পথাৰৰ কাষৰ পাঁজিকটা পুখুৰীৰ পাৰত থুপ খালেগৈ। তাতে জয়সাগৰত বাহৰ কৰি থকা লেফেৰা বৰুৱাৰ সৈতে ৰণ লাগিল। সেই দিনে আগুৱাব নোৱাৰি চেখাম গাওঁ, শলগুৰি, খঁৰাগড়ত জুই জলাই জোকতলী পথাৰেদি পোনাই গৈ বগীদ'ল-আলিকৈঁকুৰিত ওলাই দাঁতি-কাষৰ সকলো গাঁৱত জুই দি এৰাতি তাতে ৰ'ল। পিছদিনা আবেলি এদল অশ্বাৰোহী সৈন্যই মেটেকাৰ আলি আৰু উৰণৰ চকীয়েদি মোৱামৰীয়াক আক্রমণ কৰিলে কিন্তু বলে নোৱাৰি বিভঙ্গে পলাল। মোৱামৰীয়া ভটীয়াই আহি মেটেকা সোমাই কুকুৰাকটীয়া, লাইমেকুৰী ,জোলাগাওঁ আদি জুই লগাই পুৰি উপান্ত কৰি ৰংপুৰ নগৰৰ পানীদুৱাৰৰ মুখ পালেহি। এদলে ৰৰআলিয়েদি আহি খৰিকটীয়া আলিৰ মূৰত ওলাই জয়সাগৰৰ পাৰত উঠিলহি। আনদলে ৰূপহী পথাৰৰ কাষেদি ন-দুৱাৰৰ মুখত গোট খাই কঁড়িয়া-কঁড়ি লাগিল।

মাঘৰ সাতদিন। ১৭০৯ শক। ৰাতি ধুমুহা-শিল বৰষুণে গছৰ পাত ছিড়ি ঠাই-ঠাই কৰিছিল। মোৱামৰীয়াই জুই দি পুৰি থৈ অহা গাঁৱৰ মানু-

হব ৰাজত হাহাকাৰ হৈছিল। অনাহাৰ-অনিদ্ৰা,তাতে ধুমহা-বৰষুণ। নিৰা-শ্ৰয়। বহুতো মানুহ জাৰত কঁপি কঁপি মৰিছিল।

ন-দুৱাৰত বিদ্ৰোহী সৈন্যই যাঠি-জোং লৈ সষ্টম হৈ থকাৰ বাতৰি পাই ৮ মাঘৰ দিনা ৰাতি পানীদুৱাৰেদি ওলাই আমগুৰি ৰৰঘাটেদি কঠমীয়া নাওবৈচাৰ নাৱত উঠি স্বৰ্গদেও দিখৌ নৈয়েদি ভটীয়াই গ'ল। লগত গ'ল গঙ্গাধৰ গোসাঁই, ভদৰি চোলাধৰা ফুকন, গঙ্গাই, বিকাই দুলীয়া বৰুৱা, ভিতৰুৱাল ফুকন, তিপমীয়া ৰাজখোৱা, চিবিং ফুকন, তামুলী লিগিৰা গোপাল আৰু ৰূপৰী ইত্যাদি। সেইদিনা পূৰ্ণিমা, শুক্ৰবাৰ। কুঁৱলীসনা আকাশৰ জোনটো শেঁতা, নিস্তেজ যেন লাগিছিল। স্বৰ্গদেৱৰ আৰোৱানৰ গিলিপ শেঁতা-মলিন হৈ আছিছিল।

ৰজা গা-বছাই ভটীয়াই গ'ল। বৰকুঁৱৰী আৰু পৰ্বতীয়া কুঁৱৰী দুয়ো লগত জনচেৰেকে লা-লিগিৰা আৰু নাচনিয়াৰ লৈ উজনিলৈ গ'ল। বুঢ়াগোহাঁই আৰু বৰবৰুৱা দুয়ো উজনিলৈ গ'ল। বৰপাত্ৰগোহাঁয়ে কেন্দু-গুৰিৰ নিজৰ ঘাটতে নাৱত উঠি দিচাঙেদি ভটীয়াই গ'ল। বৰগোহাঁয়ে ঔগুৰি চকীত কোঁঠ দি তিনি দিন আছিল; তিনি দিনৰ মূৰত কোঁঠ এৰি দিলে। আন বৰুৱা-ফুকনে 'যাৰ মন যেই পোনে, সেই পোনে গ'ল।'

গৌৰীনাথসিংহ ভটীয়াই গৈ গুৱাহাটী পালেগৈ। বৰপাত্ৰ গোহাঁই আৰু বৰগোহাঁই দুয়ো গৈ লগ ল'লেগৈ। বৰফুকন আৰু পানীফুকনে বাহৰ সজাই অভ্যৰ্থনা জনালে। ৰজাই নগৰত এৰি থৈ যোৱা কুঁৱৰী-সকলক নিবলৈ কলীমন ৰাজখোৱা আৰু আনন্দিৰাম কটকীক পঠাই দোপদৰতে ৰৰমেল পাতি পানীফুকন আৰু ঢেকিয়াল ফুকনক সেনাপতি পাতি ৰাণী, লুকী, নগঞা আৰু খৰঙ্গিৰ মানুহ গোটাই উজনিলৈ মোৱা-মৰীয়া দমন কৰিবলৈ পঠালে। সৈন্য হ'ব ত্ৰিশ হেজাৰ। পানী ফুকনে দায়িত্ব লৈ ক'লে; 'ধৰ্মৰ সাধন কিম্বা শৰীৰ পতন।'

ৰংপুৰ এৰা-পৰলীয়া হ'ল। নাফুকিয়াল ৰাজমাও টান নৰিয়াত পৰি লৰ-চৰ কৰিব নোৱাৰি নগৰতে থাকিল। বৰকুঁৱৰী আৰু পৰ্বতীয়া কুঁৱৰী গৈ দিচাং নৈৰ কাষত কোঁঠ পাতি ৰ'লগৈ।

মোৱামৰীয়া সৈন্যই ৰংপুৰ অধিকাৰ কৰিলে। ৰংপুৰত সোমাই মোৱামৰীয়াৰ নেতা প্ৰসাদ আৰু হাউহাই পীতাম্বৰ মহন্তক তালৈকে মাতি আনিবলৈ দিহা কৰিলে। খুটিয়াপোতাৰপৰা পীতাম্বৰ গোসাঁই আহি ৰংপুৰ পালেহি। তাতে নমটীয়া আৰু পুৰণিমটীয়া দুয়োভাগ মোৱামৰীয়াৰ মাজত

দুৰ্বাদল কাজিয়া লাগিল। পৰিণতি স্বৰূপে পীতাম্বৰ গোসাঁই ৰংপুৰ এৰি গুচি গ'ল। কাজিয়াৰ মূল হ'ল, পীতাম্বৰ গোসাঁই গৌৰীনাথসিংহই পত্তা অধিকাৰ; কাকতলৰফালৰ নমটীয়াসকলে তেওঁক স্বীকৃতি দিয়া নাছিল। সেয়েহে ৰংপুৰত পীতাম্বৰ গোসাঁইৰ উপস্থিতি ভালপোৱা নাছিল। কাজিয়াৰ অন্তত পীতাম্বৰ মহন্ত ৰংপুৰৰপৰা গুচি গ'ল। ১৭০৯ শক।

ৰজাহীন ৰংপুৰত হাউহা তাঁতীয়ে ৰজা হৈ ৰাজপাটত বহি যোগেন্দ্ৰ নাম ল'লে। তিনি বছৰ ছমাহ হাউহা তাঁতীয়ে মাজুলীৰপৰা দিহিং সীমাকৈ ৰাজ্যভোগ কৰিবলৈ ধৰিলে।

দিচাঙৰ বাহৰতে বৰকুঁৱৰীয়ে বকতিয়ালৰ ঘৰৰ মনজয়ক বৰবৰুৱা পাতি তিনি অভয়পুৰীয়া ৰাজখোৱাৰ অধীনৰ চাৰিহেজাৰমান মানুহ গোটাই পুৰণিমেলীয়া দুলীয়া ভোগাইক সেনাপতি পাতি ৰণলৈ পঠালে। দুহেজাৰ কোঁৱৰ হিলৈদাৰী আহি লগ ললেহি। গড়গাঁৱত কোঁঠ পাতি পানীচকীৰ বাটেদি দিখৌ পাৰ হৈ জয়সাগৰ পুখুৰীৰ চুক পাই ৰংপুৰ আক্ৰমণ কৰিবলৈ আয়োজন কৰিলে। মেৰেকাই নামে এজনে নামতি-দেওপানীৰ ফালৰপৰা কিছুমান মানুহ গোটাই লৈ ভোগাইৰ লগ ল'লেহি কিন্তু জয়সাগৰৰ পাৰত হোৱা ৰণত মেৰেকাই হাৰিল।

উজনিলৈ যোৱা বুঢ়াগোহাঁইৰ লগত নেওগ ফুকন, তামুলী ফুকন আৰু খঙীয়া ফুকনক লৈ মনজয়-ভোগাইৰ লগ লাগি ৰংপুৰ আক্ৰমণ কৰাৰ আঁচনি কৰিলে। দিহিঙীয়া বৰবৰুৱাই লগত কুৰি হেজাৰমান সৈন্য লৈ আহি দৰিকা নৈৰ কাষ পালেহি। তাতে ডাঙৰ ৰণ হ'ল। এই ৰণত বহুতো মোৱামৰীয়া সৈন্য পৰিল। পিছু হুঁহকি আহি শিৱসাগৰ পুখুৰীৰ পাৰ পালেহি। তাতো ৰণ হ'ল। ৰণত থাওৰিব নোৱাৰি মোৱামৰীয়া দিখৌ পাৰ হৈ ৰংপুৰত সোমালহি। এৰাতি দিখৌ কাষতে নিতাল মাৰি থাকি পিছদিনা পুৱাৰেপৰা গুলীয়া-গুলী লাগিবলৈ ধৰিলে। আমগুৰি ঘাট আৰু পানীদুৱাৰৰ ঘাটত মুখামুখিকৈ গুলীয়া-গুলী লাগি থাকোঁতে এজাক মোৱামৰীয়া সৈন্য হাতীখোকৰ ঘাটেদি পাৰ হৈ পাছফালৰপৰা আক্ৰমণ কৰিলে আৰু এদলে দিখৌ পাৰ হৈ সমুখেদি আক্ৰমণ কৰিলে। দিখৌৰ কাষতে তয়াঁময়া ৰণ হ'ল। ৰণত দিহিঙীয়া বৰবৰুৱা আৰু নাওবৈচা ফুকন মৰিল। তদুপৰি বৰবৰুৱাৰ ফৌজৰ কেইবা হেজাৰো সৈন্যক মোৱামৰীয়াই কচুকটা দিলে। দিখৌৰ বুকুৰেদি এসোঁতা কেচা তেজ ভ্ৰাতৃহত্যাৰ স্মৃতি লৈ বৈ গ'ল।

দিহিঙীয়া বৰবৰুৱাৰ ফৌজক এসেকা দি মোৱামৰীয়া সৈন্য মেটেকাইদি আলিকেকুঁৰি পালেগৈ। গড়গাঁৱৰপৰা আহি ভোগাই সেনাপতিয়ে পানীচকীত কোঁঠ পাতি আছিল। চাৰিওফালৰ গাঁৱত জুই দি আতঙ্কৰ সৃষ্টি কৰি মোৱামৰীয়াই ভোগাই সেনাপতিৰ কোঁঠ বেঢ়ি ধৰিলে। ৰণত ভোগাই পৰিল। কেইবাহেজাৰো কটামূৰে চিৰদিনলৈ বিদায় ল'লে।

মনজয় বৰবৰুৱা গড়গাঁৱৰ কোঁঠত আঠ দিন আছিল। আলিকেঁকুৰিৰ পৰা দিখৌৰ দুয়োপাৰে গাওঁ-ভূঁই জুই লগাই মোৱামৰীয়া সৈন্য উজাই গ'ল। উৰণৰ চকীলৈকে (গড়গাঁৱৰ উপকণ্ঠ) সমুদায় গাওঁ পুৰি ছাৰখাৰ কৰিলে। মনজয় বৰবৰুৱা গড়গাওঁ এৰি দিচাং-বকতা পালেগৈ। মোৱামৰীয়া গড়গাঁৱত সোমাই ৰাজধানী গুচাই পোৰানগৰ কৰিলে। ইটাৰ পকী ঘৰ কেইটাৰ বাহিৰে খেৰ-বাঁহৰ পালীঘৰসমূহ জুইত জাহ গ'ল।

পানীফুকনৰ অধীনত গুৱাহাটীৰ ফৌজ উজাই আহি কলিয়াবৰ পোৱাৰ খবৰ পাই বুঢ়াগোহাঁই সসৈন্যে ভটীয়াই গৈ কাজিৰঙাৰ জটীয়াৰাঙৰ বাহৰ পালেগৈ। আশাৰ সঞ্চাৰ হোৱা দেখি নামতিয়াল বৰবৰুৱাও ভটীয়াই গৈ বুঢ়াগোহাঁইৰ লগ ল'লেগৈ। তিনিও দেৰগাৱঁতে সম্মিলিত হ'ল। ভাগতী বাপুৰ নামঘৰতে বৰবৰুৱাক সম্ভাষণ জনালে। তাৰ প্ৰত্যুত্তৰত বৰবৰুৱাই পানীফুকনক ক'লে, 'এই কাঁড়ী-বাৰুৱতীয়েই অনেক বাৰ বঙ্গালক জয় কৰি উলটি আহিছে। এতিয়া ৰণৰ সমুখ হলেই বিভঙ্গে পলায়। বুঢ়াগোহাঁইৰ লগত মিলি যুঁজ কৰিবা। ডাঙৰীয়াৰ আজ্ঞাৰে তিনিও চলিবা।' দায়িত্ব বুজাই দি বৰবৰুৱা পুনৰ ৰজাৰ ওচৰলৈ ভটীয়াই গ'ল।

ৰজা গুৱাহাটীলৈ ভটীয়াই যোৱাৰ বাতৰি পাই ৰংদৈচোঙৰ মোৱামৰীয়াই টোকোলাই-বছা, দৈয়াং-বছাৰ গাওঁ-ভূই পুৰি আতঙ্কৰ সৃষ্টি কৰিলে। অতিষ্ঠ হৈ লুখুৰাখনৰ কাঁড়ী মীনই গাওঁ ভূঁইৰপৰা ডেকা-ডুমা গোটাই মোৱামৰীয়াৰ লগত ৰণ কৰি হাতী তিনিটা আৰু ঘোঁৰা দুটা কাঢ়ি ললে। ইয়াৰ আগতে ওপৰ-দৈয়ঙীয়া, মাজু-দৈয়ঙীয়া আৰু নাম-দৈয়ঙীয়া তিনিওৰ্বে অধীনত কেইবা হেজাৰো ৰণুৱাৰ লগত চৰাই-পানীখাতী নৈৰ কাষত ডাঙৰ ৰণ হৈছিল। ৰণত হাৰি মোৱামৰীয়াই ভোগদৈ-কাকডোঙা-ধনশিৰী নৈৰ মাজৰ অঞ্চলটোৰ গাওঁ-ভূঁই পুৰি উচ্ছন্ন কৰিছিল।

দিন মন্দ। যি দুজনক ৰজাই সম্মিলিত হৈ যুঁজ কৰিবলৈ শিকাই বুজাই পঠাইছিল, তেওঁবিলাক দুয়োৰে মত-বিৰোধ হ'ল। পানীফুকনে ঢেকিয়াল ফুকনৰ ফৌজৰপৰা কিছুমান মানুহ কাঢ়ি আনিলে।

বুঢ়াগোহাঁই, ঢেকিয়াল ফুকন আৰু মীন এই তিনিও দেৰগাঁৱৰপৰা উজাই গৈ জাঁজী পাৰ হৈ জকাইচুকেদি গোনাই মিতংজানৰ কোষত তিনিটা কোঁঠ পাতি সষ্টম হৈ ৰ'ল। পানীফুকন ব্ৰহ্মপুত্ৰৰ পাৰে পাৰে বৰ—আলিয়েদি উজাই চিন্তামণি গড় পাৰ হৈ কপৌখাতত কোঁঠ পাতিলেহি। কিন্তু সেইদিনা ৰাতিয়েই চোৰাংকৈ আহি কোঁঠৰ ভিতৰতে যাকে য'তে পালে মোৱামৰীয়াই কেইবাশও মানুহ কাটিলে। লগৰ সৈন্য কিছু ভাগিল। পানীফুকনো কোঁঠৰপৰা অলপ পিছুৱাই গৈ তাতে ৰৈ বাঁহবৰীয়া কটকী বাচুৱাৰ পুতেক নাৰায়ণক পঠাই বুঢ়াগোহাঁইক সবিশেষ জনালে। তেওঁ পানীফুকনক মিতংজানৰ কোঁঠলৈকে আহিবলৈ আদেশ দিলে। আহি তাতে কোঁঠ কৰি ৰ'ল।

কপৌখাতৰ কোঁঠত মোৱামৰীয়াই আক্ৰমণ কৰোঁতে ৰাতি যিবোৰ মানুহ ভাগি গৈছিল, সেইবোৰক সবিশেষ বুজাই মাতি আনিবলৈ টেকেলা বৰা আৰু দোলাকাষৰীয়া বৰাক পঠালে। তেওঁবিলাকে গজপুৰ, দিহা, টিয়ক, কাকজান, ককিলামুখ আদিত যিবোৰ সৈন্য আছিল সকলোকে গোটাই মিতংজানৰ কোঁঠলৈ আনোতে চিনিব নোৱাৰি মোৱামৰীয়া সৈন্য বুলি ঢেকিয়াল ফুকন আৰু মীন কোঁঠৰপৰা ভাগি গৈ জাঁজী পালেগৈ। মোৱামৰীয়া সৈন্যই এনে বিভীষিকা সৃষ্টি কৰিছিল যে অসতৰ্ক মুহূৰ্ত্তত অহা নিজৰ সৈন্যকো চিনিবলৈ সন্ধি নেপাইছিল।

ফাগুন মাহ সোমাল। ঢেকিয়াল ফুকনক দিলিহিয়াল কটকী বেজীয়া গৈ মাতি আনিলেগৈ। মিতংজানৰ কাষৰপৰা কোঁঠ তুলি অলপ উজাই নামদাং নৈৰ কাষত পাতিলেগৈ। পানীফুকনে বৰআলিৰ ওপৰতে কোঁঠ পাতিলে। কুমাৰ গাৱঁত ৰূপচান্দ গোহাঁই, পুখুৰীৰ চুকত ঘৰফলীয়া, আলি-কেঁকুৰিত নেওগ ফুকন আৰু নামডাঙৰ কাষত বুঢ়াগোহাঁয়ে কোঁঠ পাতি নামডাং পাৰ হৈ ৰংপুৰলৈ আগ বাঢ়িবলৈ আয়োজন কৰিলে। সেই উদ্দেশ্যে নামডাঙত দলং দিলে। কিন্তু সেই দলঙেদিয়েই মোৱামৰীয়া সৈন্য আহি কোঁঠত সোমাই লুকী আৰু ঘৰফলীয়া সৈন্য বহুত কাটি-মাৰি উলটি গ'ল।

ৰাজেশ্বৰসিংহৰ সৰু পুতেক পাটকোঁৱৰ। লক্ষ্মীসিংহৰ দিনত নাম-ৰূপত খেদি থৈছিল। যেতিয়া নগৰ এৰি ৰজা গুৱাহাটীলৈ পলাই গ'ল বুলি শুনিলে, তেতিয়া পাটকোঁৱৰে সৈন্য-সামন্ত গোটাই উজনিত থকা ডা-ডাঙৰীয়া সকলৰ লগ লাগি এখুন্দা যুঁজি চাবলৈ সষ্টম হৈ ওলাল। নামৰূপৰপৰা ধোদৰ আলিয়েদি ভটীয়াই আহি পানীচকীৰ ওচৰত কোঁঠ দি বলহি। তেওঁৰ লগৰ জপৰা গোহাঁয়ে এদল সৈন্য গোটাই আঠখেল,

গোলেকী, হদুপৰাৰ পোনে দেওবিলৰ কাষত কোঁঠ দি ৰ'ল। তাতে খেদি -খৰি মোৱামৰীয়াই ৰণ কৰিলে। ৰণত হাৰিল। জপৰা গোহাঁয়ে পিছে পিছে খেদি আহি খৰিকটীয়া আলিত ৰ'লহি। ইপিনে বুঢ়াগোহাঁয়ে আগ বাঢ়ি আহি গৌৰীসাগৰ পাৰ হৈ নগা আলিয়েদি আহি নামডাঙৰ পাৰত সাতোটা কোঁঠ পাতি সষ্টম হৈ ৰ'ল। লগত পানীফুকন, ঢেকিয়াল ফুকন আৰু নেওগ গোহাঁই ফুকন।

পাটকোঁৱৰে ১৭১০ শকৰ ৰহাগৰেপৰা ইপিনে-সিপিনে যুদ্ধ কৰি আছে, কেতিয়াবা জিকে, কেতিয়াবা হাৰে। উভয় পক্ষৰ মানুহো ৰণত পৰে। এইদৰে তিনিমাহ জুৰি পাটকোঁৱৰে এনেকৈ ব্যতিব্যস্ত কৰি তুলি-ছিল যে মোৱামৰীয়া সৈন্য নগৰৰপৰা ওলাব নোৱাৰি খোৱা-বোৱাত কষ্ট পাবলৈ ধৰিলে। পাটকোঁৱৰে পাটত বহিবলৈ ইচ্ছা কৰি গুৱাহাটীত আঁতৰি থকা গৌৰীনাথসিংহলৈ 'পলৰীয়া ৰজা' বুলি সম্বোধন কৰি চিঠি লিখিছিল। ৰহাগ, জেঠ, আহাৰ তিনিমাহত মোৱামৰীয়াৰ পৰাক্ৰম নেদেখি পাটকোঁৱৰে এদল সৈন্য পানীচকীত থৈ আন এদলৰে শিৱসাগৰত কোঁঠ দিবলৈ আগ বাঢ়ি গ'ল। তাতে মোৱামৰীয়া সৈন্যই পাটকোঁৱৰক আক্ৰমণ কৰিলে। দিচাঙৰ পাৰত খাপ লৈ থকা এদল মোৱামৰীয়া সৈন্যই খেদি আহি পাটকোঁৱৰক বধ কৰি কোঁঠ লণ্ডভণ্ড কৰিলে। লগৰ সৈন্যই পানী-চকীৰ কোঁঠ তুলি উজাই গ'ল। খৰিকটীয়া আলিত থকা জপৰা গোহাঁ-ইৰ কোঁঠো ভাঙিলে। বুঢ়াগোহাঁয়ে কিন্তু অসীম সাহস আৰু দৃঢ়তাৰে নামডাঙৰ কোঁঠ ৰক্ষা কৰি আছিল।

ৰুদ্ৰসিংহ স্বৰ্গদেৱে বঙ্গ-বিজয় অভিযানৰ সময়ত বলী, সাহসী ৰণুৱা লায়েকৰ মানুহ ঘৰ বা খেলৰপৰা ফালি নি এটা নতুন খেল পাতি ঘৰ-ফলীয়া নাম দিছিল। তাৰে দুটা ভাগ-উজনি আৰু নামনি। সেই উজনি ঘৰফলীয়াৰে বাসস্থান আছিল চাৰিঙৰ দক্ষিণে আৰু জাঁজীৰ পূবে। পহৰ নামেৰে এটি ঘৰফলীয়া ডেকাই সৈন্য-সামন্ত গোটাই চামগুৰিত সষ্টম হৈ ৰ'ল। এই বাতৰি পাই মোৱামৰীয়াই খেদি গৈ তাতে ৰণ কৰিলেগৈ। ৰণত মোৱামৰীয়া হাৰিল। পহৰ সেনাপতিয়ে হাতী পালে তিনিটা। মোৱা-মৰীয়া ছঁহকি নগৰ পালেহি।

এনেতে গুৱাহাটীৰপৰা অহা বৰগোহাঁই আৰু বৰপাত্ৰ গোহাঁই-দুয়ো জাঁজীয়েদি উজাই আহি গড়মূৰতে পাৰত উঠি চেউনি আলিয়েদি গৈ নামতিয়াল ৰবৰুম্বাৰ ঘৰৰ ওচৰৰ বৰাহীবাৰীৰ ওচৰত পাঁচোটা কোঁঠ পাতি ৰ'ল। ঘৰফলীয়া সৈন্যখিনি লৈ পহৰ সেনাপতিয়ো আহি ডাঙৰীয়া

দুজনাৰ লগ লাগিলহি। জেৰেঙা পথাৰৰ দক্ষিণে নামতি নৈৰ পাৰতে মুল কোঁঠ মাৰি বৰপাত্ৰ গোঁহাই ডাঙৰীয়া জয়সাগৰৰ কাষত কোঁঠ দিবলৈ আগ বাঢ়ি গ'ল। কোঁঠ তৈয়াৰ নৌ হওঁতেই অতৰ্কিতে মোৱামৰীয়াই আক্ৰমণ কৰিলেহি। ৰণত থাওৰিব নোৱাৰি মানুহ ভাগিল। বৰপাত্ৰ গোঁহাই এৰাই আহি নামতিৰ কোঁঠত সোমালহি। মোৱামৰীয়াই সাতদিন কোঁঠ বেৰি আছিল। এনেতে জপৰা গোঁহাই আৰু পহৰ সেনাপতি ওলাই বিস্তৰ মোৱামৰীয়াক কাটিলে। মোৱামৰীয়া পৰাস্ত হৈ আকৌ ৰংপুৰত সোমালগৈ। ডাঙৰীয়া দুজনাই নামতিৰ কোঁঠ এৰি হুঁহকি গৈ পাজেৰাত ৰ'লগৈ।

হলা গছত আটায়ে বাগী কুঠাৰ মাৰে। লক্ষ্মীমপুৰৰ লাখৰ আৰু জাবৰ দুই ককাই-ভায়েকে আসুৰি মতে প্ৰৱৰ্ত্তি অনেক চহৰীয়া মানুহক নিজৰ পক্ষলৈ আনি শপত-শাতি খুৱাই এক গোট কৰি জাঁজী নৈৰ আগাৰিৰ ৰণখামত হুজ পাতি ৰণ উলিয়ালে। খৰি-কাঠ কাটিবলৈ যোৱা মানুহ পালে ধৰি নি লগত লয়গৈ। বৰপাত্ৰ গোঁহাইক জাঁজীৰ কোখতে পাই আক্ৰমণ কৰিলে। প্ৰথম দিনা দুয়ো পক্ষই টাং-পাতি বৈ কাকো কেৰে যাইল নুকৰিলে। লক্ষীমপুৰীয়াই বহুতো মানুহ গোটাই সষ্টম হৈ ৰ'ল। বৰগোঁহাই-বৰপাত্ৰ গোঁহাই দুয়ো বালিহাটিত কোঁঠ পাতি বৰগোঁহাই মানুহ গোটাবলৈ বুলি গৈ দেৰগাওঁ পালেগৈ। বৰপাত্ৰ গোঁহাই গৈ বুঢ়াগোঁহাইক নামডাঙৰ কোঁঠত দেখা-সাক্ষাৎ কৰি উজাই গ'ল। বুঢ়াগোঁহায়ে লক্ষীম-পুৰীয়াৰ দুই ভায়েকক ধৰি নিবলৈ মানুহ পঠালে; দুয়ো পলাল। লগৰ মানুহবোৰক ধৰি শাস্তি কৰি মাৰিলে, কিছুমান পলাল।

১৭০৮ শকৰ পৰা মোৱামৰীয়াই দুটা কাম কৰিছিল, এক, ঘৰ-দুৱাৰ, ধানৰ ভঁৰাল পুৰি অনা-মোৱামৰীয়াৰ মনত ত্ৰাসৰ সৃষ্টি কৰিছিল। দুই, খেতি-পথাৰ কৰাত বাধা দিছিল আৰু ক'ৰবাত খেতি-বাতি হ'লেও জুম বান্ধি দা-টাঙোন জোকাৰি ধান দাই লৈ গৈছিল। ইপিনে ৰজাঘৰীয়া সৈন্যৰ ভয়ত মোৱামৰীয়া বিদ্ৰোহীবো থান-থিত নাছিল। পৰিণতি স্বৰূপে ৰাজ্যত যাইকৈ ধনশিৰীৰপৰা দিহিঙলৈ এইছোৱাত ভয়ানক আকাল হল। আকালত বহুতো মানুহ মৰিল। ১৭১১ শকৰ বছৰটো উভয়পক্ষৰে হানিৰ বছৰ।

১৭১১ শকৰ বহাগৰ বিহুৰ দিনাই অতৰ্কিতে আহি মোৱামৰীয়াৰ শক্তি শালী ফৌজ এটাই গৌৰীসাগৰৰ ওচৰৰ নামডাঙৰ কোঁঠ বেঢ়ি ধৰিলে। দুমাহ বেঢ়ি ধৰি কোঁঠৰ মানুহৰ যোগান বন্ধ কৰি দিলে। ভিতৰৰ সৈন্য অনা-হাৰত ললাট ভুগি মৰিল। অনাহাৰ-অৰ্দ্ধাহাৰত জৰ্জ্জৰিত এই সৈন্যদলক

আক্ৰমণ কৰি বৰগোহাঁই, পানীফুকন, নাওবৈছা ফুকন, বছা ৰাজখোৱাক কোঁঠৰ ভিতৰতে বধ কৰিলে। বহুতো সৈন্য হানি হ'ল।

পূৰ্ণানন্দ বুঢ়াগোহাঁই হতাশ নহৈ কোঁঠৰপৰা হুঁহকি নকছাৰী-তৰা-তলী পালেগৈ। তাতে মানুহ-দুনুহ গোটাই এজনক সেনাপতি পাতি নিজে দিচৈলৈ গ'ল। দিচৈতো মানুহ গোটাই তাত জপৰা গোহাঁই আৰু পৰ্বতীয়া বৰুৱাক সেনাপতি পাতি কছাৰীহাট পালেগৈ। তাতে বৈ ওপৰ-দৈয়ঙীয়া, মাজু-দৈয়ঙীয়া, নাম-দৈয়ঙীয়া তিনিও ৰাজখোৱাৰ তলে মানুহ গোটাই কছাৰীহাটতে কোঁঠ দি ৰ'ল। তাৰেপৰা উত্তৰলৈ গৈ ৰাজনখাতত কোঁঠ পাতি বছা ৰাজখোৱাৰ অধীনৰ তিনি হাজাৰ মানুহ আনিবলৈ কটকী বেজীয়াক পঠালে। বছাৰ পাইকে ওভহা উত্তৰ দি ক'লে, 'আমি নৰা-তিৰোতা এৰি ৰণলৈ যাব নোৱাৰোঁ।' যি দেশৰ পাইকে দেহা আগ কৰি সততে ৰণলৈ সাজু আছিল, সেই পাইকে নৰা-তিৰোতা এৰি ৰণলৈ যাবলৈ সৈমান নহ'ল। পূৰ্বতে গৈছিল, শত্ৰুৰ হাতৰপৰা দেশ ৰক্ষা কৰিবলৈ। এতিয়া গৃহকন্দল। কুৰু-পাণ্ডৱৰ আত্মক্ষয়কাৰী যুদ্ধৰ অৱতাৰণা। সেয়েহে বছাৰ বিষয়া আৰু পাইকে ৰক্তস্নান কৰিবলৈ ইচ্ছুক নহ'ল।

খণ্ডত একো নাই হৈ পূৰ্ণানন্দ বুঢ়াগোহাঁয়ে বছাৰ মানুহকে ধৰোঁ বুলি কাকডোঙাত দলং এখন বন্ধালে। জাবৰ শইকীয়াৰ নেতৃত্বত বছাৰ মানুহ গোট খাই বুঢ়াগোহাঁইক ধৰোঁ বুলি কাকডোঙাৰ দলং কাটি টহিলং কৰিলে। এনেতে বছাৰ মানুহ দুভাগ হ'ল। এভাগ আহি বুঢ়াগোহাঁইৰ লগ হ'ল। তেওঁবিলাকক লৈ কাছজানৰ ওচৰত কোঁঠ পাতিলে। ইভাগে আকৌ জাবৰ শইকীয়া আৰু টিক্‌টিকি নেওগক লৈ নগা পৰ্বতৰ ওচৰত মুঠ বান্ধি জপৰা গোহাঁইৰ লগ লবলৈ গজপুৰত ওলালগৈ। বছাৰ মানুহে গৈ উচটনি দিয়াত নামৰূপৰ পৰা আহি মোৱামৰীয়াৰ লগত ঠায়ে ঠায়ে যুঁজ কৰি ফুৰা জপৰা গোহাঁই (কোঁৱৰ) স্বতন্তৰীয়া হ'ল।

পূৰ্ণানন্দ বুঢ়াগোহাঁয়ে কটকী পঠিয়াই জপৰা গোহাঁইৰ লগত মিল-ভাও হ'ল। জপৰাই বুঢ়াগোহাঁইৰ ঘৰলৈ আহ-যাহ কৰিবলৈ ধৰিলে। পিছে, এদিন খৰঙীৰ আখিৰঙা বৰা, চাওডাঙৰ বৰা এওঁবিলাকৰ হতু-ৱাই ধৰালে আৰু কমলাবৰীয়া দোলাকাষৰীয়াই চকু কাঢ়িলে। লগৰ জাবৰ শইকীয়া আৰু টিকটিকি নেওগ পৰ্বতলৈ পলাল। পিছত উভয়কে ৰাজদ্ৰোহ দায়ত প্ৰাণদণ্ড দিলে। কাছমাৰীৰ পৰা কোঁঠ উত্তৰলৈ তুলি আনি চুজিঘাটত পাতিলে। চুজিঘাটৰপৰা চৰাইবাহীলৈ আহিলে। তাতে দিচৈৰ পাৰত কোঁঠ পাতি সষ্টম হৈ বছা ৰাজখোৱা, গজপুৰীয়া ৰাজখোৱা, দৈয়ঙীয়া (মাজু) ৰাজখোৱা, ওপৰ দৈয়ঙীয়া ৰাজখোৱা চাৰিও ৰাজখোৱাক গা-মানুহে

লৈতে আগ বঢ়াই পঠিয়াই মেলেঙত কোঁঠ পাতিবলৈ দিলে। লাহনৰ ঘৰৰ ডেকাফুকনক সেনাপতি পাতি মেলেঙৰ কোঁঠলৈ পঠিয়ালে। মেলেংজান পাৰ হৈ মোৱামৰীয়াৰ গতি-বিধি চাবলৈ বাওঁতে অতৰ্কিতে আক্ৰমণ কৰি বছা ৰাজখোৱা আৰু মাধু দৈয়ঙীয়া ৰাজখোৱাক বধ কৰিলে। মেলেঙৰ কোঁঠ এৰি সৈন্যদল দিচৈলৈ হুঁহকি আহিল।

১৭১২ শক। গুৱাহাটীত থকা গৌৰীনাথসিংহই চাৰিশ ভাটীয়লীয়া বৰকান্দাজ চিপাহী যোগাৰ কৰি মেধি বৰফুকনক লগত দি উজাই পঠিয়ালে। তেওঁবিলাক আহি দিচৈৰ বাহৰত লগ ললেহি। বুঢ়াগোহাঁইয়ে সেই সৈন্য লগত লৈ টিয়কলৈ উজাই গ'ল কিন্তু ভৰ বাৰিষা হোৱাত উলটি দিচৈলৈ আহিল। কঁকিলাজানৰ কাষত গজপুৰীয়াৰ কোঁঠ এটা আছিল। আহিন মহীয়া মোৱামৰীয়াই অৱৰোধ কৰিলে। বুঢ়াগোহাঁইয়ে সেই বাতৰি পাই এদল বৰকান্দাজ চিপাহী পঠিয়ালে। চিপাহী যোৱাৰ কথা শুনি কোঁঠ এৰি চিপাহীক আক্ৰমণ কৰিলে। বহুতো চিপাহী ৰণত পৰিল। বাকী সৈন্য হুঁহকি দিচৈৰ কোঁঠলৈ আহিল। দিচৈ নৈৰ পশ্চিমে বৰআলিৰ কাষত আৰু এটা কোঁঠ আছিল। সেই কোঁঠটো মোৱামৰীয়াই অৱৰোধ কৰিলে। কোঁঠৰ ভিতৰৰপৰা গুলীয়াই বহুতো মোৱামৰীয়া মাৰিলে। ঠাৰবিৰ নোৱাৰি ৰণ এৰি ৰংপুৰৰ কোঁঠলৈ উজাই গ'ল।

মোৱামৰীয়াৰ মূল কোঁঠ হ'ল ৰংপুৰত। ৰংপুৰত কেন্দ্ৰীভূত হৈ থাকি মোৱামৰীয়াৰো শক্তি ক্ষয় হৈছিল। সেই বাবে শক্তি আহৰণ কৰিবলৈ ৰণৰ নীতি সলনি কৰিছিল। ১৭০৯ শকৰেপৰা মোৱামৰীয়া সৈন্যই গাঁও-ভুঁই পুৰি উচ্ছন্ন কৰিছিল। কিন্তু ১৭১১ শকত হোৱা কঠিন আকালৰ পিছত মোৱামৰীয়া সৈন্যই নাৱেৰে গৈ গাওঁ-ভুঁই লুড়ি-পুৰি ধান-চাউল, ধন-সম্পদ গোটাই নাৱত ভৰাই ৰংপুৰলৈ লৈ গৈছিল। নাৱেৰে যাব পৰাৰ সুবিধা থকা সম্পদশালী গাওঁবোৰত এনে ক্ষয়ঙ্কাৰী অভিযান চলিছিল যদিও বছা-দৈয়াং অঞ্চলত উৎপাত অধিক আছিল। কাকডোঙা আৰু ধনশিৰী নৈয়েদি সোমাই এই অঞ্চলৰপৰা প্ৰভূত সম্পদ সংগ্ৰহ কৰিছিল। কাৰণ, এই অঞ্চলটো জুই দি পোৰা নাছিল। পূৰ্ণানন্দ বুঢ়াগোহাঁইয়ে এনে লুট-পাত, উৎপাতৰপৰা ৰক্ষা কৰিবলৈ গাঁৱে গাঁৱে সৰু সৰু কোঁঠ পাতি মানুহ সষ্টম কৰি ৰাখিছিল। এনে মানুহৰ লগত সংঘৰ্ষ হৈ উভয় পক্ষতে দুই-চাৰিজন মানুহ মৰিছিল।

ইতিমধ্যে মৰাণ-মোৱামৰীয়া বিদ্ৰোহী দলত নেতৃত্বৰ বিভাজন হৈছিল। উত্তৰ পাৰে জাপৰীভিটাত তাঁতী ৰবা নামেৰে এজনক ৰজা পাতি লোহিত সীমাকৈ ৰাজ্য পাতিছিল। উত্তৰে ডফলা পৰ্বতলৈকে সীমা।

হাউহা বৰাই যোগেন্দ্ৰ নাম লৈ ৰংপুৰত ৰজা হৈ থকাৰ পিছতে মোৱা-মৰীয়াৰ আভ্যন্তৰীণ কন্দলৰ পৰিণতি স্বৰূপে ৰংপুৰৰ পৰা গৈ মাজুলীত ৰজা হৈ আছিল আৰু দক্ষিণে ব্ৰহ্মপুত্ৰ সীমা কৰি ৰাজ্য পাতিছিল।

যোগেন্দ্ৰ ৰংপুৰত ৰজা হৈ থকাৰ সময়ত পীতাম্বৰ মহন্ত ৰংপুৰলৈ আহিছিল যদিও বিবাদ লাগি উলটি গ'লেও ১৭১৩ শকত হাউহা মাজুলীলৈ গ'লত ৰংপুৰত পীতাম্বৰ মহাজনে ডেকাগোসাঁই ভৰথিক ভৰতসিংহ নামেৰে ৰজা পাতি শুকুৰাক ৰবৰুৱা পাতিছিল। বৰপাত্ৰ পদ্মাপাণি। ৰজাই ভগদত্তকুলোদ্ভৱ বুলি ৰূপৰ মোহৰ মৰালে।

ইপিনে উজনিৰ বেংমৰাত মৰাণসকলে সন্মিলিত হৈ বুৰুক চুতীয়াৰ মেজেৰাক সৰ্বানন্দ নাম দি ৰজা পাতি গোধাক ৰবৰুৱা পাতিলে। বৰ সেনাপতি সৰ্বানন্দই আঠকোণীয়া মোহৰ মৰালে।

নগাঁৱত সিন্ধুৰা হাজৰিকাই ৰজাক খেদি স্বতন্ত্ৰীয়া হ'ল।

বিপ্লৱৰ সূচনা হৈছিল পৰিবৰ্ত্তনৰ বাবে। কিন্তু পূৰ্বৰ ৰাজতন্ত্ৰৰ আহিৰ পৰিবৰ্ত্তন নহ'ল। বৰঞ্চ ঠায়ে ঠায়ে নপতা-ৰজাই ৰাজপাট লৈ প্ৰজাৰ ওপৰত লুট-পাত আৰম্ভ কৰিলে। ৰংপুৰ, অভয়পুৰ, গজপুৰ, গড়-গাওঁ, মাজুলী অঞ্চলৰ সন্ত-মহন্ত, কাঁড়ী-পাইক, অন্যান্য প্ৰজা ভাগি দেশ-দেশান্তৰলৈ গ'ল। মণিপুৰ, জয়ন্তা, কাছাৰ, আনকি মানাহ পাৰ হৈ বঙ্গ-দেশত সোমালগৈ। 'প্ৰজাৰ মহৎ বিপত্তি হৈছিল। চাউলৰ কঠাত দাম হৈছিল সোণ এতোলা। পাছে খাবলৈ নাপাই যূথে যূথে গছৰ তলত মৰিছিল। অন্নৰ বিকলত আপোনাৰ পুত্ৰ-ভাৰ্য্যাকো এৰিছিল।'

পূৰ্ণানন্দ বুঢ়াগোহাঁয়ে কলিয়াবৰলৈ গৈ তাতে কোঁঠ পাতি লৈ বছা-দৈয়াং অঞ্চল ৰক্ষা কৰি আছিল। উজনিৰ প্ৰজাই ভাগি গৈ তাতে সোমাই প্ৰাণ-ৰক্ষা কৰিছিল।

আনপিনে বৰপাত্ৰ গোহাঁই উজাই গৈ অভয়পুৰ-বেঙেনাবাৰীত কোঁঠ পাতি আছিল। সেই বাতৰি পাই সৰ্বানন্দৰ সৈন্য বেংমৰাৰপৰা ভটীয়াই আহি আক্ৰমণ কৰিলে। বৰপাত্ৰ গোহাঁই ৰণত পৰিল। বাকী মানুহ কোঁঠ এৰি পলাল।

উজনিৰ মানুহ ভাগি গৈ বছা-দৈয়াং অঞ্চলত আশ্ৰয় লোৱা দেখি মোৱামৰীয়াই ধনশিৰীয়েদি নাবেৰে উজাই গৈ কছাৰীহাট পালেগৈ। কছাৰীহাটত তিনিও দৈয়ঙীয়া ৰাজখোৱাৰ তিনিওটা কোঁঠ আক্ৰমণ কৰি

অসংখ্য মানুহ হত্যা কৰিলে। বুঢ়াগোহাঁয়ে কালিয়নী পৰ্বতত নগাই এটা গড় মাৰি; কাঠৰ বুৰুজ দি অহোৰাত্ৰি পহীয়া দিয়াইছিল। তাতো মোৱা-মৰীয়াই গড় ভাঙি ভিতৰ সোমাই আক্ৰমণ কৰে। মৰঙী অঞ্চলো উচ্ছন্ন কৰিলে। নগাপৰ্বত সীমা কৰি বছা, দৈয়াং, মৰঙী লণ্ডভণ্ড কৰি ১৭১৪ শকৰ চ'ত মাহত দিচৈৰ কোঠ অৱৰোধ কৰি মোৱামৰীয়াই তিনি পক্ষ ভেটি আছিল। তেনেতে বহাগ মাহত দিচৈত এটা আৱতৰীয়া বানপানী আহি উভয়পক্ষকে বিপাঙত পেলাইছিল। এইদৰে থাকোঁতে বুঢ়াগোহাঁইৰ সৈন্যই টোকোলাই মুখতে মোৱামৰীয়াক এদিন নিচেই পুৱাতে আক্ৰমণ কৰিলে। সেই ৰণত অনেক মোৱামৰীয়া সৈন্য পৰিল। ৰণ এৰি বছা-দৈয়াঙৰপৰা লুটি-পুতি অনা গৰু-ম'হ, বয়-বস্তু লৈ মোৱামৰীয়া ৰংপুৰলৈ উজাই গ'ল।

ইতিমধ্যে দেশ উচ্ছন্ন হৈছিল। প্ৰজা অনাহাৰ-অনিদ্ৰাত শক্তিহীন হৈছিল। কৰ্মঠ মানুহবোৰ যুঁজি যুঁজি ক্ষয় হৈছিল। লৰা-ছোৱালী, বুঢ়া-মেথাই অৰণ্যত, গছতলত আশ্ৰয় লৈছিল। ৰজাৰ ফলীয়া বা নিৰপেক্ষ মানুহৰ কষ্টৰ সীমা নাছিল। ঘৰ-দুৱাৰ জুই দি পুৰিছিল, ধন-সম্পদ লুটি নিছিল, পথাৰৰ ধান দাই লৈ গৈছিল। আনপিনে মোৱামৰীয়াসকলে ঠায়ে ঠায়ে থুপ খাই আত্মৰক্ষা কৰিছিল। এইখিনিলৈকে আক্ৰমণাত্মক অভিযানত মোৱামৰীয়াৰ জয় হৈছিল; ৰজাঘৰে সততে আত্মৰক্ষাৰ নীতি লৈছিল। এই আত্মক্ষয়ঙ্কাৰী উপপ্লৱত দেশৰ শতকৰা ৬০ ভাগ মানুহ নিধন হৈছিল। ৰজাৰ পক্ষত শতকৰা ২৫ জন আহোম, বাকী ৭৫ জন কোচ-কলিতা, বামুণ-কায়স্থ, চুতীয়া-কছাৰী, মিৰি-দেউৰী আৰু অন্যান্য জনজাতিৰ মানুহ। মোৱামৰীয়াৰ পক্ষতো শতকৰা ২৫ ভাগ আহোম আৰু মৰাণকে ধৰি কলিতা-কোচ, চুতীয়া-কৈৱৰ্ত্ত আদি সকলো জাতৰ মানুহ। যুদ্ধ ভায়ে ভায়ে; পৰিণতি আত্মক্ষয়।

গৌৰীনাথসিংহ নগাঁৱৰ ডিমৌ কোঁঠলৈ উজাই আহিছিল। নগএগ মানুহে মিছামুখৰ বাহৰতে বেৰি ধৰিলে। ৰজাৰ বাহৰৰ বয়-বস্তু লুটি নিলে। ৰজাই ভয় পাই ভটীয়াই গুৱাহাটী পালেগৈ। দিনদিয়েকৰ পিছতে পাকৰিগুৰিত চেলেংহটীয়া কৈৱৰ্ত্ত কেইশমান গোট খাই বৰাগী এটাক ৰজা পাতি লুখুৰাখনৰ হৈধনক আগত লৈ ভটীয়াই গৈ গুৱাহাটী নগৰৰ ৰৰদুৱাৰত জুই দিলে। ৰজাই ভয় পাই নগৰ এৰি নাৱেৰে ভটীয়াই গৈ নগৰবেৰা পালেগৈ। সেই সময়ত বঙ্গালহাটত ৰাউচ আছিল। তেওঁৰ যোগেদি বিকা মজিন্দাৰ, দত্তৰাম খাওন্দ, ভৱ কটকী, দৰঙৰ ভগা ৰজা

বিষ্ণুনাৰায়ণক পঠিয়াই গভৰ্ণৰ জেনেৰেল কৰ্ণৱালিচৰ ওচৰত সহায় বিচাৰিলে। কৰ্ণৱালিচে পোনতে সহায় কৰিবলৈ অমান্তি হৈছিল যদিও অৱশেষত কেপ্তেইন ওৱেলছ চাহাবক এদল সৈন্য দি পঠিয়ালে।

ইতিমধ্যে বঙ্গালহাটত থকা ৰাউচ চাহাবে ৭০০ বৰকান্দাজ চিপাহী দি সহায় কৰিছিল। ৰাউচ চাহাবে তাতে কুঁঠি পাতি অসমত লোণ আৰু আন কিছুমান বিলাতী বস্তুৰ বেপাৰ কৰিছিল। ৰাউচ চাহাবৰ সৈন্যদল নগাঁৱৰ মাজেদি উজনিলৈ উজাই গ'ল কিন্তু দিচৈৰ কোঁঠৰ ওচৰতে যুদ্ধ হৈ আঘাতকৈ সৰহ সৈন্য মোৱামৰীয়াৰ হাতত মৰিল।

মণিপুৰীয়া ৰজায়ো ৫০০ অশ্বাৰোহী আৰু ৪০০০ পদাতিক সৈন্য দি সহায় কৰিছিল। বুঢ়াৰজা জয়সিংহ আৰু ডেকাৰজা মধুচন্দ্ৰৰ নেতৃত্বত সৈন্যদলে পোনতে টিয়কত, তাৰ পিছত গৌৰীসাগৰত কোঁঠ পাতি ৰং-পুৰলৈ আগ বাঢ়ি গ'ল। উজাই গৈ ঔগুৰি চকী পাওঁতে মোৱামৰীয়া সৈন্যই অতৰ্কিতে হাবিৰপৰা ওলাই আগ-পাছ দুয়োফালৰপৰা আক্ৰমণ কৰি বহুতো সৈন্য কাটিলে। বুঢ়াৰজাই হয়ৰাজ নামৰ ঘোঁৰাত উঠি ৰণ কৰিলে। থাৰৰিব নোৱাৰি উলটি টিয়কলৈ আহি বুঢ়াগোহাঁইৰ লগত ১০০০ সৈন্য এৰি নিজৰ ৰাজ্যলৈ উলটি গ'ল।

উপায়ান্তৰ হৈ গৌৰীনাথসিংহই ইষ্ট ইণ্ডিয়া কোম্পানীক সহায় কৰিবলৈ প্ৰাৰ্থনা জনালে। পৰিণতি স্বৰূপে সাত কোম্পানী চিপাহী লৈ কেপ্তেইন ওৱেলছ আহিল। তাৰে পাঁচ কোম্পানী নগৰবেৰাত থৈ দুই কোম্পানী খাৰঘৰীয়া ফুকন আৰু কাথবৰুৱাৰ নেতৃত্বত গুৱাহাটীলৈ পঠালে। গুৱাহাটী তেতিয়াও বৰাগী ৰজাৰ দখলত আছিল। চিপাহী অহা দেখি বৰাগী আৰু হৈধনে কৈৱৰ্ত্ত অনুগামীসকলক লৈ ৰণলৈ ওলাল। হিলৈদাৰী চিপাহীৰ আগত থাৰৰিব নোৱাৰি বৰাগী ৰজা পলাল ; হৈধনো বন্দী হ'ল।

১৭১৫ শকত গৌৰীনাথসিংহ কেপ্তেইন ওৱেলছক লৈ উজাই আহি কলিয়াবৰ পালেহি। তাৰেপৰা মিছ্‌গড় আৰু চোটচাহাবক, লগত চিপাহী দি দিচৈ বাহৰলৈ পঠালে। পূৰ্ণানন্দ বুঢ়াগোহাঁয়ে অনেক ধৈৰ্য্য আৰু কষ্ট সহকাৰে বিবুধি গড় বান্ধি সাতবছৰ দিচৈ কোঁঠ ৰক্ষা কৰি আছিল। মিছ্‌গড় চাহাব দিচৈ বাহৰ পোৱাৰ সময়তে মোৱামৰীয়াই দিচৈৰ কোঁঠ ভাঙিবলৈ সৰ্বশক্তি প্ৰয়োগ কৰি আক্ৰমণ কৰিছিল। কিন্তু হিলৈদাৰী চিপা-হীৰ আগত থাৰৰিব নোৱাৰি ৰংপুৰলৈ হুঁহকি গ'ল।

ৰজা আৰু ওৱেলছ চাহাব কলিয়াবৰপৰা উজাই আহি চ'ত মাহত দিচৈমুখ পালেহি। পূৰ্ণানন্দ বুঢ়াগোহাঁই তালৈকে গৈ দেখা-সাক্ষাৎ কৰি পিছদিনাই সোণাই নৈৰ বাহৰত স্বৰ্গদেৱৰ লগ ললেগৈ।

সোণাই নৈৰ বাহৰৰপৰা ৫০টা সৈন্য দি দুজন চাহাবক আগুৱাই পঠালে। লগত অসমীয়া সৈন্যও কিছুমান গ'ল। পিছে বৰআলিয়েদি উজাই বাঁওতে খনাখোকোৰাৰ মগলো পুখুৰীৰ পাৰতে মোৱামৰীয়াই আগচি ধৰিলে। তাতে ৰণ হ'ল। মোৱামৰীয়া বাটি ৰংপুৰৰ ফালে পিছু হুঁহকি গ'ল। বাতৰি পাই ওৱেলছ চাহাবে লগত বাৰটা চিপাহী লৈ আগ বাঢ়ি গ'ল। ভটীয়াপাৰৰ ওচৰত আৰু এখন ৰণ হ'ল। ৰণত মোৱামৰীয়া হাৰি ৰংপুৰ এৰি উজাই গ'ল। ওৱেলছে ৰংপুৰ অধিকাৰ কৰিলে। মোৱামৰীয়া দিখৌ পাৰ হৈ শিৱসাগৰত ৰ'ল। শিৱসাগৰৰপৰা গৈ দিচাঙৰ কাষৰ বেতবাৰীত থূপ খালেগৈ।

সোণাই নৈৰ বাহৰৰপৰা গৌৰীনাথসিংহ উজাই আহি ১৭১৫ শকৰ চ'তৰ ২২ দিন বাঁওতে ৰংপুৰত প্ৰবেশ কৰিলে।

ৰংপুৰৰপৰা ওলাই গৈ মোৱামৰীয়া নিৰস্ত্ৰ হোৱা নাছিল। বেংমৰাৰ-পৰা সৈন্য আনি পুনৰ ৰংপুৰ অধিকাৰ কৰিবলৈ দিচাঙৰপৰা আহি দৰিকা নৈৰ পাৰ পালেহি। বাতৰি পাই ওৱেলছ আৰু চোটচাহাব আগ বাঢ়ি গ'ল। তাকৰীয়া চিপাহী দেখি মোৱামৰীয়া সৈন্যদলে চাৰিওফালৰপৰা আগছি কিৰিলি পাৰিবলৈ ধৰিলে। ওৱেলছৰ সৈন্যই যেতিয়া মাজত থূপ খাই গুলীয়াবলৈ ধৰিলে, মোৱামৰীয়া সৈন্য বহুতো মৰিল আৰু ৰণ এৰি উজাই গ'ল।

এনেতে ওৱেলছ চাহাবক গভৰ্ণৰ জেনেৰেলে মাতি পঠালে। যুদ্ধৰ খৰছ বুলি ওৱেলছে দাবী কৰাত গৌৰীনাথসিংহই দিবলৈ একো নাই বুলি জনালে ওৱেলছ চাহাবে ইতিমধ্যে সংগ্ৰহ কৰা গুং-সূত্ৰ অনুসৰি তলাতল ঘৰৰ গোপন ভঁৰাল লুৰুকি ৪,০০,০০০ সোণৰ অলঙ্কাৰ, ৪,০০,০০০ ৰূপৰ অলঙ্কাৰ, ২,০০,০০,০০০ তোলা সোণৰ উপৰিও তাম, কাঁহ, পিতলৰ অসংখ্য বয়-বস্তু লৈ গ'ল।

এই জাতিটো যাতে কাহানিও সামৰিক শক্তি হিচাবে থিয় দিব নোৱাৰে, ৪০০০টা হিলৈ আৰু ২০০০ যুঁজৰ নাও লৈ গ'ল।

আনপিনে ইষ্ট ইণ্ডিয়া কোম্পানীয়ে বেহা-বেপাৰ কৰিবলৈ সৰ্ত্ত আদায় কৰিলে। শোষণৰ বাট মুকলি হ'ল।

ৰংপুৰৰ সোণৰ সফুঁৰা বগা-বঙালে লুটি নিলে। কাষৰ গাওঁ-ভূঁই পুৰি ৰংপুৰ পোৰা-নগৰ কৰিলে। ৰংপুৰৰ দুৰৱস্থা দেখি গৌৰীনাথসিংহই তাত নেথাকি দিচৈ বাহৰলৈ ভটীয়াই গ'ল।

ৰংপুৰৰপৰা মোৱামৰীয়া সৈন্য ওলাই উজাই গলেও সিয়ানতে বিদ্ৰোহৰ অন্ত পৰা নাছিল। এই আত্মক্ষয়ৰ অভিযান বহুত পিছুলৈকে চলিছিল। ইয়াৰ পৰিণতিয়ে কিন্তু কোনো ৰাজনৈতিক উদ্দেশ্য পূৰণ কৰিব পৰা নাছিল।

গৌৰীনাথসিংহই ৰংপুৰ নগৰ এৰি দিচৈৰ বাহৰলৈ ৰাজধানী তুলি নিয়াৰ পিছত ৰণ-ভগনীয়া মোৱামৰীয়া কেইহেজাৰমান সন্মিলিত হৈ পুনৰ ৰংপুৰ নগৰ আক্ৰমণ কৰিছিল। সৈন্য-সংখ্যা দেখি ৰংপুৰত থকা বৰপাত্ৰ-গোহাঁই আৰু বৰগোহাঁয়ে ৰণ এৰি দিচৈ বাহৰলৈ গুচি গ'ল। মোৱা-মৰীয়া সৈন্যয়ো এবা নগৰ ৰংপুৰৰপৰা বেংমৰাৰ ফালে উলটি যায়। পীতা-ম্বৰ মহন্ত আৰু ভৰতসিংহ উজাই গৈ এই অঞ্চলত সোমায়গৈ। তাৰপৰা ব্ৰহ্মপুত্ৰ পাৰ হৈ উত্তৰপাৰে কোঁঠ পাতেগৈ।

তিনি বছৰমান নিমাত হৈ থকাৰ পিছত উত্তৰপাৰে বাচকটাত ডফলা-বহতীয়া আৰু মোৱামৰীয়া ভগনীয়া গোট খাই মধুৰাম বৈৰাগীক বঙ্গাল দেশলৈ পঠিয়াই বৰকান্দাজ চিপাহী কিছুমান অনাই পোনতে গাওঁ-ভূঁই লুটপাত কৰি ফুৰিছিল। এই ষড়যন্ত্ৰৰ সেনাপতি আছিল ফোফাই আৰু যাই মন্ত্ৰণাদাতা আছিল বাচকটীয়া বৰবৰুৱাৰ ককায়েক ঢেকিয়াল ফুকন। গুৱাহটীয়া ডেকাফুকনক ভৰলী নৈৰ পাৰতে ফোফাইৰ সৈন্যদলে আক্ৰমণ কৰিলে। দুয়োপক্ষৰ সৈন্যদলৰ মাজত গুলীয়া-গুলী লাগিল। ৰণত ফোফাইৰ সৈন্যদল হুঁহকি আহি বাচকটাত থুপ খালেহি।

এইবেলি দিহিং পাৰ হৈ পূৰ্ণানন্দ বুঢ়াগোহাঁই নিজে উত্তৰ পাৰলৈ গৈ অভিযান চলাবলৈ বুলি গড়মূৰত কেঁাঠ দিলেগৈ। তাৰেপৰাই ফোফা-ইক আত্মসমৰ্পণ কৰিবলৈ জনাই পঠোৱাত সি প্ৰত্যাখান কৰিলে। তেতিয়া বুঢ়াগোহাঁয়ে লুইত সুঁতি পাৰ হৈ বাচকটা পালেগৈ। ঢেকিয়াল ফুকন পলাল। ফোফাই গুলী খাই মৰিল।

এই দ্ৰোহৰে সহযোগী কিছুমান মোৱামৰীয়া সৈন্য পীতাম্বৰ মহন্ত আৰু ভৰতসিংহৰ অধীনত মুঠ বান্ধি চকীহাট—সোঁৱালুগুৰিত সষ্টম হৈ ৰ'লগৈ। পূৰ্ণানন্দ বুঢ়াগোহাঁয়ে ৰজাৰ আদেশ অনুসৰি নাৱে-তৰে খেদি গৈ আক্ৰমণ কৰিলে। তাতে ৰণ হ'ল। মোৱামৰীয়া সৈন্যই থাৰৰিব নোৱাৰি ৰণ এৰি ভাগি গ'ল। পীতাম্বৰ মহন্ত বন্দী হ'ল। ভৰতসিংহ উজাই গৈ উজনিৰ ডাওৰী পালেগৈ।

১৭২৩ চনলৈকে দুবছৰমান নিতাল মাৰি থাকি ভৰতসিংহই -চিংকৌৰ লগ-লাগি আকৌ আক্ৰমণ কৰিবলৈ থিৰাং কৰিলে। এই বাতৰি

পাই ডেকাফুকনক পাঁচ কোম্পানী চিপাহী দি ৰণলৈ পঠালে। বেংমৰাতে ৰণ হ'ল। ৰণত বহুতো মৰাণ-চিংফৌ সৈন্য পৰিল। এনেতে মৰাণ-চিংফৌ দুভাগ হৈ দুফালে গুচি গ'ল। চিংফৌৱে আত্মসমৰ্পণ কৰিলে। বহুতো সৈন্য বন্দী হ'ল আৰু বহুতো সমল জব্দ কৰিলে।

অলপ দিনৰ পিছতে ডেকাফুকনক পুনৰ ছয় কোম্পানী চিপাহী দি বাকী থকা দ্ৰোহীসকলক দমন কৰিবলৈ পঠালে। ডেকাফুকন গৈ ডাণ্ডৰীত খেদি ধৰিলেগৈ। ডাণ্ডৰী, চকৰীটিং, হোলোংগুৰিৰ মোৱামৰীয়া মৰাণে বন্দুকধাৰী সৈন্য দেখি ঘৰ এৰি হাবিত সোমাল। ডেকাফুকনৰ চিপাহীয়ে হাবি বেঢ়ি ধৰিলে। এদিন লগত পাঁচজন মৰাণ সহযোগী লৈ সাহসেৰে ভৰতসিংহ ওলাই নচিপসিং চুবাদাৰৰ কোম্পানলৈ খেদি আহি চিপাহী এটাক যাঠিৰে খুঁচি বগৰাই পেলালে। তাকে দেখি যোগীসিং নামেৰে চিপাহী এটাই ভৰথিলৈ গুলী এৰিলে। গুলী কৰঙনত লাগিল। তালৈ কেৰেপ নকৰি ভৰথিয়ে যোগীসিঙৰ বন্দুকত দুই হাতেৰে খামোচ মাৰি ধৰিলে। এনেতে আন দুটা চিপাহীয়ে সঙ্গিনেৰে খুঁচি মাৰিলে। পীতাম্বৰ মহন্তৰ আশা-ভাৰসাৰ স্থল ভৰথিৰ মৃতদেহটো খুটিয়াপোতালৈ লৈ গ'ল।

ভৰথিৰ মৃত্যু হোৱা দেখি অন্যান্য মোৱামৰীয়াসকল গভীৰ অৰণ্যত সোমালগৈ। ভৰথিৰ শৰটো খুটীয়াপোতালৈ নি মোৱামৰীয়া গাৱঁৰ মাজত পিং দি থলে। এদিন সপ্তভূজে যি সপোন দেখিছিল, তেওঁৰ পৰিণতি ভৰথিৰ হাতত পৰিসমাপ্তি ঘটিল। হাবিৰ মাজত লুকাই থকা লোক-সকলে অনাহাৰ-অৰ্দ্ধাহাৰত জৰ্জৰিত হৈ আত্মসমৰ্পণ কৰিলে আৰু বুঢ়া-গোহাঁয়ে তেওঁবিলাকক সংস্থাপিত কৰি থলে।

উজনিৰপৰা ভগনীয়া হৈ যোৱা মোৱামৰীয়াই দাঁতি-কাষৰৰ কিছুমান মানুহ গোটাই বিজয় বৰমূৰা গোহাঁইৰ পুতেকক ৰজা পাতি লৈ পোতনি, পাথৰি, ভেলেউগুৰি গাঁৱত জুই দিলে। কলং-কপিলী পাৰ হৈ ফুকন-ৰাজখোৱা, বহিয়াল বৰুৱাই মোৱামৰীয়াক ধৰিলে। ৰণত থাৱৰিব নোৱাৰি পিছু হুঁহকি গ'ল। ৰণত ঘিলাধৰীয়া ৰাজখোৱা, বহিয়াল বৰুৱা, ৰণজয় নগঞা হাজৰিকা, চেংকলী খৰঙি হাজৰিকা আৰু প্ৰায় পাঁচশমান মানুহ মৰিল। মোৱামৰীয়াই কাজলী, মিছামুখ আৰু ব্ৰহ্মপুত্ৰ সীমা কৰি ৰাজ্য ৰবাই ললেঁ।

কাপ্তান গোহাঁই আৰু বছা ৰাজখোৱাই এদল সৈন্য লৈ খাগৰি-জানৰ ওপৰে কলঙৰ উত্তৰ পাৰত কোঁঠ পাতিলে। কছাৰী, নগঞা, ভগ-

নীয়া, মোৱামৰীয়া গোট খাই কলং পাৰ হৈ গাঁৱত জুই দিলে। তাতে দুয়োপক্ষৰ তুমুল ৰণ হ'ল। সেই ৰণতে ব্ৰজপুৰী বঙাল এটাই অগ্নিবাণ মৰা দেখি মোৱামৰীয়াই ভয় খাই কছাৰী ৰাজ্যত সোমালগৈ। ছকুৰি মোৱামৰীয়া সৈন্য ৰণত পৰিল।

এইবেলি ডেকাফুকনক পাঁচ কোম্পানী চিপাহী দি ৰণলৈ পাচিলে। ডেকাফুকনে বিৰহ-বেবেজীয়াত কোঁঠ পাতি ৰ'ল। দক্ষিণপাটতো কোঁঠ পাতিলে। তাৰপৰা কপিলীমুখ, নাৰিকলগুৰি, সোণাপুৰ সোমাই ডবকা পালেগৈ। কছাৰী গৈ ডিমৰুৱা সোমালগৈ। এনেতে কছাৰী আৰু মোৱা-মৰীয়াৰ মাজত বিভেদ হ'ল। দুভাগ হৈ এভাগ কছাৰী ভাগি আহি ডেকা-ফুকনৰ কোঁঠত সোমালহি। তেওঁ সকলোকে বিৰহ-বেবেজীয়াত সংস্থাপিত কৰি থলে। মোৱামৰীয়াও দুৰ্বল হৈ এনি-তেনি সোমাই নিফাট মাৰিলে।

কুৰি বছৰীয়া আত্মক্ষয়ী অভিযানৰ এইখিনিতে অন্ত পৰিল। লাভ-লোকচান হিচাপ কৰিলে দেখা যায় ব্যক্তিগত ঈৰ্ষা, হিংসা, অভিমানৰ লগত জাতীয় জীৱনক সাঙুৰি দি যি বিদ্ৰোহৰ দাবাগ্নি জ্বলাই তোলা হ'ল তাৰ পৰিণতি স্বৰূপে দেশৰ ষাঠিভাগ প্ৰজা ক্ষয় গ'ল ॥ অজস্ৰ সম্পত্তি, খেতি-বাতি, ঘৰ-দুৱাৰ জুইত জাহ গ'ল আৰু ইংৰাজ সাম্ৰাজ্যবাদীৰ বাবে বাটচ'ৰা মুকলি কৰি দিয়া হ'ল।

# লক্ষ্মীসিংহৰপৰা চন্দ্ৰকান্তলৈ

লক্ষ্মীসিংহৰ স্বভাৱ আছিল মৃদু, আচৰণ মধুৰ। পানীকেচুৱা অৱস্থাতে পিতৃহাৰা হৈ ৰাজকাৰেঙত পাইছিল, অনাদৰ, অৱহেলা। অদৃষ্টই লক্ষ্মী-সিংহক আগ বঢ়াই নিছিল। শিৱসিংহ আৰু প্ৰমত্তসিংহৰ পিছত ৰজা হোৱাৰ কথা আছিল মোহনমালা বাটঘৰীয়া গোহাঁই। সৰুতে বসন্ত ওলাই দাগ বৈ যোৱা বাবে মোহনমালা গোহাঁইক ৰজা নেপাতি ভায়েক সৰুজনা ৰমানাথ গোহাঁইক ৰজা পাতিলে। শিঙৰি ঘৰত উঠি ৰাজেশ্বৰসিংহ নাম ল'লে।

ৰাজেশ্বৰসিংহৰ দিনত ১৬,000 পাইকে সাত হাজাৰ তোলাকৈ সোণ বছৰি ৰাজভঁৰালত জমা কৰিছিল। কিন্তু এবাৰ গুৱাহাটীলৈ যাওঁতেই ত্ৰিশ হেজাৰ টকা আৰু এহেজাৰ তোলা সোণ দান কৰিছিল। যথাৰ্থতে অজস্ৰ ধন-সোণ দানৰ নামত অপব্যয় কৰিছিল। দেশৰ অৱস্থা স্বচ্ছল, প্ৰজা শান্তিপ্ৰিয় ৰজা সুখাভিলাষী আছিল। সাহিত্য-সঙ্গীত, নাট-ভাওনা, ধৰ্ম-কৰ্মত গভীৰভাবে মনোনিবেশ কৰিছিল। ৰাজ্যত ৰণৰ আখৰা, হিলৈ-বৰতোপৰ নিৰ্মাণ পাতলি গৈছিল। খাৰ-গুলী পুৰণি হৈ পৰিছিল। ৰজাই পূজাঘৰত বহি গোঁসানীৰ ৰূপ দৰ্শন কৰিবলৈ আকুল আগ্ৰহেৰে বাট চাই আছিল। কছাৰী-জয়ন্তা, খৈৰাম-নৰ্ত্তঙলৈ বাট কাটি গৈ যুদ্ধ জয় কৰা সেনাপতি ফুকনে মণিপুৰলৈ বুলি মৰঙীৰ বাটে সোমাই দিঙমোহ হৈ পৰ্বতৰ মাজতে ছমাহ কটাই উলটি আহিল। আদবাটতে অন্ত পৰিল লতাকটা ৰণ।

যদিওবা পিতৃ স্বৰ্গদেৱে পাঁচোজন পুতেকক এজন এজনকৈ ৰজা হবলৈ উপদেশ দি গৈছিল, বিধিৰ বিপাকত মোহনমালা তল পৰিল। ৰাজেশ্বৰসিংহৰ মৃত্যুৰ পিছত সকলোৱে আশা কৰিছিল, বৰপুত্ৰ চাৰুসিংহ ৰাজপাটত বহিব। উজ্জল গৌৰবৰ্ণ, সুন্দৰ সুঠাম চাৰুসিংহ আৰু প্ৰমদা কুঁৱৰী দুয়ো বিদ্বান-বিদুষী আছিল। তদুপৰি দুয়ো আছিল প্ৰজাবৎসল। কিন্তু দেৱবগাঁৱৰ বাহৰত ৰাজেশ্বৰসিংহৰ মৃত্যুৰ পিছত কীৰ্ত্তিচন্দ্ৰ বৰ-বৰুৱাৰ উদ্যোগত কালশিলীয়া গোহাঁই লক্ষ্মীসিংহক ৰজা পতা হ'ল। চাৰুসিংহ আৰু ৰত্নেশ্বৰ গোহাঁই দুয়োজন কোঁৱৰকে নামৰূপলৈ পঠালে। ৰাজেশ্বৰসিংহ ৰাজপাটত বহিবৰ সময়তে মোহনমালা গোহাঁইকো নাম-ৰূপলৈ নিৰ্বাসিত কৰা হৈছিল।

লক্ষ্মীসিংহ ৰাজপাটত বহাটো বহুতেই কামনা নকৰিছিল। ইয়াৰ কাৰণ আছিল কেইবাটাও, ৰুদ্ৰসিংহই 'কাল' বুলি কৈছিল। লক্ষ্মীসিংহৰ জন্মৰ পিছতেই ৰুদ্ৰসিংহ ৰোগাক্ৰান্ত হৈছিল আৰু সেই ৰোগেই মৃত্যুৰ কাৰণ আছিল। দ্বিতীয়তে লক্ষ্মীসিংহৰ শ্ৰী-চেহেৰা আছিল নিতান্ত সাধাৰণ আৰু গাৰ বৰণ কলীয়া। ৰাজেশ্বৰসিংহৰ ৰাজত্বত কোঁৱৰালি কালতে লক্ষ্মীসিংহই দুবাৰ লযোগে থাকি পৰ্বতীয়া গোসাঁইৰ মন্ত্ৰ গ্ৰহণ কৰিবলৈ চেষ্টা কৰিছিল কিন্তু উচ্চাভিকাৰ উচ্চ শিখৰত বহি থকা গোসাঁয়ে তেওঁৰ গোসাঁনী মন্ত্ৰ কালশিলীয়া গোহাঁইক দিবলৈ ইচ্ছা নকৰিলে। লক্ষ্মীসিংহই নিৰুপায় হৈ তেওঁৰ পঢ়াশলীয়া অধ্যাপক ৰমানন্দ আচাৰ্য্যৰ পৰাই শিৰ-মন্ত্ৰ গ্ৰহণ কৰি গুৰু মানিলে। লক্ষ্মীসিংহ ৰাজপাটত বহিলে, ৰমানন্দ আচাৰ্য্য ৰাজ-গুৰু হৈ অসীম সন্মানৰ অধিকাৰী হ'ল। সেইবাবে সবাতোকৈ অসন্তুষ্ট হৈছিল পৰ্বতীয়া গোসাঁই; লগতে অসন্তুষ্ট হৈছিল চাৰি ৰাজসত্ৰৰ গোসাঁই কেইজনো। কিন্তু পিতৃ-স্বৰ্গদেৱৰ আদেশ মানিয়েই লক্ষ্মীসিংহক ৰজা পাতিছিল। ৰজা পাতিবৰ সময়ত তিনিজনা ডাঙৰীয়া, বৰবৰুৱা কীৰ্ত্তিচন্দ্ৰ, ঢোলপেটা নাওবৈচা ফুকন, ৰুজৰুঙীয়া ভিতৰুৱাল ফুকন, পুথাও ডেকাফুকন, ৰূপসন্দিকৈৰ দিহিঙীয়া ফুকন, বলীয়া ন-ফুকন, বৰুতিয়াল ৰাজনেওগ আদি উপস্থিত আছিল। যথানিয়মে সাতসেৱা কৰিছিল।

লক্ষ্মীসিংহই মোৱামৰীয়া সৈন্যৰ হাতত পোৱা অপমানত জৰ্জৰিত হৈ পৰিছিল। লৰালি কালৰেপৰা অনাদৰ-আওহেলাত ডাঙৰ হৈ মন দুখ-বিষাদেৰে উপচি পৰিছিল। তাতে ৰাজ্যভ্ৰষ্ট হৈ দুখৰ পাৰ নোহোৱা হৈছিল। জয়দ'লত বন্দী হৈ নীৰৱে নিৰলে কেৱল ভাগ্যকেই ধিয়াই সময় অতি-বাহিত কৰিছিল। মোহনমালাই বন্দীশালত দেখা কৰিবলৈ যাওঁতে, ককা-য়েককে ৰজা হবলৈ খাটনি ধৰিছিল। সম্ভৱ, বন্দিত্বৰ গ্লানি আৰু অপমানৰ হাত সাৰিবলৈ। কেকেৰু কলিতা, ৰামকৃষ্ণাই, কুৰঙ্গনয়নী, বাইলুং গোহাঁই, ঘনশ্যাম গোহাঁই, কহন, আপইতা আদিয়ে ৰাঘৱক বধ কৰি ৰংপুৰ উদ্ধাৰ কৰিবলৈ যত্ন কৰাৰ কথাও তেওঁ জনা নাছিল। ৰাঘৱ, নাহৰখোৱা আৰু ৰাধাক মাৰি কাঁড়ী-বাৰুৱতীয়ে 'তুংখুঙীয়াৰ ঘৰৰ আগৰ ৰজাহে ৰজা হ'ল, ৰাইজ নেভাগিবি' বুলি চিঞৰি চিঞৰি জয়দ'লৰপৰা লক্ষ্মীসিংহক আনিবলৈ গৈছিল, তেতিয়া ৰজাই ৰবঞ্চ ভয় খাইছিল। তেওঁ এনেকৈ সহজতে ৰাজ্য লাভ কৰিব বুলি মনে-ঘৰেও নেভাবিছিল।

লক্ষ্মীসিংহ কৃতজ্ঞ অথচ বিবেচক আছিল। মোৱামৰীয়া বিদ্ৰোহৰ সময়ত যিসকলে ত্যাগ স্বীকাৰ কৰি সহায় কৰিছিল, সকলোকে বঁটা-

বাহন, বিষয়-বাব দিছিল। কহন আৰু আপইতাক হাজৰিকা, পিজলী লিগিৰাক খনিকৰ বৰুৱা, কাম লিগিবাক তিপমীয়া ফুকন, লাখৰ লিগিবাক শেনচোৱা, বৰুৱা, তাম্বুলী লিগিবা শিৱনাথক ভিতৰুৱাল ফুকন পাতিলে। ইয়াৰে ভিতৰত বৰগোহাঁইৰ বিলতীয়া পাইক কেকেৰু হাজৰিকাক ভঁড়াৰী বৰুৱা পাতিলে; পিছত চোলাধৰা ফুকনো পাতিলে। স্বৰ্গদেৱৰ খুজি কেকেৰুৱে সোণৰ গামখাৰু, মকৰ-কুণ্ডল লৈ ডা-ডাঙৰীয়াকো নমনা হ'ল। তিনিওজনা ডাঙৰীয়া এদিন একেঠাই হৈ কলিতাৰ বিৰুদ্ধে অভিযোগ তোলা সত্বেও কলিতাক শাস্তি দিব নুখুজিছিল। ডাঙৰীয়াসকলৰ বাৰম্বাৰ আপত্তি শুনি অৱশেষত ফুকন ভাঙি তামোলবাৰীৰ ঘৰলৈ খেদিছিল। পিছে কেকেৰুৱে সৈন্য-সামন্ত গোটাই স্বৰ্গদেৱৰ বিৰুদ্ধে ৰণ কৰিবলৈ সচেষ্ট হৈ ওলাইছিল। ৰজাৰ বদান্যতাক কৃতঘ্নতাৰে উভতনি দিছিল।

পূৰ্বাও স্বৰ্গদেও গদাধৰসিংহই কৈছিল, 'সৰুক বৰ বিষয় নিদিবি।' কেকেৰু বৰগোহাঁইৰ সাধাৰণ বিলতীয়া পাইক আছিল। পিছত বৰগো-হাঁইৰ বিলতীয়া মেলৰ হাজৰিকা হৈছিল। কুৰঙ্গনয়নীৰ দিহা-পৰামৰ্শ দি লক্ষ্মীসিংহক সিংহাসনত বহুওৱাত আগ-ভাগ লৈছিল। সেই বাবে স্বৰ্গদেৱে ভঁড়াৰী বৰুৱা বিষয় দিছিল। কিন্তু তেতিয়াৰেপৰা কেকেৰু কলিতাই তোষামোদী আচৰণেৰে স্বৰ্গদেৱক মোহত পেলাই নানান অকথা কৰিছিল। তথাপি ৰজাই তেওঁক চোলাধৰা ফুকন বাব দি ওপৰলৈ তুলি-ছিল। পিছলৈ এনেহে হ'লগৈ যে ৰজাই কাৰেঙৰপৰা ওলাই আহি কলিতা ফুকনৰ লগতহে চৌখাম কৰে; ডাঙৰীয়াসকলেও কথা-সম্ভাষা হৈহে যাব পাৰে। সেয়েহে বৰগোহাঁই ডাঙৰীয়াই মেলত গোচৰ দিছিল, 'ই মোৰ বিলতীয়া মেলৰ পাইক। মহা বেশ্যা, মদপী। ইয়াক স্পৰ্শ কৰিব নেপায়। ইয়াৰ জাতি-কুল নাই। ই স্বৰ্গদেৱৰ লগত থাকিব নেপায়।' উত্তৰত ৰজাই ক'লে, 'মই ইয়াক চিনি নেপাওঁ। তোমালোকেহে ভাল বুলি কৈছিলা, বাৰু এতিয়া দুষ্ট বুলি কৈছা, মই বিচাৰ কৰিম।' ডাঙৰীয়াসকলে হেঁচা দি ধৰাত ৰজাই কৈছিল, 'মই কলিতাৰ অৰ্থে ডাঙৰীয়াবোৰক মাতিছোঁ, তাকো বিষয়া ভাঙি তামোলবাৰীৰ ঘৰলৈ খেদিছোঁ। উত্তৰ কূলত থাককগৈ।' লক্ষ্মীসিংহৰ এই বিচাৰৰপৰাই তেওঁ ধীৰ, স্থিৰ আৰু বিচাৰ-বুদ্ধি সম্পন্ন হোৱাৰ প্ৰমাণ পোৱা যায়। কিন্তু কোনো কোনো ক্ষেত্ৰত তেওঁৰ সিদ্ধান্ত নিতান্তই শিথিল আছিল। ভুধৰ গোহাঁই আৰু তিপমীয়া গোহাঁইৰ বিদ্ৰোহত পোন-পটীয়াকৈ লিপ্ত থকা সত্বেও পৰ্বতীয়া গোসাঁইক শাস্তি দিয়া নাছিল; এবাৰ ৰংপুৰৰপৰা ভটীয়াই যাবলৈ আদেশ দি দিখৌৰ ঘাটৰপৰা ওলোটাই অনাইছিল। অথচ পদে-প্ৰমাণে পৰ্বতীয়া গোসাঁই ৰাজদ্ৰোহ অপৰাধত লিপ্ত আছিল।

মোৱামৰীয়া বিদ্ৰোহৰ পিছত লক্ষ্মীসিংহ উদাস, বিষাদগ্ৰস্ত হৈ পৰিছিল। সঘনে কোঁৱৰালি কালৰেপৰা পোৱা তিক্ততা-বিক্ততাৰ উপৰিও ৰজা হৈ বন্দিত্বৰ অপমান আৰু গ্লানি বহন কৰিবলগীয়া হৈছিল।

যি গৰাকী ৰাণীয়ে যৌৱনৰ দুৱাৰদলি নৌ ডেওতেই বৈধব্যৰ বেদনা বুকুত বান্ধি লৈছিল, তেওঁ পুত্ৰৰ সকলো দুখ-বেদনা চকুৰ আগতে দেখি আছিল। লক্ষ্মীসিংহক জয়দ'লত বন্দী কৰি থবৰ সময়ত ৰাজমাও, আই-কুঁৱৰী, কোঁৱৰ লোকনাথ এই সকলকো বন্দী কৰি থৈছিল। এই গৰাকী ৰাজমাৱেই আছিল বগী ৰাজমাও। দেখনত ৰূপহী, বৰণত বগী। মানুহে বুলিছিল বগী ৰাজমাও। কাৰেঙৰ অনাদৰ, অৱহেলা ডেই আহি পুতেক ৰাজপাটত বহোঁতে ৰাজমাৱে আনন্দত চকুলো টুকিছিল কিন্তু সেই চেৰেঙা আশাৰ বুকুতে লুকাই আছিল বেদনাৰ কলীয়া ডাৱৰ। পুত্ৰৰ লগতে নিজেও বন্দিত্বৰ গ্লানি, অপমান আৰু অপযশ ভোগ কৰিছিল।

মেটেকাৰ আলি য'ত বৰআলিত লাগিছে, সেইখিনিতে বগী ৰাজ-মাৱে এটি পুখুৰী খনাই পাৰত দ'ল বন্ধালে। পিছে উছৰ্গা কৰাৰ আগ-তেই ৰাজমাওৰ মৃত্যু হ'ল। এই বগীদ'ল আৰু পুখুৰীকে বগীদ'লৰ পুখুৰী বোলে। কোনোৱে আলি-কেঁকুৰিৰ পুখুৰীও বোলে। ৰাজমাওৰ শ্ৰাদ্ধকৰ্ম কৰি ব্ৰাহ্মণক মুকলি হাতেৰে দান কৰিলে। ইয়াৰ পিছত পুখুৰী উছৰ্গা কৰোঁতে ব্ৰাহ্মণ আৰু স্ত্ৰী উভয়ৰে বাবে দুটা সোণ-ৰূপৰ গঁৰাল কৰি আঁজলি পাতি দান কৰিলে। অজস্ৰ ধন-সোণ ৰাজভঁৰালৰপৰা ওলাই গ'ল।

ৰাজেশ্বৰসিংহৰ মৃতদেহ খৰি-দি সংস্কাৰ কৰা হৈছিল, আৰু বামুণীয়ামতে আদ্যশ্ৰাদ্ধ কৰা হৈছিল। এই ব্যৱস্থাত আহোম দেওধাই-বাই-লঙে দোৰ্ঘোৰ প্ৰতিবাদ কৰিছিল। এই সময়ত জ্যোতিষীয়া গণকে গণিতা কৰি পোৱা ভবিষ্যত-বাণী ফলিওৱা নাছিল অথচ দেওধাই-বালুঙে খৰিকা মাৰি কুকুৰা -ঠেং চাই পোৱা ফল ফলিয়াইছিল। সেই বাবে স্বৰ্গদেৱে ৰাজেশ্বৰসিংহৰ জুমুঠি সাজি আহোমীয়া মতে মৈদাম দি পুনৰ ৰিকৃখন উৎসৱ পাতি মৃতকৰ আত্মা উপৰি পুৰুষৰ সঙ্গলৈ নিছিল। ৰজাৰ মন প্ৰাচীন ৰীতি-নীতিৰ প্ৰতি আকৰ্ষিত হৈছিল, কিন্তু পহুমৰীয়া ন-গোসাঁয়ে তান্ত্ৰিক মতে তাৰাদেৱীৰ পূজা আড়ম্বৰপূৰ্ণভাৱে পাতিবলৈ সন্মত কৰায় আৰু পূজাৰ অন্তত অপৰ্য্যাপ্ত ধন-সোণ ব্ৰাহ্মণক দান দিয়ায় আৰু নিজেও সম্পদ আহৰণ কৰে।

লক্ষ্মীসিংহৰ চৰিত্ৰ পিতৃ ৰুদ্ৰসিংহৰ সম্পূৰ্ণ বিপৰীত আছিল। ৰুদ্ৰ-সিংহ সকলো সময়তে আপোন সিদ্ধান্তত স্থিৰ আছিল। লক্ষ্মীসিংহই

ডা-ডাঙৰীয়াসকলে আন মানুহৰ পৰামৰ্শমতে কাম কৰিছিল। কলিতা ফুকনৰ পৰামৰ্শ অনুসৰি দিখৌৰ চুণপোৱা ঘাটত এখন পকী দলং সাজিবৰ অৰ্থে শিল-ইটা গোটাবলৈ তলাতল ঘৰৰ এটা বিৰাট অংশ আৰু কাৰেংটো ভঙাই নষ্ট কৰে। সেই দলং সজা নহ'ল। মোৱামৰীয়া বিদ্ৰোহী আহি নগৰ পোৱাৰ সময়ত গোপেশ্বৰ দুৱৰাৰ বৈণীয়েক, মোহনমালাৰ জীয়েকে পঠিওৱা বাতৰি মতেই ৰজাঘৰীয়া সৈন্যদলক নিষ্ক্ৰিয় কৰি পেলাইছিল। মোৱামৰীয়াৰ অভিযান কীৰ্তিচন্দ্ৰৰ বিৰুদ্ধে হ'লেও ৰজা নিষ্ক্ৰিয় হৈ শত্ৰুক লাই দিব নেলাগিছিল।

লক্ষ্মীসিংহৰ আমোলত আহোম ৰাজশক্তিৰ কঁকালত যিটো মাধমাৰ পৰিল, তাৰ পিছত আৰু গা-টঙাবলৈ সুবিধাই নোলাল। ধৰ্মৰ দিশত আহোম আদৰ্শ বিতাৰিত হ'ল আৰু হিন্দু আদৰ্শই একাধিপত্য বিস্তাৰ কৰিলে।

গৌৰীনাথসিংহ লক্ষ্মীসিংহৰ একমাত্ৰ পুত্ৰ সন্তান। জীৱনৰ শেহৰ-ফালে লক্ষ্মীসিংহই গ্ৰহণী ৰোগত ভুগিছিল। লাহে লাহে এই ৰোগ পুৰণি হৈ আহিছিল আৰু বেজ কবিৰাজৰ ঔষধে গুণ নিদিয়া হৈছিল। তাতে এটা অঘটন ঘটিল। কাৰেঙৰ ঠাইসাৰী তিৰোতা এজনীৰ আঁচলত চাকিৰ শলাকানিৰপৰা জুই লাগিল। তাই কাপোৰখন গাৰপৰা এচাৰ মাৰি এৰুৱাই দলিয়াই দিলে । ৰৰঘৰৰ টুপৰ চালত পৰি দপ্‌দপ্‌কৈ জুই জ্বলি ৰৰঘৰ পুৰি ছাই কৰিলে। স্বৰ্গদেও ৰৰঘৰৰপৰা গৈ কোঁৱৰবালি কালত থকা পুৰণি বাহৰত সোমালগৈ । এই জুই অমঙ্গলৰ চিন বুলি প্ৰজাই কোৱা-কুই কৰি-ছিল। সঁচাকৈয়ে দিনদিয়েকৰ পিছতে লক্ষ্মীসিংহৰ নৰিয়া টান কৰিলে। তাকে দেখি লোকনাথ গোহাঁইদেউক যুৱৰাজ পাতি ডাঙৰীয়া তিনিজনক চাৰিখনীয়া সাজ কাপোৰেৰে বঁটা দিলে। বছৰেক নৌ ঘূৰোঁতেই লক্ষ্মী-সিংহ স্বৰ্গী হ'ল। সেইদিনাই ডাঙৰীয়া বিষয়াই যুৱৰাজক ৰজা পাতিলে।

গৌৰীনাথসিংহৰ চৰিত্ৰ অদ্ভুত গুণ আৰু দোষৰ সমষ্টি আছিল। অত্যন্ত দুৰ্বল আৰু অবিবেচক আছিল। কেতিয়া কাৰ ওপৰত ৰুষ্ট আৰু কাৰ ওপৰত তুষ্ট হৈছিল, কোনেও তৰ্কিব নোৱাৰিছিল।

গৌৰীনাথসিংহ জাতে-পাতে হিন্দু আছিল। লক্ষ্মীসিংহ স্বৰ্গদেৱৰ মৃতদেহ দিখৌ নৈৰ হাতীখোকৰ ঘাটত কাঠ-সংস্কাৰ কৰি অস্থি চৰাই-দেওলৈ নি মৈদাম বান্ধিলে। শ্ৰাদ্ধ-পিণ্ড অনুষ্ঠিত কৰি দান-দক্ষিণা কৰিলে।

সকলো মহন্তক নিমন্ত্ৰণ কৰি আনি ৰৰসবাহ পাতিলে—নামকীৰ্ত্তন কৰি। এইসবাহতেই বেঙেনাআটীয়া গোসাঁইক কুকুৰাখাহাঁৰ নামনিত বহুৱাইছিল। পূৰ্বতে এই ঠাইত কীৰ্ত্তিচন্দ্ৰই দিহিং সত্ৰৰ গোসাঁইক বহুৱাইছিল।

পিতৃ স্বৰ্গদেৱৰ দিনতে সদিকৈৰ শিৱৰাম ৰৰবৰুৱা পাতিছিল। শিৱৰাম হেকেৰা ৰৰবৰুৱা নামেৰেহে অধিক জনাজাত আছিল। এদা-ৰাৰীত ঘৰ আছিল গুণে এদাৰৰীয়া ৰৰবৰুৱা নামেৰেও খ্যাত। লাইথেপেনা ৰৰগোহাঁইৰ নাতিয়েক, দ'লবন্ধা ৰৰগোহাঁইৰ পুতেক বাইলুং ৰৰগোহাঁই বয়সতো আছিল বুঢ়া, ৰাজনীতিতো আছিল অভিজ্ঞ। এদাৰৰীয়া ৰৰবৰুৱাও আছিল ৰৰগোহাঁইৰ সমকক্ষ। দুয়োৰে মাজত পেটে পেটে অসূয়া পিতৃ স্বৰ্গদেৱৰ দিনৰেপৰা। উৰহী গছৰ ওৰ ক'ৰবাত।

আহোম ডা-ডাঙৰীয়াসকলৰ নিজৰ ভিতৰতে অবিশ্বাস, আনুগত্য হীনতা আৰু অনমনীয়তাই গৌৰীনাথসিংহৰ দিনত শীৰ্ষ পৰ্য্যায়লৈ উঠি-ছিল। আৰু, ৰজাই এই বিষয়ত নিজেই ৰৰগুনি যোগাইছিল। ৰৰগোহাঁই মেলৰ বিলতীয়া পাইক কেকেৰু কলিতাই বাইলুং ৰৰগোহাঁইক প্ৰত্যক্ষ ভাবে অৱমাননা কৰিছিল। তিনিজনা ডাঙৰীয়া একগোট হৈ ৰজাক গোচৰ দিয়াৰ পিছত এদাৰৰীয়া ৰৰবৰুৱাই পোনতে পালীঘৰত আৰু পিছত নিজৰ বহাঘৰত কলিতা ফুকনক সাতদিন পলুৱাই ৰাখিছিল। কথা বিষম দেখি কলিতা ফুকনে সাষ্টাঙ্গে পৰি ৰৰগোহাঁইক ক্ষমা খুজিছিল। ৰৰ-গোহাঁয়ে ক্ষমা নিদিলে। কলিতা ফুকনক বিষয়া ভাঙি নাৰায়ণপুৰলৈ খেদিলে। এই কথাতে ৰৰবৰুৱাই ৰৰগোহাঁইৰ বিৰুদ্ধে অসূয়া লৈ আছিল। সুবিধা পাই স্বৰ্গদেৱক জনালে, 'ৰৰগোহাঁইৰ মন বিধাৱণ।' ৰজাই বাইলুং ৰৰগোহাঁইক তিনিজন পুতেকে সৈতে প্ৰাণদণ্ড দিলে। পিছে, টৌলোঠাৰ কান, ইকান আৰু সিকান।

টংচু আলিৰ মূৰত, ধোদৰ আলিৰ কাষত, নাজিৰা-বড়তলৰ ওচৰত হেকেৰা ৰৰবৰুৱাই কুৰি হাতমান দকৈ এটা পুখুৰী খনালে, পানী নোলাল। পিছে তাত নিসন্ধি হৈ ধান গজি পথাৰৰ বোৱা যেন হ'ল। ৰৰবৰুৱাৰ ৰংপুৰৰ বহাঘৰৰ ৰাৰীত জাতিবাঁহ এজোপা ফুলিলে। এটা, এটাকৈ কেইবাটাও অমঙ্গল ঘটিল। কোনোৱে ক'লে 'ৰৰবৰুৱাৰ দিন মন্দ, কোনোৱে ক'লে, 'ৰজাৰ ৰাজ্য-নাশ।' গৌৰীনাথসিংহ সিংহাসনত বহাৰেপৰা এদাৰৰীয়া ৰৰবৰুৱা কোনোবা পাকত এনেকৈ ক্ষমতাশালী হৈ উঠিল যে, কোনোটো কাম ৰজাক জনাই আৰু কোনোটো স্বেচ্ছাই কৰিছিল। লগাই-ধুঁজাই মহন্তকে শাস্তি দিয়ালে। এনেতে ৰজাই উপলব্ধি

কৰিলে, 'স্বৰ্গদেও তল; হেকেৰা ৰৰবৰুৱা ওপৰ।' সেয়েহে ৰৰবৰুৱাক ভাঙি পাঁচোজন পুতেকে সৈতে এদাবাৰীত থলেগৈ। আৰু এটা কাৰণ। এদাবৰীয়া ৰৰবৰুৱাই স্বৰ্গদেৱক পৰ্বতীয়া গোসাঁইৰ মন্ত্ৰ লবলৈ পৰামৰ্শ দি অপৰাধ লগাইছিল।

মোৱামৰীয়াই শিঙৰি ঘৰ পুৰি, স্বৰ্গদেৱৰ দোলাত দাবে ঘপিয়াবৰ দিনা ভগা ৰৰবৰুৱাৰ পুতেকহঁত আহিছিল বুলি শুনি ৰৰমেলত বিচাৰ কৰি চাৰিজন পুতেকৰ চকু কাঢ়িবলৈ আদেশ দিছিল।

এবাৰ এদাবাৰীলৈ গৈছিল। হঠাৎ ভগা ৰৰবৰুৱালৈ মনত পৰি পদূলিতে ৰ'ল। চাৰি পুতেকে সৈতে ৰৰবৰুৱাক মতাই আনি, দুৰৱস্থা দেখি কৰুণা জন্মিল। স্নেহ-বাক্য বুলি আটাইকে কাপ-কাপোৰ দিলে। ভগা ৰৰবৰুৱায়ো স্তুতি-প্ৰাৰ্থনা কৰি সেৱা কৰিলে।

নাজিৰাহটীয়া গণক, নাম নগা। পিতৃ ময়ুৰ মজিন্দাৰ বৰুৱা কাকতীয়া কামত পাৰ্গত আছিল। পিতৃ লক্ষ্মীসিংহই নগাক মজিন্দাৰ বৰুৱা পাতিলে। গৌৰীনাথসিংহৰ অতি জনপ্ৰিয় হৈ ৰাজকাৰেঙলৈ যাব পৰাকৈ আৰু ৰজাৰ সাজৰ সময়ত থাকিব পৰাকৈ লাখাম চেতিয়া খেললৈ তুলিলে। নগা মজিন্দাৰে নাগেৰী, কাৰ্চী, বঙলা, ভোটানী আৰু ব্ৰহ্মদেশৰ ভাষাও জানিছিল। আচল নাম আছিল অম্বৰিষ। মুখৰ গঢ় নগা মানুহৰদৰে হোৱা বাবে ৰজাই নগা মজিন্দাৰ বুলিছিল।

মজিন্দাৰ বৰুৱাই বিদেশৰ কটকীৰ লগত কথা বতৰা পাতিব লাগে; পত্ৰ লিখিব আৰু পঢ়িব লাগে। বিষয়া ভঙা-পতাৰ আদেশ শুনাব লাগে। ডাঙৰীয়া তিনিজনাক ৰাজ আজ্ঞাৰে নিমন্ত্ৰণ কৰি, গুৱা-পাণৰ শৰাই দি বিদায় দিব লাগে। ৰাজচ'ৰাৰ ৰাজকীয় নিয়মখিনি মজিন্দাৰ বৰুৱাৰ যোগেদি ৰজাই কৰায়। মেললৈ মতা, মেল বিদায় দিয়া আদি কামো মজিন্দাৰ বৰুৱাই কৰে। বিদেশৰ কটকীৰ লগত লেন-দেন কৰিবলগীয়া হোৱা বাবে প্ৰচুৰ ৰাজনীতি-জ্ঞানৰো আৱশ্যক। এইবোৰ যাৱতীয় কাম সমাপন কৰি নগা মজিন্দাৰ অতি ঘনিষ্ঠ হৈ উঠিছিল। লাহে লাহে এই ঘনিষ্ঠতাই ৰজাৰ অস্তিত্ব চেৰাই গৈছিল। দুৰ্বলচিতীয়া ৰজাই কোনোবা মুহূৰ্ত্তত ৰুষ্ট হৈ নগা মজিন্দাৰৰ চকু কঢ়ালে। দিনচেৰেক পিছতে বিদেশী ভাষাৰ চিঠি এখন পঢ়িবলৈ মানুহ নোলোৱাত, নগা মজিন্দাৰে আঙুলিৰে আখৰৰ সাঁচ বিচাৰি বিচাৰি পঢ়ি দিলে। এই কাৰ্য্যত সন্তুষ্ট হৈ বেজবৰুৱাক পুনৰ চকু-দান দিবলৈ আদেশ দিছিল।

ৰাজপাটত বহিবৰ সময়ত গৌৰীনাথসিংহই মন্ত্ৰ লোৱা নাছিল। ৰজা হোৱাৰ পাছত এদাববীয়া ৰৰবৰুৱাই পৰ্বতীয়া গোসাঁইৰ পৰা মন্ত্ৰ লবলৈ পৰামৰ্শ দিছিল। এদাববীয়া ৰবৰুৱাৰ প্ৰতি ৰুষ্ট হোৱাৰ ইও এটা কাৰণ। লক্ষ্মীসিংহ ৰমানন্দ পহুমৰীয়া গোসাঁইৰ শিষ্য আছিল। গৌৰী-নাথসিংহই তেওঁৰে মাজু পুতেক গদাধৰ গোসাঁইত মন্ত্ৰ লৈ অতিপাত অনু-গত হৈছিল আৰু তেতিয়াৰ পৰা ব্ৰাহ্মণ মাত্ৰকে আঁজলি ভৰাই দান দি সিবিলাকৰ মানত দাতা হিচাপে খ্যাত হৈছিল। দেশৰ আৰ্থিক অৱস্থা বেয়া হোৱা সত্বেও তেওঁ আঁজলি ভৰাই দান দি হেপাহ নপলোৱাত ৰূপৰে ছৰতীয়া, তিনিৰতীয়া সৃষ্টি কৰি মুকলি হাতেৰে দান দিছিল। এবাৰ এজন বঙালী গায়কে বালগোপালৰ গীত গাই সন্তুষ্ট কৰাত ৰাজসিংহাসনৰপৰা নেদেখা ওখকৈ দ'ল বান্ধি সেই পৰিমাণৰ ধন দিবলৈ আদেশ দিছিল।

গৌৰীনাথসিংহই মৰিবৰ সময়ত চাৰিটা মনৰ আশা অপূৰণ হৈ ৰোৱাৰ কথা কৈছিল, এক, বাচকটীয়া ৰবৰুৱাক এশিকনি দিব নোৱাৰিলে; দুই, তুলসী আইদেউক বিয়া দিব নোৱাৰিলে; তিনি, সিন্ধুৰা হাজৰিকাৰ বাপেকৰ মঙহ পুতেকক খুৱাব নোৱাৰিলে আৰু চাৰিপোৱাই পাইকৰ গোট কৰিব নোৱাৰিলে।

উত্তৰপাৰে বাচকটাত বাৰে-চহৰ গোট খাই ৰবাগী এটাক ৰজা পাতি লাহনৰ ঘৰৰ ডেকা এটাক ৰবৰুৱা পাতিছিল। পোনতে এওঁ-বিলাকে মোৱামৰীয়াৰ বিৰুদ্ধে যুদ্ধ কৰিছিল কিন্তু হঠাতে স্বৰ্গদেৱৰ বিৰোধী হৈ হেলিমেলি সলাল গোহাঁইৰ সমৰ্থন লৈ নগএগ-খৰঙীৰে সৈতে কলিয়াবৰতে ৰজাক ধৰিবলৈ গ'ল। মিছামুখৰ বাহৰতে ৰাতিৰ আন্ধাৰত বেৰি ধৰিলে। ৰজাই পানী দুৱাৰৰ বাটেদি ভটীয়াই যাওঁতে ৰবৰুৱাই আগচি ধৰিলে। ৰজাৰ গা-ৰক্ষী নাথুসিং জামাদাৰক গুলীয়াবলৈ কোৱাত ৰবৰুৱাই উলটি আহি ৰজাৰ বাহৰত সোমাই সকলো ধন-বস্তু লুট কৰি পুনৰ বাচকটালৈ উলটি গ'ল। ৰজাক লাটি-খাটি কৰি অপমান দিয়াৰ বাবেই আছিল সেই প্ৰতিশোধ প্ৰৱণতা।

এইজন বাচকটীয়া ৰবৰুৱাই আৰু এবাৰ লগত উত্তৰপৰীয়া মানুহ, মিৰি, ডফলা গোটাই লৈ দিচৈ বাহৰলৈ আহি পূৰ্ণানন্দ বুঢ়াগোহাঁইক জনালে, 'ডাঙৰীয়া, আমাক এজন সেনাপতি দিয়ক। আমাৰ আগৰ ৰবাগী মৰিল।' ডাঙৰীয়াই সিহঁতৰ কথাত বিশ্বাস কৰি সোণৰ খাৰু-কেৰুৰেৰে বঁটা দি ক'লে, মই তহঁতক সেনাপতি দিম। ৰংপুৰলৈ যাবলৈ সষ্টম হৈ থাকগৈ।' বুঢ়াগোহাঁয়ে বিচাৰ-বিবেচনা কৰি চাৰিঙীয়া ৰজাকে সেনাপতি

পাতি উত্তৰ পাৰলৈ পঠালে, কিন্তু বাচকটীয়া বৰবৰুৱা সমন্বিতে সকলোৱে চাৰিং-ৰজাক অমান্য কৰিলে, উপায়ান্তৰ হৈ উলটি আহিল।

কেপ্তেইন ওৱেলছৰ অভিযানৰ অন্তত বাচকটীয়া বৰবৰুৱাই নগৰ সকলো মানুহ লৈ আহি, সোণাই নৈৰ বাহৰতে দায়-দোষ ক্ষমা কৰিবলৈ নিবেদন জনালে আৰু ৰজাই পূৰ্বৰ অপৰাধ পাহৰি বাচকটীয়া বৰবৰুৱাকে নিয়মমতে বৰবৰুৱা পাতিলে। কিন্তু স্বৰ্গদেৱৰ কুযাৰি ভাব নগ'ল। স্বৰ্গদেৱৰ গলেও বুঢ়াগোহাঁইৰ সেই ভাব বৈ গ'ল।

উত্তৰপাৰৰ বাচকটাৰ মানুহবোৰ তেতিয়াও ক্ষান্ত হোৱা নাছিল। ফোফাই নামে এজনক সেনাপতি পাতি বাচকটীয়া বৰবৰুৱাৰ ককায়েকক লগত লৈ বিদ্ৰোহ কৰিছিল। এইবেলি মোৱামৰীয়া, ভগনীয়া, ডফলা-বহতীয়া সকলো একগোট হৈ মধুৰাম বৈৰাগীক বঙ্গালৈ পঠিয়াই ধন দি বৰকান্দাজ চিপাহী অনাইছিল। বাচকটীয়া বৰবৰুৱাই নহয়, বাচকটীয়াৰ সকলো মানুহেই ৰজাঘৰৰ চকুত ৰাজদ্ৰোহী আছিল।

আন এটা প্ৰতিশোধ মনতে বৈ গ'ল। বাচকটীয়া বৰবৰুৱাই যেতিয়া নগাঁৱত বিদ্ৰোহ কৰিছিল, তেতিয়া নগঞা আৰু খৰঙীৰ মানুহেও যোগ দিছিল। তাৰে ভিতৰতে নগঞা সিন্ধুৰা হাজৰিকা মুখ্য নেতা আছিল। বাচকটীয়া বৰবৰুৱা বাচকটালৈ উলটি অহাৰ আগতেই নগঞা মানুহে বিদ্ৰোহ কৰিবলৈ মুঠ বান্ধি আছিল।

ৰজা নগাঁৱৰ কোঠত থকাৰ সময়তে ব্ৰহ্মপুত্ৰত মাঘীস্নান কৰিবলৈ লেতেৰীমুখত বাহৰ কৰি তালৈ গৈছিল। নগঞা সিন্ধুৰা হাজৰিকাই ৰূপহীৰ দলং কাটি নগাঁৱলৈ আহি দা-যাঠি লৈ সষ্টম হৈ ৰ'ল। পিছদিনা ৰজা উলটি অহাৰ লগে লগে ফুকলি মাৰি বেৰি ধৰিলে। চিঞৰি চিঞৰি ক'লে, 'হয় স্বৰ্গদেও ওলাই যাওক, নহয় বা-বিষয়া সলাই দিয়ক।' ৰজাই দুৱৰাৰ ন-ফুকনক বৰফুকন, সন্দিকৈৰ ভদৰিক বৰবৰুৱা পাতিলে। ন দিনৰ মূৰত নগঞাই প্ৰাৰ্থনা কৰি আগৰ বৰবৰুৱা-বৰফুকনকে ৰাখিলে। এনেতে বাচকটীয়াৰ লগ লাগি সিন্ধুৰাই ৰজাক পিছে পিছে খেদিলে। জলাহৰ বাটে নাও লৈ ভটীয়াই স্বৰ্গদেও গুৱাহাটী পালেগৈ। সেই বাবেহে সিন্ধুৰা হাজৰিকাৰ প্ৰতি ইমান ক্ষোভ।

গোটেই ৰাজ্যতে, যাইকৈ উজনিত মোৱামৰীয়া বিদ্ৰোহ চলি থকাৰ সময়ত সাত বছৰ কাল ৰাজধানীৰপৰা আঁতৰত আছিল। 'ৰজা নাই পাটত; ধৰি কিলায় বাটত।' মোৱামৰীয়া বিদ্ৰোহীয়ে আৰম্ভণিতে কৈছিল, 'ই অকণশৰীয়া লৰা; ককাই-ভাই নাই। ইয়াক মাৰিব পাৰিলে, ৰাজ্য আমাৰে

হ'ব।' ৰজা ভাগি যোৱা দেখি বিদ্ৰোহীয়ে সাহস পোৱাৰ উপৰিও ঠায়ে ঠায়ে অনেক লপাতা-কুকন ওলাই ৰজা হৈছিল। ৰাজেশ্বৰসিংহৰ পুত্ৰ পাটকোঁৱৰেও মোৱামৰীয়াৰ লগত যুদ্ধ কৰি ৰজা হোৱাৰ উদ্দেশ্যে ৰংপুৰলৈ আহিছিল আৰু 'গৌৰীনাথসিংহক পলৰীয়া ৰজা' বুলি সম্বোধন কৰি চিঠি লিখিছিল।

ৰজা যেনেকুৱা দুৰ্ব্বল, তাকে চাই প্ৰজাই আচৰণ কৰিছিল। লক্ষ্মীসিংহৰ দিনত মোৱামৰীয়াৰ লগত কেইজনমান কোঁৱৰ অহাই নহয়, পিছলৈকো ভালেমান কেইজন কোঁৱৰে বিদ্ৰোহ আচৰিছিল। এই কোঁৱৰসকলে হয় বিদ্ৰোহীদলৰ লগ লাগিছিল, নহয় গোঁসাই-মহন্তৰ কাষ চাপিছিল। শিলিখাতলীয়া, চামগুৰীয়া, নৰোৱা সত্ৰৰ মহন্তয়ো কোঁৱৰ চপাই ৰজা পাতিবলৈ কুৰুং-কাবাং কৰিছিল। নৰোৱা সত্ৰত কোঁৱৰ বুলি দেখনিয়াৰ গোহাঁই ডেকা এজন পুহি ৰাখিছিল।

১৭০৭ শকৰ ফাগুন মাহত মাজুলীৰ হাবিত হাতী, ম'হ, বাঘ, পহু চিকাৰ কৰিবলৈ বুলি গড়মুৰৰ বাহৰলৈ গ'ল। কলীৰাম বৰাই আটকধুনীয়াকৈ বাহৰ সজালে। তাতে থাকি ভালেমান কেইদিন চিকাৰ কৰি এদিন লুইত পাৰ হৈ নৰোৱা সত্ৰলৈ গ'ল। নৰোৱা সত্ৰ বৰ্ত্তমান মাছখোৱাৰ ওচৰত। সত্ৰৰ ওচৰ পাওঁতে নৰোৱা মহন্তই গায়ন-বায়ন, মতাতিৰোতা লৈ সদলবলে আগবঢ়াই নিবলৈ আহিল। তাকে দেখি ৰজাই বোলে, 'এইখন কাৰ বিয়া? সত্ৰত কোঁৱৰ পুহি ৰজা পাতে আৰু এতিয়া মোক দেখি আদৰিবলৈ আহিছে।' মন্ত্ৰী আৰু বহুৱা ভুমুকৰ পুতেকক বিচাৰ কৰিবলৈ আদেশ দিলে। সিহঁত দুয়োটাই মহন্তক অনেক বিকৰ্ষনা কৰি লাঞ্ছনা কৰিলে। পিছে ভালকৈ বিচাৰ কৰি পালে, আচল কোঁৱৰ নহয়, গোহাঁইপৰীয়া ডেকাহে।

গৌৰীনাথসিংহ ইমান একা-চেকা ৰজা আছিল যে কেতিয়া, কাক কি ভগৰ ধৰে ঠিকনা নাই। সেইবাবে ডা-ডাঙৰীয়াসকলে পিছলৈ আগবাঢ়ি গৈ পৰামৰ্শ নিদিছিল। এবাৰ এটা লিগিৰাক কিবা এটা প্ৰশ্ন কৰিছিল, ওচৰতে থকা আন এটা লিগিৰাই উত্তৰ দিলে, 'তই কিয় উত্তৰ দিবি' বুলি তাক শাস্তি বিহিলে। গোটেই মোৱামৰীয়া বিদ্ৰোহৰ ধুমুহা পূৰ্ণানন্দ বুঢ়াগোঁহাইৰ মূৰৰ ওপৰেদি পাৰ হ'ল, অথচ সাত বছৰৰ মূৰত বুঢ়াগোহাঁইক লগ পাই, ৰজাই বুঢ়াগোঁহাইকহে দোষাৰোপ কৰিছিল।

গৌৰীনাথসিংহ পূজা-পাতল, দান-দক্ষিণাত বিশ্বাসী আছিল। এবাৰ জেজেৰাইমুখত বনৰীয়া ম'হ মাৰি উজাই আহোঁতে লুইতত প্ৰবল ধুমুহা

ৰতাহে পালে, পাৰ হ'ব নোৱাৰি উলটি পাৰত উঠিবগৈ। সেই ভয়তে কামাখ্যালৈ ১০,০০০ ম'হৰ বলি আগ কৰিছিল। আগতে স্বৰ্গদেওসকলে যি কোনো উৎসৱ উপলক্ষে ডা-ডাঙৰীয়া, বা-বিষয়াসকলক মৰ্য্যাদানুসাৰে বঁটা-বাহন দিছিল কিন্তু গৌৰীনাথসিংহই সকলো কথাতে ব্ৰাহ্মণক দান-দক্ষিণা কৰি ৰাজভঁৰাল উদং কৰিছিল। ৰজা হিচাপে ৰাজ্য-শাসন কিম্বা যুদ্ধ-বিগ্ৰহৰ বিষয়ে নিজাকৈ কোনো চিন্তা-চৰ্চা কৰাৰ প্ৰমাণ নাই। উজনিত মোৱামৰীয়াৰ উৎপীড়ন চলি থকাৰ সময়তো তেওঁ দেৱালয়ে দেৱালয়ে সেৱা কৰি দান-দক্ষিণা দি ফুৰিছিল।

দেশত যুদ্ধ-বিগ্ৰহ হ'লে বা সেই বিষয়ত কিবা গুৰুত্বপূৰ্ণ সিদ্ধান্ত কৰিবলগীয়া হ'লে ৰবমেল পাতিব লাগে। গৌৰীনাথসিংহই ৰবমেল পতা দূৰৰ কথা, বুঢ়াগোঁহাইৰ লগত পৰামৰ্শ নকৰাকৈয়ে ইষ্ট ইণ্ডিয়া কোম্পানীৰ সহায় বিচাৰি কটকী পঠাইছিল। ৰংপুৰৰপৰা মোৱামৰীয়াক খেদাই কেপ্তেইন ওৱেলছে যেতিয়া তলাতল ঘৰৰ গোপন ভঁৰাল লুটি অজস্ৰ টকা, সোণ-ৰূপ-অয়-অলঙ্কাৰ লৈ গ'ল, তেতিয়া গৌৰীনাথসিংহই এষাৰো মাত নেমাতিলে বৰঞ্চ তেওঁ কৃতজ্ঞতাত গদ্‌গদ্‌ হৈছিল।

অনিয়ম, অত্যাচাৰ আৰু অশান্তিত গৌৰীনাথসিংহৰ স্বাস্থ্য পৰি আহিছিল। তেনেই ডেকা বয়সতে ৰজাকো গ্ৰহণী ৰোগে আক্ৰমণ কৰিছিল। সেই গ্ৰহণীৰ প্ৰতিষেধক হিচাপে কানি ব্যৱহাৰ কৰি ৰজা লাংকানীয়া হৈ পৰিছিল। ৰাজকীয় কাম-কাজ এৰি ঘৰৰ ভিতৰতে পূজা-পাতল কৰি সোমাই আছিল আৰু কেতিয়াবা বাহিৰলৈ ওলালে কানিৰ ৰাগীত জলামকৰা হৈ ওলাইছিল। ৰজাই তোষামোদ ভাল পাইছিল, গতিকে তোষামোদকাৰী সৰু সৰু বিষয়া কিছুমানো ৰজাৰ সান্নিধ্যলৈ আহি সুবিধা লাভ কৰিছিল। তাৰে ভিতৰত পছমৰীয়া গোসাঁইৰ পৰিয়ালে সবাতোকৈ অধিক সা-সম্পত্তি, সুযোগ-সুবিধা আদায় কৰিছিল।

যথাৰ্থতে কবলৈ গ'লে গৌৰীনাথসিংহই আহোম ৰাজসিংহাসনৰ অস্থি-চৰ্ম মাথোঁ এৰি থৈ গৈছিল।

গৌৰীনাথসিংহৰ পুত্ৰ-সন্তান নাছিল। ইপিনে দিনক দিনে শৰীৰ কাহিল হৈ আহিছিল, গতিকে ৰাজসিংহাসনৰ উত্তৰাধিকাৰী কোন হ'ব, সকলোৰে চিন্তাৰ বিষয় হৈ পৰিছিল। পূৰ্ণানন্দ বুঢ়াগোহাঁয়ে কিনাৰাম গোহাঁইক আনি নগৰত থৈছিলহি। ৰজাৰ অৱস্থা কাহিল দেখি, এদিন বুঢ়াগোহাঁয়ে সুধিলে, 'স্বৰ্গদেও, পাইকেনো এতিয়া কি কৰিব?' ৰজাই উত্তৰ দিলে, 'ডাঙৰীয়াই যাকে ভাল পাইছে, তাকে কৰিব।' গৌৰীনাথ

সিংহই এটি দীঘল ছুনিয়াহ কাঢ়ি প্ৰাণত্যাগ কৰিলে। কিনাৰাম গোহাঁইক হেংলাওত তুলি ৰজা পাতি ডা-ডাঙৰীয়াই সাত সেৱা কৰিলে।

গৌৰীনাথসিংহৰ দিনত মহা আকাল হৈছিল। এটেমী চাউলৰ দাম এটকা সোণ হৈছিল। খাবলৈ নেপাই মানুহে অখাদ্য খাইছিল, দলে দলে মানুহ মৃত্যুৰ মুখত পৰিছিল। অথচ আগৰজন ৰজাৰ দিনত ধানৰ দাম টকাত সাত মোণ, এটা ম'হৰ দাম পাঁচটকা, এটা গৰুৰ দাম দুটকা। তাৰো আগতে এমোণ চাউলৰ দাম আঠ অনা, মাটিমাহ মোণে দহঅনা, মাটিৰ চৰু টকাত ২২৪ টা, পাণ একঅনাত ২০ গুচি, ছাগলী গোটে এটকা, হাঁহ এক অনা, পাৰ এপইচা, চুৰিয়া খনে পাঁচ অনা, গামোছা পইচা ; লোণ মোণে ৫ টকা। তাৰো আগতে আছিল ধানৰ মোণে তিনি অনা, পাখীৰ দহ পইচা, বুট চাৰিঅনা, লোণ আৰু তেল চাৰিঅনা তিনি পইচা, গুৰ ছপইচা, আলুক মোণে কুৰি টকা, পাণৰ দাম ৪০ গুচিত একঅনা, মাটিৰ কলহ টকাত ৬৪৩ টা। এসময়ত আকৌ চাউলৰ মোণে চাৰিঅনা, গুৰ আঢ়েটকা, মাটিমাহ পাঁচঅনা, ঘিউ দহঅনা, তেল তিনিটকা চাৰিঅনা। গৌৰীনাথসিংহৰ দিনৰ পৰাই বয়-বস্তুৰ দাম বাঢ়িছিল। কি ৰাজনৈতিক, কি অৰ্থনৈতিক, কি সামাজিক সকলো ক্ষেত্ৰতে বিশৃঙ্খলাৰ সৃষ্টি হৈছিল, সাংস্কৃতিক জীৱনলৈ স্থবিৰতা নামি আহিছিল।

উত্তৰ পাৰে ডফলা-বহতীয়াই আৰু দক্ষিণ পাৰে মোৱামৰীয়া বিদ্ৰোহীয়ে গাওঁ-ভূঁই লুটপাট কৰি সাধাৰণ প্ৰজাৰ জীৱন দুৰ্বহ কৰি তুলিছিল। আহোমে ভাবে, বজ্ৰপাত ইন্দ্ৰৰ অব্যৰ্থ অস্ত্ৰ। পৃথিবীৰ বংশধৰসকলে মহা-মৃতকক অসন্তুষ্ট কৰিলে ইন্দ্ৰই বজ্ৰপাত কৰি অমঙ্গলৰ আগলি বাতৰি দিযে। দিহিঙ্গীয়াৰ ঘৰৰ কলীয়াডেকাৰ জীযেকক চকলং কৰি হোম পুৰি বিয়া কৰাবলৈ লওঁতে ৰংপুৰৰ ঘলফলীয়া পালীৰ কোখত বজ্ৰপাত কৰি অমঙ্গল সূচাইছিল। দিনদিয়েকৰ পিছত ক'ৰবাৰ পৰা বনৰীয়া হাতী এটা আহি নগৰ সোমাই গড় ডেই থৈ গ'ল। মানুহৰ গা যমাদি জয়দ'লটো ঘামি, অকাৰণতে জয়সাগৰৰ পানী খলকিছিল। জনা-বুজা লোকে তেতিয়াই দেশত দোৰ্ঘোৰ অমঙ্গলৰ উমান পাইছিল।

কিনাৰাম গোহাঁই কমলেশ্বৰ সিংহ নাম লৈ সিংহাসনত বহিল। অপ্ৰত্যাশিতভাবে সিংহাসন আৰোহণ কৰি ডেকা কমলেশ্বৰে ৰাজ্য শাসনৰ আও-ভাও বুজিব পৰা নাছিল। প্ৰবল প্ৰতাপী পূৰ্ণানন্দই পাখিৰে আৱৰি চৰাই পোৱালি ৰখাদি ৰাজ্য ৰক্ষা কৰি বুঢ়াগোহাঁইৰ ডোকাৰ আঁৰতে কমলেশ্বৰ সিংহকো ৰাখিছিল। পিতৃ কদমদীঘলাক চাৰিং-ৰজা পাতিছিল

কিন্তু চন্দ্ৰকান্ত জন্ম হোৱাৰ দিনদিয়েকৰ পিছতে চাৰিং-ৰজাৰ মৃত্যু হ'ল। ৰজা ডেকা; চাৰিং-ৰজা পানী-কেচুৱা; বুঢ়াগোহাঁই পূৰঠ ৰাজনীতিজ্ঞ; ৰাজমাও বুঢ়াগোহাঁইৰ প্ৰতি কৃতজ্ঞ। স্বাভাৱিকতে বুঢ়াগোহাঁইৰ পৰামৰ্শই আছিল একপ্ৰকাৰ চূড়ান্ত সিদ্ধান্ত। কমলেশ্বৰসিংহ, স্বভাৱত মিঠামুখীয়া, লাজকুৰীয়া আৰু মৰমিয়াল আছিল। বুঢ়াগোহাঁই আৰু স্বৰ্গদেৱৰ ভিনি-হিয়েক ভদৰি বৰবৰুৱাই ৰাজ্যৰ সকলো প্ৰশাসনীয় কাম চলাইছিল।

গৌৰীনাথসিংহৰ দিনত মোৱামৰীয়াৰ উপদ্ৰৱত তিষ্ঠিব নোৱাৰি কছাৰী, জয়ন্তা, খৈৰাম, বঙ্গালদেশ, আনকি ভোটান পৰ্য্যন্ত গৈ আশ্ৰয় লৈছিল। সেই সেই দেশলৈ পত্ৰ লিখি কটকী-বৰাগী পঠাই প্ৰজাসকলক ঘূৰাই আনিবলৈ যত্ন কৰিছিল। কামৰূপত মূৰ দাঙি উঠা দস্যুৱা-দ্ৰোহ কৰীয়াভোমোৰা বৰফুকনে দমন কৰিছিল। কেপ্তেইন ওৱেলছ যোৱাৰ পিছত উত্তৰপাৰে চকীহাটত মোৱামৰীয়াই পুনৰ দ্ৰোহ আচৰণ কৰিছিল, তাতে পীতাম্বৰ মহন্ত বন্দী হয়। অলপ দিনৰ পিছত ভৰথিয়ে চিংফৌৰ লগ লাগি আক্ৰমণ কৰিছিল। ডাঙৰীৰ ওচৰত ভৰথিক গুলীয়াই বধ কৰে। মটকৰ বৰসেনাপতি সৰ্বানন্দই ৰামনাথ বৰবৰুৱাক পঠিয়াই উত্তৰ ব্ৰহ্মৰ-পৰা চিংফৌ-মান আনি পুনৰ আক্ৰমণ কৰাৰ যত্ন কৰিছিল, বুঢ়াগোহাঁয়ে তাকো নিবাৰণ কৰি সৰ্বানন্দক উজনিৰ এটা খণ্ড কৰতলীয়াকৈ এৰি দিয়ে।

কমলেশ্বৰসিংহৰ আমোলত ৰজা আৰু বুঢ়াগোহাঁই দুয়ো ভগাৰাজ্য, ভগাদেশ পাতিবলৈ যত্ন কৰিছিল। বিদ্ৰোহ ত্যাগ কৰি সৈমান হোৱা মোৱামৰীয়াসকলকো খুটিযাপোতা, ধলী, জানথনা, গহপুৰ আদিত সং-স্থাপিত কৰিছিল। শদিয়াত বিদ্ৰোহ কৰা খামতি, নৰা, ফাকিয়াল, মুলুক আদিক বন্দী কৰি আনি টোকোলাই, শিমলুগুৰি, বৰুৱানি, নফাদুৱাৰ, মৰঙী আৰু তিতাবৰত সংস্থাপিত কৰিলে। এইদৰে সংস্থাপিত লোক-সকলে ৰজাৰ প্ৰতি আনুগত্য আৰু কৃতজ্ঞতা প্ৰকাশ কৰিছিল। আন কি খুটিয়াপোতাত মোৱামৰীয়াই বাৰটা বনৰীয়া ম'হৰ পোৱালি ধৰি উপহাৰ দিছিল।

কমলেশ্বৰসিংহৰ পিতৃ কদমদীঘলা শলগুৰীয়া মহন্তৰ সেৱক আছিল। ৰজা হোৱাৰ পাছত পৰ্বতীয়া গোসাঁইৰ মন্ত্ৰ লৈছিল। এই কথাত বহুতো শলগুৰীয়া শিষ্য আৰু বা-বিষয়া অসন্তুষ্ট হৈছিল। ইয়াৰ বাবে অৱশ্যে সকলোৱে পূৰ্ণানন্দ বুঢ়াগোহাঁইকেহে দোষাৰোপ কৰিছিল। তত্ৰাচ স্বৰ্গদেৱৰ শঙ্কৰী সংস্কৃতিৰ প্ৰতি অনুৰাগ আছিল। ১৭২৭ শকৰ ফাগুন মাহত চাৰি-

দিনীয়াকে অকৰ মতে 'ৰুক্মিণী হৰণ' ভাওনা কৰাইছিল। সেই বছৰৰে চ'ত মাহত তিনিদিনীয়াকৈ 'অক্রূৰাগমন' ভাওনা কৰাইছিল। ভাওনা ভাল নহ'ল। পিছৰ বছৰত ৰংপুৰ চাৰবৈ গৈ জয়সাগৰৰ সকলো দ'লত আৰু ৰংনাথৰ দ'লত সেৱা কৰিছিল। কালুগাওঁ, চকলাপথাৰ ভটীয়াপাৰ এইবোৰত ম'হ-পছ মাৰি গৌৰীসাগৰ, শিৱসাগৰ, ৰুদ্ৰসাগৰৰ দ'লত সেৱা কৰিছিল। এওঁৰ দিনতে কাশীত এটি মন্দিৰ সজাইছিল।

গৌৰীনাথসিংহৰ দিনতে আগৰ খেল-মেলত খেলি-মেলি লাগি পুৰণি গাঁথনিটো ভাগি পৰিছিল। ফলত লাগ বুলিলেই সৈন্য নেপাইছিল। আগৰ দিনত ৰণ এখন ওলালেই ৰণুৱা ডেকাই গা-উচালি ৰণলৈ ওলাইছিল কিন্তু ভকতীয়া-পূজাৰী হোৱাৰেপৰা ৰণ দূৰৰ কথা বনলৈকো মূৰ-পোলোকা মৰা হ'ল। সেয়েহে বুঢ়াগোহাঁই ফৈদৰ চন্দ্ৰ গোহাঁইক কাপ্তান পাতি বলোৰাম খৰ্জীয়া ফুকন, ভূধৰ চাংকাকতি, তনুশ্যাম খাওন্দ, মধু ৰৰা, গোবিন্দ খাওন্দক কটকী পঠিয়াই কলিকতাৰপৰা খাৰ-বাৰুদ অনাই ওঠৰ কোম্পানী চিপাহী নিয়োগ কৰি দেশ ৰক্ষা কৰিবলৈ যত্ন কৰিছিল। গৌৰীনাথসিংহৰ দিনত হোৱা উৎপাতৰ সময়তে মূৰ দাঙি উঠা দাঁতি-কাষৰীয়া শক্তিবোৰ বশবৰ্ত্তী কৰাত এই চিপাহীবোৰ বহু পৰিমাণে কৃতকাৰ্য্য হৈছিল।

গাভৰু পৰ্বতৰ পাদদেশত ৰণখাম। তাতে লক্ষীমপুৰৰপৰা অহা দুই ককাই-ভায়েকে আসুৰিক পন্থাত প্ৰবৃত্তি অনেক মানুহ গোটাইছিল। ৰাতি মানুহ গোটাই মদ-মাংস খাই ঈশ্বৰ-সেৱা তথা ভক্তি কৰে। পিছলৈ মানুহ সৰহ হোৱাত ৰজা ঘৰলৈকে দা জোকৰা হ'ল। খং, ৰজাঘৰত বামুণীয়া প্ৰভাৱ; ঠাকুৰীয়া মহন্তলৈ ৰজা-ঘৰৰ কক্ষা। এদিন বৰপাত্ৰ গোহাঁইৰ ফৌজ আক্ৰমণ কৰিছিল। পিছে, পূৰ্ণানন্দ বুঢ়াগোহাঁয়ে লক্ষীমপুৰীয়াৰ দুই ভায়েকক ধৰিবলৈ পঠাইছিল, দুয়ো পলাল। সিহঁতৰে এটাৰ নাম লাহৰ, আনটোৰ নাম জাবৰ। লাহৰ পলাই গৈ উত্তৰপাৰে বাচকটা পালেগৈ আৰু বাচকটীয়া বিদ্ৰোহী দলৰ লগ লাগিলগৈ।

এই 'অৰীতিয়া, আসুৰি' পন্থটোৱেই হ'ল ৰাতিখোৱা-পন্থ। এই পন্থৰ দীক্ষা পোনতে খনচেৰেক কাল-সংহতি সত্ৰৰ গোসাঁয়ে দিছিল। পিছলৈ আজ্ঞাপৰ অন্য অন্য সাধু বা পূৰ্ণগুৰুৱেও দিছিল। গোপন ঠাইত, ৰাতি, এই পন্থৰ বাই-অনুষ্ঠান অনুষ্ঠিত হয়। শপত ডাঙৰ গতিকে ভেদ ভাঙিব নোৱাৰে। উত্তৰ-দক্ষিণ দুয়ো পাৰে এই পন্থৰ ভকত বৃদ্ধি পাইছিল। আহোম, চুতীয়া, মিৰি, কছাৰী, লালুং-টিৱা, কোচ, নগা সকলো মানুহৰ মাজতে এই পন্থানুগামী ভকত আছিল। আনকি, গনুৱা মুছলমান, মৰীয়া,

ব্ৰাহ্মণ, গণক, কলিতা-কায়স্থ দুঘৰ-এঘৰেও এই পন্থত চলিছিল। খনচেৰেক সত্ৰৰ গোসাঁই-ভকত এই ক্ষেত্ৰত আগৰণুৱা আছিল।

লক্ষীমপুৰীয়াৰ দুই ককাই-ভায়েকৰ লাহৰ আৰু ভতিজাক এটা ৰাচকটাৰ বিদ্ৰোহত বন্দী কৰি লোৰ ডিঙৰাত ভৰাই থৈছিল। জাবৰে তেতিয়াও দ্ৰোহৰ আয়োজন কৰি আছিল। ১৭২৪ শকৰ ফাগুন মাহত পাঁচশ মান মানুহ গোটাই ৰজা আৰু বুঢ়াগোহাঁই দুয়োকে মাৰিবলৈ বিদ্ৰোহৰ আয়োজন কৰিলে। এই বিদ্ৰোহৰ সহযোগী হিচাপে ভালেমান কেইজন বিষয়াও আছিল। পানীমুৱাই দিয়া লিখিত তালিকাত থকা মানুহৰ নামৰ ভিতৰত গজলা আৰু কাটনিপাৰ সত্ৰৰ গোসাঁইৰ নামো আছিল। এদিন ৰাতি পানীমুৱাই বলিয়া ভাও জুৰি ৰজাৰ বাহৰত জুই দি পুৰিবলৈ গৈছিল। ধৰা পৰিল। সৈ কঢ়াওঁতে সকলো স্বীকাৰ কৰিলে। লেখা এখনো দিলে। সেই লেখামতে বিচাৰ কৰি খেতোক শালত দিলে, খেতোক বৰশীত দিলে, খেতোক নাক-কাণ কাটিলে। গজলাৰ গোসাঁইক হাবিত মেলিলে, কাটনিপাৰৰ গোসাঁইক গাধত তুলি গাত মদ ঢালি খেদিলে। কমলেশ্বৰসিংহৰ গাত কিমান দোষ আছিল, কব নোৱাৰোঁ, এইটোৱেই তেওঁৰ ৰাজত্বৰ ডাঙৰ দমনমূলক ঘটনা।

কমলেশ্বৰসিংহ নিজে তেনেই সৰলমনা ৰজা আছিল। আনপিনে সকলো ক্ষমতা লাহে লাহে বুঢ়াগোহাঁইৰ হাতত কেন্দ্ৰীভূত হৈছিল। বুঢ়াগোহাঁইৰ নীতি, নিয়োগ একোতে ৰজাই মাত মাতিব নোৱাৰিছিল। গৌৰীনাথসিংহৰ দিনত শিপা-উঘলা বড়গছজোপাত অনেকেই বাগী-কুঠাৰ মাৰিছিল। তাৰ পিছৰ পোন্ধৰ বছৰ কাল সংগ্ৰাম, সংঘাত আৰু সংৰক্ষণৰ প্ৰচেষ্টাৰে অতিবাহিত কৰিছিল।

কমলেশ্বৰসিংহৰ ভায়েক চাৰিং-ৰজা চন্দ্ৰকান্ত মাত্ৰ তেৰ বছৰ বয়সত সিংহাসনত বহে। ৰাজপাটত বহিবৰ সময়ত ৰাজ-কাৰ্য্যতকৈ লৰা-ধেমালিৰ প্ৰতিহে অধিক আকৰ্ষিত আছিল। কাৰেঙৰ লিগিৰা-লিগিৰীৰ লগত চুপতা-চুপতি কৰি প্ৰথম বছৰকেইটা অতিবাহিত কৰিছিল। সেইদৰে বুঢ়াগোহাঁইৰ কাৰ্য্য-কলাপৰ প্ৰতিও উদাসীন আছিল।

চন্দ্ৰকান্তসিংহ গা-পাতল, চঞ্চল। ৰাজনীতিৰ পাক-লগা, দোপাকী-তেপাকী কথাৰ উৰাদিহ পোৱা নাছিল। প্ৰথম অৱস্থাত তাৰ মাজলৈ সোমাবলৈ চেষ্টাকে নকৰিছিল। কিশোৰ চন্দ্ৰকান্তই সৎৰামৰ ভনীয়েক লেখনীক অতিপাত আসৈ দিছিল আৰু সেই সুযোগতে সৎৰাম ৰজাৰ ঘনিষ্ঠ হৈ উঠিছিল। ক'বলৈ গ'লে, সৎৰামেই ৰজাৰ ৰাজকীয় সন্ত্ৰাক

জগাই দিছিল কিন্তু ৰাওঁপকীয়া মন্ত্ৰণাৰে ৰজাৰ মন বুঢ়াগোহাঁইৰ বিৰুদ্ধে বিষাক্ত কৰি তুলিছিল।

চঞ্চলমতি চন্দ্ৰকান্তই লৰাকালৰ বন্ধু-বান্ধৱ, লিগিৰা-সমনীয়াবোৰক আগ-গুৰি নোচোৱাকৈ বিষয়া পাতিছিল। এই ক্ষেত্ৰত বুঢ়াগোহাঁইৰ আপত্তি আছিল। কিন্তু 'ৰজাই ভাল বোলে যাক, দোলা-ধোঁৱাও নেলাগে তাক।' ৰজাৰ এই নতুন পাৰিষদবৰ্গই পূৰ্ণানন্দৰ আগত তুৰি-মুৰি কৰিব নোৱাৰি ৰাজমন্ত্ৰীকে উচ্ছেদ কৰিবলৈ তলে তলে অভিসন্ধি কৰিছিল। এই কাম চন্দ্ৰকান্তসিংহৰ সজ্ঞানেই কৰিছিল। চন্দ্ৰকান্তসিংহই ভূতৰ পুতেক সৎৰামক সিংহাসনত বহুৱাই লৈছিল। যিখন সিংহাসন ৰাজ্যৰ বিমূৰ্ত্ত প্ৰতীক তাত কুকুৰাচোৱা ৰৰাৰ উতনুৱা লৰা সৎৰামক বহুৱাই দায়িত্বহীনতাৰ পৰিচয় দিছিল আৰু এই কাৰ্য্যই বুঢ়াগোহাঁইক ক্ষুণ্ন কৰিছিল। দ্বিতীয়তে সিংহাসনত বহোঁতে পিন্ধা ৰাজকীয় পোছাকটো পিন্ধি সৎৰামক দুৰ্গোৎসৱলৈ যাবলৈ দিছিল। এই কথাতো বুঢ়াগোহাঁই সমন্বিতে ডাঙৰীয়াসকল বিতুষ্ট হৈছিল। বয়স বাঢ়িলেও চন্দ্ৰকান্তৰ লবালি স্বভাৱ যোৱা নাছিল আৰু ৰাজকীয় ৰীতি-নীতিখিনি নিষ্ঠাৰে পালন কৰাত বিফল হৈছিল। এই ক্ষেত্ৰত সবাতোকৈ অসন্তুষ্ট হৈছিল পূৰ্ণানন্দ বুঢ়াগোহাঁই।

চন্দ্ৰকান্ত কেৱল সমস্যা-বিমোৰেই নাছিল; কেতিয়া কাৰ পক্ষ গ্ৰহণ কৰিব, তাৰ ঠিকনা নাছিল। সৎৰাম-জগধৰৰ ষড়যন্ত্ৰৰ প্ৰতি পৰোক্ষ সমৰ্থন দিছিল যদিও বুঢ়াগোহাঁইৰ সিদ্ধান্ত বা নীতিৰ বিৰুদ্ধে এষাৰো মাত মতা নাছিল। বদন-পূৰ্ণানন্দৰ প্ৰতিদ্বন্দিতাৰ ক্ষেত্ৰতো তেওঁ দেখ-দেখকৈ পক্ষ লোৱা নাছিল। কাৰণ, বদনক ধৰিবলৈ মহেশ্বৰ পৰ্বতীয়া ফুকনক পঠাওঁতে আৱশ্যকীয় অনুমোদন দিছিল। সৎৰামৰ বিচাৰৰ সময়তো ডাঙৰীয়াসকলৰ বিচাৰৰ বিৰুদ্ধে এষাৰো কথা কোৱা নাছিল। আকৌ সেইদৰেই সৎৰামকো ৰাজকাৰেঙৰ ভিতৰত আশ্ৰয় দি ৰক্ষা কৰিব খুজিছিল। সৎৰামক এৰি নিদিলে, তিনিজনা ডাঙৰীয়াৰ উপস্থিতিত ৰজাৰ নিজৰে ৰাজপাট যাবৰ উপক্ৰম হৈছিল।

বদন বৰফুকন মানসৈন্য লৈ পাটকাই পাৰ হৈ নামৰূপ পালেহি। বুঢ়াগোহাঁইৰ মৃত্যু হ'ল। বৰফুকনে উদয়সিং বঙালক কটকী পঠিয়াই কোৱালে, স্বৰ্গদেৱৰ কিছু ভয় নাই। এই আশ্বাস পাই ৰজা ৰুচিনাথ বুঢ়াগোহাঁইৰ কথা মতে ভাটীলৈ ভটীয়াই নগ'ল। বদন বৰফুকনে ৰাজ্য অধিকাৰ কৰি নিজেই মন্ত্ৰীফুকন হৈ ৰাজকাৰ্য্য চলাবলৈ ধৰিলে। নুমলী ৰাজমাৱে এই কাম আৰু বৰফুকনৰ উপস্থিতি অবাঞ্ছনীয় বুলি বিবেচনা

কৰিছিল। মান সেনাপতিক সন্তুষ্ট কৰিবলৈ অনেক ধন-বস্তু, হেমো আৰু দেউ আৰু লগত বন্দী-বেটী দি পঠাইছিল। অথচ চন্দ্ৰকান্তই নীৰৱ দৰ্শক হৈ চাই আছিল।

বদন বৰফুকনক ৰূপসিং চিপাদাৰে কটাৰ সময়তো ৰজাৰ অনুমোদন আছিল। নহ'লে ৰাজমাও আৰু ধনী বৰবৰুৱাই এনে অপকৰ্ম কৰিব নোৱাৰিলেহেঁতেন। ৰুচিনাথ নিয়মমতে হোৱা বুঢ়াগোহাঁই। বুঢ়াগোহাঁইৰ পৰামৰ্শ নুশুনি বদন বৰফুকনৰ লগত সনা-পোটোকা হোৱাত ৰুচিনাথে পুৰন্দৰ সিংহক ৰজা পাতে আৰু প্ৰেমনাথ মৰঙীখোৱা গোহাঁয়ে চন্দ্ৰকান্তৰ কাণ এখন ঘূণ লগায়। এই বাতৰি মানৰজালৈ পঠিওৱাতো চন্দ্ৰকান্তৰ অনুমোদন আছিল। সেয়েহে দ্বিতীয়বাৰ মান আহি তেওঁক ৰজা পাতি থৈ যায় আৰু বহুতো বয়-বস্তু লুট কৰি কেইবা হেজাৰো ডেকা-গাভৰুক বন্দী কৰি লৈ যায়। চন্দ্ৰকান্তসিংহক ৰজা পাতিলেও যথাৰ্থতে মানৰ সেনাপতি আলুংমিঙ্গিহে সৰ্বেসৰ্বা আছিল। এইবেলি কুৰি বছৰীয়া ডেকা চন্দ্ৰকান্তই বুজিলে মানৰজা কাহানিও মিত্ৰ হ'ব নোৱাৰে আৰু অসমৰ সা-সম্পদলৈ সততে মানৰ লুভীয়া চকু। গতিকে পতাল বৰবৰুৱাক জয়পুৰত এটা গড় মাৰিবলৈ আদেশ দিলে। এই অভিপ্ৰায় বুজি মানে পতাল বৰবৰুৱাক বধ কৰি মানৰজাক বাতৰি দিলে আৰু বাতৰি পাই বিৰাট সংখ্যক সেনা লৈ মিজিমাহা তিলোৱাই অসম আক্ৰমণ কৰিলে। চন্দ্ৰকান্তসিংহই নগৰ এৰি গুৱাহাটীলৈ ভটীয়াই গ'ল। যথাৰ্থতে এইখিনিতে আহোম-ৰাজত্বৰ ইতি পৰিল। ১৮১৮ চন।

উজনিত মানসৈন্যই ৰাজধানী অধিকাৰ কৰি যোগেশ্বৰসিংহক লোকদৰ্শক পুতলা ৰজা পাতি প্ৰজাৰ ওপৰত অকথনীয় অত্যাচাৰ আৰম্ভ কৰিলে। পুৰন্দৰসিংহই কলিকতালৈ গৈ কোম্পানীৰ সহায় বিচাৰি বিমুখ হ'ল। চন্দ্ৰকান্তসিংহ গুৱাহাটীৰপৰা গৈ হাদিৰাচকী পালেগৈ,। তাতে এজাক শিখ সৈন্য গোটাই, নিজৰ সৈন্যৰ সৈতে ৰজাই নিজেই সেনাপতি হৈ প্ৰাণপণে যুঁজ দিলে। যুঁজত হাৰিল।

চন্দ্ৰকান্তই হাদিৰাচকী, গুৱাহাটীৰ উপৰিও ইফালে-সিফালে এদল সৈন্য সংগঠন কৰি উজাই গ'ল আৰু যোৰহাটৰ উত্তৰে, ককিলামুখৰ ম'হগড়ত মানসেনাৰ সন্মুখীন হ'ল। চন্দ্ৰকান্তই প্ৰবল পৰাক্ৰমেৰে আৰু অসীম দৃঢ়তাৰে নেতৃত্ব দি ৰণত জিকেঁ। জিকেঁ হৈছিল কিন্তু মানৰ সৈন্যসংখ্যা তুলনামূলক ভাবে অধিক হোৱাত শেষ মুহূৰ্ত্তত পৰাজিত হ'ল।

অসংখ্য মানলেনা মৰিল। ইয়াৰ হোৱ তুলিলে নিৰীহ প্ৰজাৰ ওপৰত। বৰ্ণনাতীত অত্যাচাৰত সমগ্ৰ দেশ জৰ্জৰিত হ'ল।

ম'হগড়ৰ ৰণত হাৰি চন্দ্ৰকান্ত ভটীয়াই গৈ ইংৰাজ-ৰাজ্যৰ ভিতৰত সোমাইছিলগৈ। কি চিন্তা কৰি ক'ব নোৱাৰি, ৰূপেশ্বৰ বুঢ়াগোহাঁইৰ লগত যোগাযোগ কৰি মিজিমাহা তিলোৱাৰ ওচৰত আত্মসমৰ্পণ কৰিলেহি। তিলোৱাই চন্দ্ৰকান্তক ৰংপুৰত গৃহবন্দী কৰি ৰাখিলে। ইমানতে চন্দ্ৰকান্তৰ শক্তি, সামৰ্থ্য আৰু অস্তিত্বৰ অৱসান ঘটিল।

চন্দ্ৰকান্তসিংহ চঞ্চল, কামুক আছিল। কৈশোৰৰ চকা-মকা পোহৰত তেনেই কাষতে পাইছিল লেখনীক। লেখনীও আছিল চঞ্চলা, ৰূপহী আৰু ৰংচালী। যি কি কাৰণতে নহওক, লেখনীক বুকুৰ উম দিলেও সামাজিক মৰ্য্যাদাৰে কাষ চপাই লোৱাৰ বাতৰি পোৱা নেযায়। বেঙেনা-আটীয়া ভকতৰ ছোৱালী পদ্মাৱতী। হালধিৰ গাঁথি যেন গাৰ বৰণ, কেতেকী-সজীয়া কঁকাল, ললিত-বলিত হাত-ভৰি। প্ৰথম দৰ্শনতে প্ৰেমত পৰিছিল চন্দ্ৰকান্ত। নাচনী কৰিবলৈ বুলি পদ্মাৱতীক দিচৈ বাহৰলৈ আনিলে। দিনচেৰেকৰ পিছতেই ৰূপৱতী পদ্মাৱতীক লিগিৰী পাতি কাৰেঙৰ ৰং সানি ভিতৰ বিশ্বাসলৈ আনিলে। ৰূপ আৰু যৌৱনে উন্মনা কৰিলে ৰজাক। পূৰ্বতে অনেক স্বৰ্গদেৱে লিগিৰীক কুঁৱৰী পাতি গৈছে; নাটনী কুঁৱৰী ফুলেশ্বৰীও নাচনী-লিগিৰী আছিল। ক্ষমতাশালী বুঢ়াগোহাঁয়ে সামান্য ভকতৰ ছোৱালী, পাতে যদি চমুৱা কুঁৱৰী পাতিবলৈ অনুমতি দিছিল। কিন্তু ৰজাই পৰ্বতীয়া কুঁৱৰী পাতিলে। বুঢ়াগোহাঁয়ে পৰ্বতীয়া কুঁৱৰীক সেৱা নকৰিলে। ক্ষুব্ধ হ'ল পদ্মাৱতী। যি গৰাকী তিৰোতাই ৰজাৰ মনৰ কাৰেঙৰ সিংহাসনত বহিবৰ যোগ্য, তেওঁক বুঢ়াগোহাঁয়ে অৱমাননা কৰে। এইক্ষেত্ৰত সবাতোকৈ সফল উচটনি দি পদ্মাৱতীয়ে ৰজাক বুঢ়াগোহাঁইৰ বিৰোধী কৰি সংৰামৰ ষড়যন্ত্ৰ শক্তিশালী কৰি তুলিছিল।

চন্দ্ৰকান্তৰ শেষ জীৱনতো তেওঁৰ সৌন্দৰ্য্য-সন্ধানী দৃষ্টিত পৰিছিল হাজোৰ মন্দিৰৰ এগৰাকী দেৱদাসী নাটনী। তেতিয়া ৰজা ইংৰাজৰ পেন্স-নীয়া; থাকে গুৱাহাটীত। হাজোৰ নাটনীক ঘৰলৈ আনি নিজৰ ভাৰ্য্যা কৰি নিৰ্মিলীয়া কুঁৱৰীৰ কেঁকোৰা-দোলাখন দিব খুজিছিল। কুঁৱৰীয়ে থাওকতে হকা-বধা কৰাত ওচৰতে পাই থামতি দা এখনেৰে যৈয়ালে। মেজৰ আদম হোৱাইটে এই ঘটনা শুনি ৰজাক সতৰ্ক কৰি দিয়াত চন্দ্ৰ-কান্তই কৈছিল, 'ৰাজ্য গ'ল। এতিয়া নিজৰ তিৰোতাজনীকো মাৰিবলৈ ক্ষমতা নাইকিয়া হ'ল।' ৰজাই তেতিয়াহে গমপালে, তেওঁৰ ৰাজ্য ,ক্ষমতা সম্পদ সৰ্বস্ব গ'ল।

# পূর্ণানন্দ বুঢ়াগোহাঁই

চুহংমুং দিহিঙীয়া ৰজাৰ দিনত খুনলুঙখামপেঙ্গ এজন বিখ্যাত বুঢ়াগোহাঁই আছিল। তেওঁৰে চৈধ্যজন পুতেক। তাকে বুঢ়াগোহাঁইৰ চৈধ্য পুথাও বোলে। শদিয়াৰপৰা দিখৌ নৈৰ সোঁ-পাৰে চৈধ্য ঠাইত চৈধ্যজন পুতেকক বহুৱাইছিল। তাৰে ভিতৰত বাঁহগড়ীয়া, কুঁৱৈগঞা, টেপৰতলীয়া দিলিহিয়াল, পুখুৰীপৰীয়া, লঙ্কৰীয়া শদিয়লীয়া বংশৰ মানুহেই সৰহকৈ বুঢ়াগোহাঁই বাব খাইছিল। ৰাজেশ্বৰসিংহৰ দিনত কুঁৱৈগঞাৰ ভগী বুঢ়া-গোহাঁই হোৱাৰ পিছত আহোম ৰাজত্বৰ শেষলৈকে বাস্তৱ ক্ষেত্ৰত কুঁৱৈ-গঞাৰ বুঢ়াগোহাঁয়েই বিষয় বাব খাইছিল। তাৰে ভিতৰত বিখ্যাত-ঘনশ্যাম বুঢ়াগোহাঁইৰ পুতেক পূৰ্ণানন্দই একেৰাহে একুৰি সাত বছৰ ৰাজ-মন্ত্ৰী বুঢ়াগোহাঁই ৰূপে দেশৰ ধৰণী ধৰিছিল। মোৱামৰীয়াৰ তৃতীয় বিদ্ৰো-হৰপৰা মানৰ প্ৰথম আক্ৰমণলৈকে এই দীঘলীয়া সময় ছোৱাৰ বিভিন্ন সিদ্ধান্ত, ৰণৰ-কৌশল, প্ৰশাসনীয়-কাৰ্য্যপদ্ধতি আদিৰ লগত অবিচ্ছেদ্য-ভাৱে জড়িত হোৱাত দেশৰ শেষ পৰিস্থিতিৰ বাবে বহুতে তেওঁকেই জগৰীয়া কৰিব খোজে।

মোৱামৰীয়াই যেতিয়া লক্ষ্মীসিংহক বন্দী কৰি ৰমাকান্তক ৰজা পাতে, তেতিয়া কীৰ্ত্তিচন্দ্ৰ বৰবৰুৱা, তেওঁৰ পুতেক চন্দ্ৰহাস ডেকা বৰ-বৰুৱা, উমা ঢেকিয়াল ফুকন আৰু মঘাসিংহক নচঁচা শূলত দিয়াৰ উপৰিও সেই সময়ৰ পদস্থ ডাঙৰীয়া-বিষয়া সকলক গোসাঁইৰ সাক্ষাতে খুটিয়া-পোতাতে মাৰিলে। কুঁৱৈগঞা ভগী বুঢ়াগোহাঁয়ো তাৰে এজন।

কুৰঙ্গনয়নীৰ পৰামৰ্শমতে যিসকল লোকে লক্ষ্মীসিংহক বন্দীশালৰ পৰা মোকলাই ৰজা পাতিছিল, তাৰে এজন আছিল কুঁৱৈগঞা ফৈদৰে ঘনশ্যাম গোহাঁই হাজৰিকা। লক্ষ্মীসিংহ পুনৰ ৰাজপাটত বহি ঘনশ্যাম গোহাঁই হাজৰিকাক বুঢ়াগোহাঁই পাতিলে। ঘনশ্যাম এজন ৰাজভক্ত মন্ত্ৰী আছিল। তেওঁ ৰাজমন্ত্ৰীৰ সন্মানো লাভ কৰিছিল। মোৱামৰীয়াৰ নেতা ৰাঘৱে এশ ভাৰ্য্যাৰ পতি হ'বলৈ যিসকলৰ ভাৰ্য্যাক বলেৰে আনি নিজৰ ঘৰত ৰাখিছিল, তাৰে ভিতৰত ঘনশ্যাম বুঢ়াগোহাঁইৰ বৰঘৈণী গৰাকীও আছিল। সেই বাবে ঘনশ্যাম বুঢ়াগোহাঁই অতিপাত ক্ষুব্ধ হৈছিল আৰু

নিজে হাতীত উঠি খুটিয়াপোতালৈ গৈ অষ্টভূজ আৰু সপ্তভূজক ধৰি এৰীয়া কাপোৰৰ টোপোলা বান্ধি হাতীৰ পিঠিত তুলি আনি ৰজাৰ আদেশত হাতীশালৰ খলাতে প্ৰাণদণ্ড দিলে। ইয়াৰ পিছতো বিদ্ৰোহত লিপ্ত বুলি প্ৰমাণিত মোৱামৰীয়া-মৰাণসকলক অতি কঠোৰ হাতেৰে শাস্তি দিছিল।

অষ্টভূজ-সপ্তভূজৰ প্ৰাণদণ্ড হ'ল। নাহৰ-ৰাঘৱ, ৰাধা-ৰুক্মিণী অন্তৰ্হিত হ'ল। তথাপি বিদ্ৰোহৰ ভাব উমি উমি জ্বলি থাকিল। কেতবোৰ বিদ্ৰোহী তেতিয়াও আওহতীয়া ঠাইত থুপ খাই আছিল। তাকে দেখি লক্ষ্মীসিংহই ডা-ডাঙৰীয়াসকলক মতাই বৰচ'ৰাতে আলোচনা কৰি ক'লে, 'মোৱামৰীয়াই যি কৰিলে, সকলোৱে দেখিলা-শুনিলা। তথাপি মোৰ ৰাজ্যৰেই প্ৰজা বুলি প্ৰধান দ্ৰোহীবোৰক কাটি-মাৰি ইবোৰক ক্ষমা কৰিলোঁ। পিছে, এইবাৰক এশবাৰ গাখীৰেৰে ধুলেও বগা নহয়। মোৱামৰীয়াই ছিদ্ৰ পালেই আকৌ মূৰ দাঙি উঠিব। তেনেহলে এতিয়া কি কৰা উচিত? ঘনশ্যাম বুঢ়াগোহাঁইক মুখ্য কৰি ডাঙৰীয়াসকলে পৰামৰ্শ দিলে, য'ত য'ত মোৱামৰীয়া গোসাঁইৰ ডেকাসকল আৰু বিদ্ৰোহীসকল এতিয়াও সন্দেহজনকভাবে থুপ পাতি আছে, চোৰাংচোৱা-বিষয়া পঠিয়াই তেওঁবিলাকক ধৰাই আনি শাস্তি বিহিব লাগে। লগতে যি যি কোঁৱৰে মোৱামৰীয়া বা আন আন গোসাঁইৰ সমৰ্থনত ৰাজপাটত বহিবলৈ ষড়যন্ত্ৰ কৰিছিল, সেইবিলাককো শাস্তি দিব লাগে।' পৰামৰ্শ অনুসৰি কাম কৰা হৈছিল আৰু ঘনশ্যাম বুঢ়াগোহাঁই এই ক্ষেত্ৰত কঢ়ামুঠীয়া আছিল। ৰাজমন্ত্ৰীৰ এই ব্যৱস্থা কাৰ্য্যকৰী হোৱা হেতুকে লক্ষ্মীসিংহই শেহৰ দহোটা বছৰ নিৰাপদে শাসন কৰিব পাৰিছিল।

১৭০২ শকৰ এক পুহত লোকনাথ গোহাঁইদেও গৌৰীনাথসিংহ ৰাজপাটত উঠিল। তেওঁ সন্দিকৈৰ কৃষ্ণ বৰফুকনক আঁতৰাই দুৰৱাৰ হৰনাথক বৰফুকন পাতিলে; বাকীসকল বিষয়া আগৰদৰেই থাকিল। ১৭০৪ শকৰ বহাগত স্বৰ্গদেও শিঙৰি ঘৰত উঠে আৰু গড়গাঁৱতে থাকিবলৈ লয়। শিঙৰি ঘৰত উঠাৰ পিছতে দহ-বাৰ বছৰ নিতাল মাৰি থকা মোৱামৰীয়াই আকৌ সমবেত হৈ আলোচনা কৰিলে, 'ই ৰজা অকলশৰীয়া, ইয়াৰ ককাইভাই নাই। পূৰ্বে বাপেকক নেমাৰি থলোঁ বাবেই ৰাঘৱক মাৰি পুনৰ ৰজা হ'ল। নেমাৰি অকাৰ্য্য কৰিলোঁ। এইবেলি ৰজা গড়গাঁৱত থাকোঁতেই মাৰি গুৰু-ভকতৰ ধাৰ শুজি, আমাৰ এজনক ৰজা পাতোঁ।' এই বুলি মন্ত্ৰণা কৰি ১৭০৫ শকৰ বহাগৰ চাৰি দিন যাওঁতে ৰজা দিখৌ নৈত নাও-খেল চাই উলটি আহোঁতে জোৰ-ধৰা মানুহৰ লগতে সোমাই বৰদুৱাৰৰ ভিতৰতে

বজাৰ গালৈ টোঁৱাই দাৰে ঘাপ মাৰিলে। ঘাপ পোনপটীয়াকৈ বজাৰ গাত্ত ৰূপৰি দোলাত পৰিল। তেওঁ জাপ মাৰি গৈ কাৰেঙৰ তলাতল কোঠাত সোমালগৈ। বজাক কাটিসোঁ বুলি উৎসাহিত হৈ মোৱামৰীয়াই যাকে-য'তে পালে কাটি বৰচ'ৰা আৰু শিঙৰিঘৰত জুই দিলে। উচাপ খাই, উহমিহ লাগি কিছুমান নগৰীয়া মানুহ পলাল। এইবেলি হোলোংঘৰত জুই দিলে, লগতে কেন্দুগুৰীয়া ৰুদ্ৰেশ্বৰ বৰপাত্ৰগোহাঁই আৰু মাদুৰিয়াল বৰগোহাঁইৰ ঘৰতো জুই দিলে।

সেই সময়ত লড়ি গোহাঁই অৰ্থাৎ পূৰ্ণানন্দ নগৰৰ ভিতৰতে আছিল; ঘনশ্যাম বুঢ়াগোহাঁই তেতিয়া বহাঘৰত আছিল। নগৰৰ মানুহ কাটি ঘৰ-জুই দিয়াৰ বাতৰি, ঘাইকৈ স্বৰ্গদেৱক মোৱামৰীয়াই কাটিলে বুলি পূৰ্ণানন্দই যেতিয়া দেউতাক বুঢ়াগোহাঁইক ক'লেগৈ, তেতিয়া খঙৰ ভমকত পুতেকৰ গালৈ যাঠি এপাট মাৰি পঠিয়াই ক'লে, 'ধিক্ জীৱন তোৰ। মোৰ লৰা হৈ স্বৰ্গদেৱৰ লগত নমৰিলি? হয় মৰিব পাৰ, নহয় মাৰিব পাৰ। তেহে মোৰ লৰা। কটা, শিয়াল। এনেকুৱা পো কেলেই লাগিছে? আন দা এখন, ইয়াকে আগতে কাটোঁ।' বুঢ়াগোহাঁই পিতৃৰ ভমক দেখি খুটাত বাগি দি পূৰ্ণানন্দ সাৰি গ'ল। এয়ে আছিল ঘনশ্যাম বুঢ়াগোহাঁইৰ ৰাজ-ভক্তি তথা ৰাজানুগত্য; কৰ্ত্তব্যপৰায়ণতা।

ঘনশ্যাম বুঢ়াগোহাঁয়ে ৰাতিয়েই সষ্টম হৈ লগত হৰনাথ বৰফুকনক লৈ স্বৰ্গদেৱৰ শ বিচাৰি নগৰলৈ গ'ল। বৰদুৱাৰৰ মুখতে মোৱামৰীয়াৰ লগত খোচা-খুঁচি লাগিল আৰু দুয়ো পক্ষৰে জনচেৰেক মানুহ পৰিল। বুঢ়া-গোহাঁই আৰু বৰফুকনে মোৱামৰীয়াক হোঁহকাই নগৰত সোমাই স্বৰ্গদেৱক বিচাৰি উলিয়াই খেদ-বিষাদ কৰিলে।

এনেতে মোৱামৰীয়া গড়গাঁৱৰপৰা ভটীয়াই ৰংপুৰলৈ গৈ নগৰৰ ভিতৰ সোমাল। পিছদিনা পুৱাই ন-গোসাঁইৰ ঘৰত জুই দি আন আন ৰা-বিষয়াৰ ঘৰতো জুই লগাই জয়সাগৰৰ পাৰত থকা পৰতীয়া গোসাঁইক ঘৰতে অনেক দুৰ্বচন বুলিলে। এনেতে গড়গাঁৱত বুঢ়াগোহাঁই ফৈদৰে মোৱামৰীয়া শিষ্য এজন ধৰা পৰিল। আগদিনা ৰাতি খোঁচ খাই আধা-মৰা হৈ পৰি আছিল। উপৰ্য্যুপৰি প্ৰশ্ন কৰাত মোৱামৰীয়াৰ সবিশেষ আঁচনি বিৰবি ক'লে। এইবোৰ শুং-সূত্ৰ পাই বুঢ়াগোহাঁই ডাঙৰীয়াই আন ডাঙৰীয়া-বিষয়াৰে লগ লাগি ৰংপুৰলৈ গৈ ৰংপুৰ উদ্ধাৰ কৰিলে। মোৱামৰীয়া সৈন্য ন-দুৱাৰেদি ওলাই ৰংপুৰৰ পৰা ভটীয়াই গ'ল।

গড়গাঁৱৰ পৰাই স্বৰ্গদেৱে নগৰৰ কাষৰ দ্ৰোহীবোৰক বধ কৰিবলৈ বৰবৰুৱাক আদেশ দিলে। বৰবৰুৱাই ধৰাই আনি বহুতকে প্ৰাণদণ্ড দিলে।

এনেতে ববমেল পাত্তি বজাই ক'লে, 'মোৱামৰীয়াই পৰাভৱ কৰিলে। পূৰ্বেও অনেক অকাৰ্য্য কৰিছে। এতেকে সপৰিয়ালে বধ কৰিব লাগে। তোমালোকেনো কি বোলা?' ঘনশ্যাম বুঢ়াগোহাঁই ডাঙৰীয়াকে ধৰি সদৌৱে বোলে, 'স্বৰ্গদেৱে উচিত কৈছে।' দোলাকাষৰীয়া বৰা, দা-ধৰা বৰা, টেকেলা বৰাই গৈ গাঁৱে গাঁৱে এই আদেশ প্ৰচাৰ কৰিলে বোলে, 'ৰাজদ্ৰোহী মোৱামৰীয়াক যেয়ে য'তে পায়, ধৰি ধৰি কাটক।' অপৰাধ স্বৰ্গদেৱক প্ৰাণে মাৰিবলৈ অপঘাত কৰিছিল আৰু শিঙৰিঘৰ, হোলোংঘৰ, ৰংচ'ৰা জুই দি পুৰি নিৰ্ঘাত ৰাজদ্ৰোহ আচৰিছিল। কিন্তু শাস্তি দিবলৈ সমূহ প্ৰজাক অধিকাৰ দিয়াত অতদিনে একেলগে বাস কৰা সাধাৰণ প্ৰজাৰ মাজতো হিংসা-হত্যা বিয়পি পৰিল। তিনি পক্ষ জুৰি দেশত পাৰস্পৰিক হত্যা-কাণ্ড চলিল। এনেতে জনচেৰেক বিষয়াই ৰজাক প্ৰাৰ্থনা জনালে বোলে, 'দোষী-নিৰ্দোষী অনেক মৰিল, হত্যাৰ আদেশ ৰহিত কৰিব লাগে।' বিষয়াসকলৰ পৰামৰ্শ গড়গাঁৱত থকা ঘনশ্যাম বুঢ়াগোহাঁইলৈ জনাই পঠালে। বুঢ়াগোহাঁয়ে সমিধান দিলে, 'মই কণিবিহৰ সঁচ মাৰিব খুজিছিলোঁ। তোমা-লোকে আধাতে বন্ধ কৰিছা। কৰাঁ, কিন্তু মোৱামৰীয়াই পুনৰ ৰাজ্য খাব। তেতিয়া মোলৈ মনত পৰিব।' বুঢ়াগোহাঁইৰ পৰামৰ্শ উলঙ্ঘা কৰি ৰজাই আগৰ আদেশ ৰহিত কৰিলে।

মোৱামৰীয়াই শিঙৰি ঘৰ পুৰি স্বৰ্গদেৱক হত্যা কৰিবলৈ চেষ্টা কৰাৰ বাবে তিনি মাহ পূৰ নৌ হওঁতেই ঘনশ্যাম বুঢ়াগোহাঁইৰ মুখত দুটামান ফিহ-ফোহোঁৰা ওলাল আৰু তাৰ বিষতে শয্যাগত হৈ উঠিব নোৱৰা হ'ল। মৃত্যু আসন্ন জানি বৰপুতেক লড়ি গোহাঁইক মতাই আনি ক'লে, 'মোতকৈ তোৰ যশ শতগুণে বৃদ্ধি হ'ব। স্বৰ্গদেৱক মনেৰেও বিষম চিন্তা নকৰিবি। মটক কণিবিহৰ পুলিটো দেখিলেই সতৰ্ক হৈ থাকিবি। তেহে দেশ খাব পাৰিবি। গুচৰীয়া-পদকীয়াৰ তামোল-পাণৰ চৰুত বাজে আন ভেঁটি নেখাবি। তেহে সিদ্ধান্ত শিলৰ ৰেখা হ'ব। কেতিয়াবা দুটা-এটাৰ ধন খোৱাৰ কথা শুনিলে সকলোৱে সিদ্ধান্ত অন্যায় বোলে। মোৰ টেমাত থকা পুথিখন নেৰিবি। ৰজাই দেশ এৰিলেও, তই আপোন দেশ নেৰিবি। দেশতে মৰ যদি মৰিবি। জীয়াই থাক বা মৰ, তোৰ কীৰ্ত্তি থাকি যাব।'

ঘনশ্যাম বুঢ়াগোহাঁইৰ ৰাজানুগত্য আৰু দেশ-প্ৰীতিৰ তুলনা নাই। কিন্তু হিংসাক হিংসাৰে উচ্ছেদ কৰি মোৱামৰীয়াক নিৰ্বংশ কৰিব খোজা মনোভাবৰো তুলনা নাই। বুঢ়াগোহাঁই হিচাপে যে তেওঁ পৰিপক্ক জ্ঞানৰ প্ৰতীক আছিল ওপৰৰ কথা কেইষাৰৰপৰাই জানিব পাৰি।

ঘনশ্যাম বুঢ়াগোহাঁইৰ মৃত্যু হ'ল। পুতেক পূৰ্ণানন্দ বুঢ়াগোহাঁই হ'ল। চকমকা ডেকা, উজ্জ্বল গৌড়বৰ্ণ। ছশ বছৰীয়া আহোম শাসন-কালত যি কেইজন বিচক্ষণ বুঢ়াগোহাঁয়ে বিষয়-বাব খাইছিল, তাৰে ভিতৰত পূৰ্ণানন্দও এজন। কিন্তু তাৰে ভিতৰত পূৰ্ণানন্দৰ ক্ষমতাৰ আতিশয্যই আন আন বিষয়াক বিতুষ্ট কৰিছিল আৰু ইয়াৰ পৰিণতি আছিল সুদূৰপ্ৰসাৰী।

১৭০৬ শকত অৰ্থাৎ পূৰ্ণানন্দ বুঢ়াগোহাঁই হোৱাৰ বছৰেক পূৰ নৌ হওঁতেই গৌৰীনাথসিংহই অৰবিষ আৰু সাৰঙ্গপাণি নামেৰে দুজন মোৱামৰীয়া গাওঁবুঢ়াৰ লগত পৰামৰ্শ কৰি ডফলা পৰ্বতত আত্মগোপন কৰি থকা পীতাম্বৰ মহন্তক মতাই আনি চৈধ্য বছৰ শূন্য হৈ থকা মোৱামৰাৰ অধিকাৰ পদত অধিষ্ঠিত কৰিলে। এই কাৰ্য্যত স্বাভাৱিকতে পূৰ্ণানন্দৰ সমৰ্থন আছিল। কিন্তু ইয়াৰ তিনি বছৰৰ ভিতৰতে পীতাম্বৰ মহাজনে বিদ্ৰোহী দলত পুনৰ যোগ দি দুগুণ উৎসাহেৰে নেতৃত্ব দিবলৈ ধৰিলে। কেৱল সেয়ে নহয়, ১৭১৩ শকৰ ফাগুন মাহত পীতাম্বৰ মহন্তই ডেকাগোসাঁই ভৰথিক ভৰতসিংহ নাম দি ৰজা পাতি ৰংপুৰৰ ৰাজপাটত বহুৱাইছিল। ভৰথিয়ে ভৰতসিংহ নাম লৈ নিজকে 'ভগদত্তকুলোত্তৱ' বুলি মোহৰ মৰাই আদেশ দিছিল, 'লুটি-পুটি, কাটি-মাৰি দেশ উচ্ছন্ন কৰিবি। আহোমক নিৰ্বংশ কৰিবি আৰু সা-সম্পত্তি আগ্ৰাসি আনিবি।' গুৰুৰ আদেশ, বেদৰ বাণী। সেইমতে মোৱামৰীয়া সৈন্যই মাজুলীৰপৰা আৰম্ভ কৰি দিখৌমুখে লুইত পাৰ হৈ ৰংপুৰলৈকে গাওঁ-ভূঁই জুই দি পুৰি খাস্তাং কৰিলে। পুহমহীয়া জাৰত অনাহাৰ-অনিদ্ৰাত গছৰ তলত দলে দলে মানুহৰ মৃত্যু হৈছিল। ছবছৰ আগতে ঘনশ্যাম বুঢ়াগোহাঁয়ে যি সন্ত্ৰাস আৰু দমনৰ বীজ ৰোপণ কৰিছিল, তাৰে প্ৰচণ্ড প্ৰতিক্ৰিয়া হ'ল—ভৰতসিংহৰ আদেশত।

১৭০৯ শকৰ মাঘ মাহৰ ৮ দিন যাওঁতে গৌৰীনাথসিংহই মোৱামৰীয়াৰ উৎপাতত ৰ'ব নোৱাৰি ৰংপুৰ এৰি গুৱাহাটীলৈ ভটীয়াই গ'ল। পূৰ্ণানন্দ বুঢ়াগোহাঁয়ে পিতৃৰ অন্তিম আদেশ মানি উজনিতে ৰৈ গ'ল। পোনতে গৌৰীসাগৰৰ ওচৰত কোঁঠ পাতি মোৱামৰীয়াৰ হাতৰপৰা ৰংপুৰ নগৰ উদ্ধাৰ কৰিবলৈ যত্ন কৰি আছিল। পিছত দিচৈ বাহৰত কোঁঠ পাতি মোৱামৰীয়াক প্ৰতিহত কৰিছিল। এইদৰে প্ৰায় সাতবছৰ কঠোৰ পৰিশ্ৰম আৰু নিষ্ঠাৰে জয়-পৰাজয়ৰ যশ-গ্লানি মূৰ পাতি লৈ আত্মৰক্ষা কৰি আছিল। ৰংপুৰৰ পৰা কলিয়াবৰলৈকে, লুইতৰপৰা নগা পৰ্বতলৈকে সমগ্ৰ অঞ্চলটোতে সৈন্য সংগ্ৰহ কৰি কোঁঠ পাতি মোৱামৰীয়া অভিযান বাধা দিছিল।

কিন্তু বুঢ়াগোহাঁইৰ সেনাপতি—পালি সেনাপতি নিৰ্বাচনত ক'ৰবাত খুঁত আছিল, কাৰণ, এই সেনাধ্যক্ষসকলে যুদ্ধক্ষেত্ৰত সময় ৰক্ষা কৰিবপৰা নাছিল। ফলত মোৱামৰীয়া সৈন্যৰ হাতত সহজে পৰাজিত হৈছিল।

নুখুৰাখনৰ হৈধন আৰু কৈৱৰ্ত্তৰ বৰাগী এটা দল হৈ গুৱাহাটী নগৰ অধিকাৰ কৰাত গৌৰীনাথসিংহ ভটীয়াই নগৰবেৰালৈ যায়। তাৰেপৰা ইংৰাজৰ সহায় বিচাৰি পঠিয়ায়। এই ক্ষেত্ৰত বুঢ়াগোহাঁইৰ সাহায্যৰ প্ৰয়োজন আছিল যদিও তেওঁ পোনপটীয়াকৈ ইংৰাজক আমন্ত্ৰণ জনোৱা নাছিল। কেপ্তেইন ওৱেলছক লৈ উজাই আহোঁতেও দিচৈমুখত স্বৰ্গদেৱ-কহে সম্ভাষণ জনাবলৈ আগ বাঢ়ি গৈছিল। ৰজাইহে চকুৰ ঠাঁৱেৰে ওৱেল-ছক আগতে সোধ-পোছ কৰিবলৈ ইঙ্গিত দিছিল। ওৱেলছৰ ওচৰলৈ যাওঁতে বুঢ়াগোহাঁইক চকী-পীৰা দি বহুৱাই ক'লে, 'বুঢ়াগোহাঁই বুঢ়া বুলিহে ভাবিছিলোঁ, এতিয়া দেখিছোঁ ডেকাহে। ৰৰচাহাবৰ হুকুম মতে আমি ৰংপুৰ নগৰ পুনৰ অধিকাৰ কৰি লৈ দিবলৈ স্বৰ্গদেৱৰ সৈতে আহিছোঁ।' উত্তৰত বুঢ়াগোহাঁয়ে ক'লে, 'চাহাব, তুমি বহুত চিপাহী লৈ আহিছা, ৰংপুৰ দখল কৰিব পাৰিবা।' পিছত স্বৰ্গদেৱৰ লগত সাক্ষাৎ কৰি ৰণৰ কথা সবিশেষ জনালে। ৰজাই অনেক খেদ কৰিলে।

ৰংপুৰ উদ্ধাৰ কৰি ১৭১৬ শকৰ জেঠ মাহত ওৱেলছ ভটীয়াই গ'ল। পূৰ্ণানন্দ বুঢ়াগোহাঁয়ে ওৱেলছৰ সৈন্যদলৰ দুজন চিপাহী দিনা আৰু ফকিৰ-চন্দক খুজি ৰাখিলে। বড়া-দৈয়াঙৰপৰা মানুহ গোটাই দিনা আৰু ফকিৰ-চন্দৰ হতুৱাই পাথৰকলাই হিলৈৰ কেৱাজ শিকালে। হিলৈৰ নাটনি হোৱাত টাঙোন, কানমাৰি দি শিকালে। লগতে কটকী বেজীয়া আৰু বৰাগী দত্তক হিলৈ-খাৰ আনিবলৈ ধন-বিত দি কলিকতালৈ পঠালে। হিলৈ-খাৰ সংগ্ৰহ কৰি কুৰ্ত্তা পিন্ধাই ওঠৰ কোম্পানী পল্টন গঠন কৰে। বুঢ়াগোহাঁই কৈদৰ চন্দ্ৰ গোহাঁইক কাপ্তান পাতি বলোৰাম খণ্ডীয়া ফুকনক সহকাৰী কাপ্তান পাতিলে। দেশ ৰক্ষাৰ অৰ্থে পূৰ্ণানন্দই দেহে-কেহে যত্ন কৰিছিল, যি বাবে শ্ৰীনাথ দুৱৰা বৰবৰুৱাই চৰায়ে ডেউকাৰ আঁৰত পোৱালি ৰখাৰ দৰে দেশখন ৰাখিছিল বুলি উল্লেখ কৰিছে। কেপ্তেইন ওৱেলছ যোৱাৰ পিছত বুঢ়াগোহাঁয়ে মোৱামৰীয়াৰ উৎপাতত দেশ এৰি ভাগি যোৱা প্ৰজাক বিচৰাই আনি নিজৰ নিজৰ ঠাইত বহুৱাই পুনৰ ৰাজ্য পাতিছিল।

পূৰ্ণানন্দ বুঢ়াগোহাঁয়ে, চৰায়ে পোৱালী ৰখাৰ দৰে দেশখন ৰাখিছিল যদিও তেওঁৰ বিৰুদ্ধে এটা অভিযোগ উঠা দেখা যায়। তেওঁ আহোম ৰাজ চ'ৰাৰ অধিকাংশ বিষয়-বাব তেওঁৰ নিজৰ বংশ-পৰিয়াল আৰু মিত্ৰিৰ-

কুটুম্বৰ ভিতৰতে বান্ধিছিল। উজনিৰ ৰাজমন্ত্ৰী বুঢ়াগোহাঁই আৰু নামনিৰ সৰ্বেসৰ্বা বদন বৰফুকনৰ লগত মিত্ৰ-সম্বন্ধ স্থাপিত হৈ শক্তিশালী হওক বুলিয়েই পুতেক ওৰেষানাথলৈ বৰফুকনৰ জীয়েক পিজৌ আইদেউক বিয়া কৰাইছিল। চন্দ্ৰকান্তসিংহৰ ভনীয়েক ৰাজু আইদেউক মাজুপুতেক প্ৰেমনাথলৈ বিয়া কৰাই বৰা ঘৰৰ লগতো সম্পৰ্ক স্থাপন কৰিছিল। কালৰ কুটিলা গতি। অলপ দিনৰ ভিতৰতে দুয়োঘৰৰ লগতে মনান্তৰ হৈ দেশৰ সুদূৰপ্ৰসাৰী পৰিণতিত ইন্ধন যোগাইছিল।

পূৰ্ণানন্দ ক্ষমতাশালী আছিল। তেওঁ নিৰ্ভৰযোগ্য আৰু বিশ্বস্ত লোকক নিয়োগ কৰিছিল। তাকে কৰোঁতে পুৰুষানুক্ৰমে বিষয় খাই অহা পৰিয়াল বা কৈন্দ কষ্ট হৈছিল। এনেদৰে ক্ষুব্ধ হোৱা মানুহৰ সংখ্যা দিনক দিনে বৃদ্ধি পাইছিল। পূৰ্ণানন্দৰ বিবেচনা আছিল অন্য ধৰণৰ। লক্ষ্মীসিংহক বন্দী কৰি মোৱামৰীয়াই ৰাজপাট খোৱাৰ সময়ৰেপৰা আহোম ৰাজশক্তিক অমান্য কৰিবলৈ মানুহে ভয় নকৰিছিল। দুই-চাৰি লেখৰ মানুহেও বিশ্বাস-ঘাতকতা কৰিছিল।

বৰগোহাঁইৰ বিলাতৰ কেকেৰু কলিতা হাজৰিকা আছিল। কুৰঙ্গ-নয়নীৰ লগত কথা-বাৰ্ত্তা হৈ লক্ষ্মীসিংহক বন্দীশালৰপৰা মোকলাই ৰজা পতা কামত কেকেৰুৱে অশেষ যত্ন কৰিছিল। সেই বাবে ৰজাই হাজৰিকা কেকেৰুক ভঁৰালী-বৰুৱা পদ দিছিল। ভঁৰালী-বৰুৱা পদ পাই কেকেৰুৱে বৰবৰুৱাক অমান্য কৰাই নহয়, নাতিগোসাঁই দুজনৰে লগ হৈ বিদ্ৰোহ কৰিব খুজিছে বুলি বৰবৰুৱাক কটালে। লাহে লাহে কেকেৰুৱে চোলাধৰা ফুকন পদ পাই স্বৰ্গদেৱৰ অতি প্ৰিয়পাত্ৰ হ'ল। ৰজাই পিন্ধা কাপোৰেৰে বঁটা দিলে। এনেতে দিহিঙৰ মৃদঙীয়া বাপৰ জীয়েকৰ বিয়া খাবলৈ বুলি স্বৰ্গদেৱক খুজি গোটেই গাতে বাখৰামি কৰা সোণৰ গামখাৰু আৰু মকৰ-কুণ্ডল লৈ পয়োভৰত ডা-ডাঙৰীয়াৰো ওপৰলৈ উঠিল। পিছলৈ এনে হ'লগৈ যে বৰচ'ৰালৈ যাওঁতে বা পৰ-মেললৈ যাওঁতে কেকেৰু কলিতা ফুকনেৰে কথা-সম্ভাষা হৈ নগ'লে জগৰেই লাগে। এসময়ত বৰগোহাঁইৰ বিৰুদ্ধেও ৰজাক উচটাবলৈ ধৰিলে। বৰগোহাঁই সম্বন্ধত ৰজাৰ বিয়েয়েক। গতি বিষম দেখি তিনিওজনা ডাঙৰীয়া এক গোট হৈ বৰবৰুৱাক জনালে। বৰবৰুৱাই স্বৰ্গদেৱক জনালে। স্বৰ্গদেৱে দেখিলে কথা বিষম। তিনিজনা ডাঙৰীয়া একমুঠ হলে ৰজাকো ভঙা-পতা কৰিব পাৰে। তাতে ৰাজমাৱে পৰামৰ্শ দিলে, 'বোপাদেউ তিনিজনা ডাঙৰীয়াই ধৰিছে যেতিয়া, কলিতা ফুকনক গতাই দিয়াহে ভাল।' ৰজাই কলিতা--

ফুকনক ফুকন পদবপৰা অপসাৰিত কৰি উত্তৰপাঁৰে তামোলবাৰীৰ ঘৰলৈ খেদিলে। তামোলবাৰী পাই কেকেকৰে নিজকে ৰজা বুলি ঘোষণা কৰি সৈন্য-সামন্ত গোটাই সটম হৈ থাকিল। ৰজাই বিশৃস্ত হিচাপে চপাই লোৱা কেকেকৰে পিছত ডা-ডাঙৰীয়াক অতিক্ৰম কৰি স্বৰ্গদেৱলৈকে হাত দাঙি দা টোঁৱালে।

শিৱসিংহ স্বৰ্গদেৱৰ ধাই মাক ৰজাৰ প্ৰভাৱ আছিল অনন্য। ৰজা হৈ শিৱসিংহই ধাইক ৰাজকাৰেঙত তুলিছিল। ধায়ে ৰজা-ৰাণী দুয়োৰে ওপৰত প্ৰভাৱ খটুৱাইছিল। ভায়েকহঁতক মনোমত বিষয়-বাব দিয়াৰ উপৰিও ৰজাৰ প্ৰভাৱতে পুতেক-জীয়েকহঁতলৈকো মান-মৰ্য্যাদা থকা বংশৰ লগত অনা-দিয়া কৰিছিল।

আহোম স্বৰ্গদেৱলৈ কছাৰী কুঁৱৰী এগৰাকী বিয়া দিছিল। কুঁৱৰীৰ এটি সৰু ভায়েক আছিল ; আন কোনো নাছিল। ভায়েক বায়েকৰ লগতে গুচি আহিল। ডেকা হ'লত কোঁৱৰক আহোমৰ চেতিয়া খেলত তুলি মৰ্য্যাদা দিলে। মোৱামৰীয়াৰ প্ৰথম বিদ্ৰোহৰ পাছত নতুনকৈ বিষয়া পাতোঁতে তেওঁৰে বংশৰ এজনক চেতিয়া ফুকন পাতিলে। শিৱসিংহ ৰজাৰ দিনত ধায়ে নিজৰ জীয়েকক বিয়া দি ন-ফুকন নামেৰে এটা নতুন পদ সৃষ্টি কৰোৱাই চ'ৰাৰ ফুকনৰ শাৰীত বহিবলৈ দিছিল। এতিয়া চেতিয়া ফুকন হৈ মানে-মৰ্য্যাদাই ওপৰলৈ উঠিল।

কেপ্তেইন ওৱেলছ কলিকতাৰপৰা আহি গুৱাহাটীত থকাৰ সময়ত তেওঁ স্বৰ্গদেৱক জনালে, বোলে, বুঢ়া অৰ্থাৎ বয়সীয়া চাই মানুহ এজনক বৰফুকন পাতিব লাগে। ৰজাই দিহিঙীয়াৰ মেধি বৰফুকনক ভাঙি দুৱৰাৰ হলিৰামক বৰফুকন পাতিলে। অলপ দিনৰ পিছতে হলিৰাম-বৰফুকন মৰিল। এই ছেগতে চেতিয়া ফুকনে তেওঁকে বৰফুকন পাতিবলৈ ওৱেলছ চাহাবক খাটনি ধৰিলে। বয়স হোৱা বাবে তেওঁ বুঢ়াচেতিয়া ফুকন নামে জনাজাত আছিল। ওৱেলছে যথাসময়ত ৰজাক ক'লে। ৰজাই কথা পেলাব নোৱাৰি বুঢ়া চেতিয়াক বৰফুকন পাতিলে। এই বিষয়ে বুঢ়াগোহাঁয়ে একো নেজানিছিল।

এই সময়ৰেপৰা চেতিয়া বৰফুকনে ৰজাক তোষামোদ কৰি অধিক ঘনিষ্ঠতা লাভ কৰিবলৈ ধৰিলে। ওৱেলছ চাহাবৰ অনুগ্ৰহো সেইদৰেই লাভ কৰিছিল। এসময়ত স্বৰ্গদেৱে সোণৰ চুলাৰে জাপি, চন্দ্ৰতাপ দি ডাঙৰীয়া তিনিজনাৰ সমানে বহিবলৈ এতৰপীয়া তলচা সহ মৰ্য্যাদা বঢ়াই দিলে।

চেতিয়া ফুকন গুৱাহাটী পায়েই স্বতন্ত্ৰবীয়া হবলৈ ইচ্ছা কৰি হিন্দুস্থানী চিপাহীৰ জমাদাৰ হাজাৰসিঙক আনি লগত ললে আৰু ভুংখুঙীয়া কৈন্দৰে বাপী গোহাঁইৰ পুতেক এজনক পুতলা ৰজা পাতি কানদেউ কটকী, হেলিমেলি গোহাঁই আৰু বদল ৰাজখোৱাক লগত ললে। গুৱাহাটীত থকা আন আন বা-বিষয়াই ৰজা বুলি নেমানিলে। তথাপি ৰজাৰ গুৰু পহুমৰীয়া ন-গোসাঁইৰ মানুজন, গদাধৰৰপৰা দণ্ড কৰি বহুতো ধন ললে। এই দুই বাৰ্ত্তা স্বৰ্গদেৱলৈ জনাই পঠালে। স্বৰ্গদেৱে ডেকাফুকন, খাৰঘৰীয়া ফুকন, তামুলী ফুকন এই তিনিওকে চেতিয়া বৰফুকনক ধৰি নিবলৈ পঠালে। বৰফুকনে বাতৰি পাই সশস্ত্ৰে সষ্টম হ'ল। তামুলী ফুকনক বন্দী কৰিলে। আতি ৰাজখোৱাই হাজাৰসিং জামাদাৰক ৰূপ ১০,০০০ দিম বুলি লোভ দেখুৱাই তাৰে হতুৱাই বন্দী কৰালে। পিছত স্বৰ্গদেৱৰ আজ্ঞামতে দিচৈ বাহৰলৈ উজাই অনালে।

দিচৈ বাহৰত পূৰ্ণানন্দ বুঢ়াগোহাঁই ডাঙৰীয়াৰ সাক্ষাতে ৰজাই বিচাৰ কৰালে। ৰজাই ক'লে, 'তই কি আছিলি, মই তোক কি কৰিলোঁ। তোক মই ফুকন পাতিবই নেলাগিছিল। কাপ্তান চাহাবে মোক টানি ধৰিলতহে ফুকন পাতিলোঁ। তযেই মোৰ দ্ৰোহ আচৰি আনক ৰজা পাতিলি। তইনো কি হ'ব খুজিলি? মোৰ গুৰুকো ডাঁৰি ধন ললি। তই কি নকৰিলি? গদাধৰসিংহ পুলিন স্বৰ্গদেৱে কৈ গৈছিল, 'সৰুক বৰ বিষয় নিদিবি। মই তাকেই কৰিলোঁ।' চেতিয়া বৰফুকনে হাত-জোৰ কৰি ক'লে, 'স্বৰ্গদেও, কাটকেই বা মাৰকেই, মই দোষী।'

এইদৰে এজন-দুজনকৈ বহুতেই দুৰাকাঙ্ক্ষাৰ বশৱৰ্ত্তী হৈ বিষয়া হিচাপে বঁটা-বাহন লাভ কৰিও ৰাজকীয় কৰ্ত্তব্য-পালনত বিশ্বাসঘাতকতা কৰিছিল। ইয়াৰে ভয়ত পূৰ্ণানন্দ বুঢ়াগোহাঁয়ে নিজৰ বিশ্বাসী মানুহৰ ভিতৰতে বিষয়-বাব দি স্বজন-প্ৰীতিৰ অভিযোগত অভিযুক্ত হৈছিল।

গৌৰীনাথসিংহ অপুত্ৰক আছিল। ৰুদ্ৰসিংহৰ ঠালৰ কোঁৱৰসকলৰ সৰহ ভাগেই হয় মোৱামৰীয়া বিদ্ৰোহত মৰিল, নহয় কোঁৱৰ বিদ্ৰোহত যোগ দি শাস্তি ভুগি সিংহাসনৰ অযোগ্য হ'ল। গৌৰীনাথসিংহৰ দিনতেই অসমত পোন প্ৰথমে গ্ৰহণী ৰোগে মহামাৰী ৰূপত দেখা দি অলেখ প্ৰজাৰ প্ৰাণ হানি কৰে। স্বৰ্গদেও নিজেই এই গ্ৰহণী ৰোগত আক্ৰান্ত হৈ শয্যাশায়ী হৈছিল। পিছলৈ শক্তিহীন, গা ক্ষীণ আৰু নিৰাশ হৈ পৰিছিল। এদিন বুঢ়াগোহাঁই ডাঙৰীয়াক মতাই আনি ক'লে, 'ডাঙৰীয়া মোৰ দেহৰ অৱস্থা ভাল নহয়। মোৰ দেশখনি যথাৰত প্ৰতিপাল কৰিবা। তুলসী

আইদেউক বিয়া দিব নোৱাৰিলোঁ, বাচকটীয়া বৰবৰুৱাক অপৰাধৰ জোখাৰে দণ্ড দিব নোৱাৰিলোঁ। সিদুৱা হাজৰিকাক শাস্তি দিবলৈ থাকি গ'ল। যদি পাবা, মোৰ মনৰ খেদ গুচাবা।' ৰজা স্বৰ্গী হ'ল।

বুঢ়াগোহাঁয়ে লেচাই নামৰূপীয়া গোঁহাইৰ ঠালৰ কিনাৰাম গোহাঁইক আনি হেংলাঙত বহুৱাই ৰজা পাতি নাম দিলে কমলেশ্বৰসিংহ। যিহেতু লেচাই নামৰূপীয়া গোহাঁইৰ গাত অঙ্গক্ষতৰ চিন আছিল, সেইবাবে বহুতৰে এওঁক ৰজা পতাত আপত্তি আছিল। কিন্তু বুঢ়াগোহাঁইৰ আগত মাত মতা নাছিল। কমলেশ্বৰসিংহৰ গা-পাতল, সাহস কম। পিতৃ কদমদীঘলাক চাৰিঙীয়া ৰজাৰ বাব দি বুঢ়াগোহাঁইৰ ওপৰতে ৰাজ্যৰ সকলো কাম এৰি দিলে। মোৱামৰীয়া বিদ্ৰোহত ভাগি যোৱা প্ৰজা বিচাৰি আনি থান-থিত লগাবলৈ ধৰিলে। এই কাৰ্য্যত সহায়তা কৰিছিল স্বৰ্গদেৱৰ ভিনিহিয়েক ভদৰি অৰ্থাৎ ভদ্ৰকান্ত বৰবৰুৱাই।

কমলেশ্বৰসিংহৰ ৰাজত্বকাল পোন্ধৰ বছৰ। ভদৰি বৰবৰুৱা, কলীয়া-ভোমোৰা বৰফুকন আৰু পূৰ্ণানন্দ বুঢ়াগোহাঁইৰ সম্মিলিত প্ৰচেষ্টাত ৰজা হিচাপে শান্তিৰেই অতিবাহিত কৰিছিল। এওঁৰ দিনতে কলীয়াভোমোৰা বৰফুকনে কোচবিহাৰৰ দৰে অসমকো ইংৰাজৰ আশ্ৰিত ৰাজ্য কৰিবলৈ পৰামৰ্শ দিছিল; কিন্তু স্বাধীনতাপ্ৰিয় বুঢ়াগোহাঁয়ে সেই পৰামৰ্শ প্ৰত্যাখ্যান কৰিলে। সেইবাবেই ইংৰাজে অসম অধিকাৰ কৰি পৰিকল্পিতভাবে শোষণ কৰিবলৈ ভিতৰি সঙ্কল্পবদ্ধ হ'ল।

কুঁৱৈগঞা বুঢ়াগোহাঁই ফৈদৰ যেনেকৈ ৰজাঘৰত প্ৰতিপত্তি আছিল, তেনেকৈয়ে ৰঙাচিলা দুৱৰাৰ ঘৰৰ মানুহৰো খ্যাতি আছিল। লতাকটা ৰণৰ সেনাপতি হৰনাথ ভিতৰুৱাল ফুকন বৰফুকন হৈছিল। ভায়েক শ্ৰী-নাথ বৰবৰুৱা আৰু হৰনাথৰ পুতেক বদনচন্দ্ৰ বৰফুকন। বদন বৰফুকনে হাজাৰিসিং বঙালক 'ষাঠি হেজাৰ টকা দিম' বুলি কথা দিয়াত গৌৰীনাথ-সিংহৰ দিনত বৰফুকন পাতিছিল আৰু সেই ধন আদায় দিবলৈ কামাখ্যা আৰু মাধৱ দেৱালয়ৰ সোণৰ-ৰূপৰ কোষা-অৰ্ঘা ভঙাই টহিলং কৰিছিল। তদুপৰি কামৰূপীয়া প্ৰজাৰ ওপৰত অত্যাচাৰৰ কথা পূৰ্ণানন্দই গম পাইছিল। সেইবাবে বদনচন্দ্ৰক আঁতৰাই সন্দিকৈৰ গেন্ধেলা ৰাজখোৱাক বৰ-ফুকন পাতিছিল। প্ৰশাসক হিচাপে বদনচন্দ্ৰৰ ত্ৰুটি আছিল। তথাপি গেন্ধেলা অৰ্থাৎ কলীয়াভোমোৰা মৰিলত পূৰ্ণানন্দই বদনক দ্বিতীয়বাৰ বৰফুকন পতাত অনুমোদন জনাইছিল। এই আত্মকেন্দ্ৰী, ক্ষমতালিপ্সু বিষয়া দুজন ৰাজ্যৰ দুমুৰে বহি সেই দিনাৰেপৰাই সংঘৰ্ষ ঘনীভূত কৰি

আনিছিল। ৰবৰুৱকন পদ লাভৰ বাবে বিজয়ে হাজাৰসিং বঙালক ৰাজ্যৰ মঠ-মন্দিৰৰ ধন-সোণ উচর্গা কৰিছিল, তেওঁকেই আকৌ ৰবৰুকন পত্র কার্য্যত সমর্থন জনাই বুঢ়াগোহাঁয়ে অধিক অন্যায় কৰিছিল।

১৭১৮ চনত বুঢ়াগোহাঁই ডাণ্ডৰীয়াই দিচৈ বাহৰৰ বৰদুৱাৰৰ মুখৰপৰা বহালৈ (মালৌ আলি) এটা আলি বন্ধাইছিল। এনেতে বাতৰি পালে, উত্তৰ পাৰে ডফলা-বহতীয়া, মোৱামৰীয়া-ভগনীয়া আৰু অৰীতিয়া ৰুক্মীন-পুৰীয়া একগোট হৈ ফোফাই নামেৰে এজনক সেনাপতি পাতি গাওঁ-ভুই লুটি-পুতি বিদ্রোহ তুলিছে। মধুৰাম বৈৰাগীক পঠিয়াই হিন্দুস্থানী বৰকান্দাজ চিপাহী কিছুমানক ধন-বস্তু দিম বুলি ফুচুলাই আনি দেশ ভঙাইছিল। বুঢ়াগোহাঁয়ে নিজে সৈন্য লৈ বিদ্রোহ দমন কৰিবলৈ গ'ল। পূর্বৰ দ্রোহী বাচকটীয়া বৰবৰুৱাৰ ককায়েক ঢেকিয়াল ফুকন পলাল। পিছত বিহ খাই মৰিল। ফোফাই গুলী খাই মৰিল। লগৰ মোৱামৰীয়া সহযোগীসকল উজাই গৈ চকীহাট-সৌৱালুগুৰিত থুপ খাই আছিল। বুঢ়াগোহাঁই সসৈন্যে গৈ চকীহাটত খেদি ধৰিলে। তয়া-ময়া ৰণ হ'ল। ৰণত মোৱামৰীয়া ভাগি উজাই গ'ল। তাতে মোৱামৰীয়া গোসাঁই পীতাম্বৰ বন্দী হ'ল। ভৰতসিংহ পলাই গৈ ডাণ্ডৰী পালেগৈ। কিছুমান মোৱামৰীয়াই বুঢ়াগোহাঁইত ধৰিল। তেওঁবিলাকক ক্ষমা কৰি যথাস্থানত বহুৱালে। এসময়ত মোৱামৰীয়াক কঠোৰ হাতেৰে দমন কৰিলেও ভগাদেশত মোৱামৰীয়াসকলকো খুঁটিয়া-পোতাত পুনৰ সংস্থাপিত কৰিছিল। আন কি মটকৰ ৰবসেনাপতি সর্বানন্দক স্বীকাৰ কৰি লৈছিল।

ভৰথি গৈ ডাণ্ডৰী-চকৰীটিঙত সোমাই চিংফৌৰ লগ লাগিল। মোৱা-মৰীয়া তৃতীয় বিদ্রোহৰ সময়ত চিংফৌৱে ছেগ বুজি গাওঁ-ভুঁই লুৰি-পুড়ি নিছিল। ভৰথিৰ লগ লাগি যুটীয়াভাবে সষ্টম হৈ ৰ'ল। বুঢ়াগোহাঁইকেন্দ্ৰীয়া ডেকাফুকনক পাঁচ কোম্পানী চিপাহী দি ৰণলৈ পঠালে। বেংমৰাৰ ওচৰতে টান ৰণ হ'ল। ৰণত ঠাৰৰিব নোৱাৰি চিংফৌ-মোৱামৰীয়া দুয়ো দুভাগ হ'ল আৰু চিংফৌৱে আত্মসমর্পণৰ ভাও জুৰিলে। এই ৰণত ডেকাফুকনে বহুতো বয়-বস্তু অধিকাৰ কৰিলে। স্বর্গদেৱে আকৌ ছয় কোম্পানী চিপাহী লগত দি উজনিৰ মৰাণ-মোৱামৰীয়াক ধৰিবলৈ পঠালে। এই অভিযানতে ভৰথি ধৰা পৰিল। ডেকাফুকনে কোঁঠ মাৰি ঘেৰি ধৰিলত মৰাণে ধাৰলৈ নেপাই আত্মসমর্পণ কৰিলে। বুঢ়াগোহাঁয়ে সেইবোৰ মানুহক সংস্থাপিত কৰাৰ দিহা কৰিলে। এক কোম্পানী চিপাহী ৰখীয়া দি বিলামৰাত পাতিলে। বুঢ়াগোহাঁয়ে কল্লৱী-জয়ন্তা ৰাজ্যত গৈ আশ্রয় লোৱা মোৱামৰীয়া আৰু অনা-মোৱামৰীয়া সকলোকে বিচাৰি অনাইছিল।

বুঢ়াগোহাঁই ডাঙৰীয়া অপ্ৰিয় হৈ উঠিছিল আন এটি কাৰণত। গজপুৰীয়া খেলৰ পানীমুৱা নামৰ এজন বাতিখোৱা পন্থৰ ভকত আছিল। তেওঁ বলিয়া ভাও জুৰি ৰজাৰ বাহৰত জুই দিবলৈ খেদি আহিছিল কিন্তু ধৰা পৰিল। পানীমুৱাই ষড়যন্ত্ৰৰ কথা সৈ কাঢ়িলে আৰু ষড়যন্ত্ৰৰ আঁচনি আৰু সহযোগী মানুহৰ নাম-তালিকা এখনো দিলে। এই ষড়যন্ত্ৰত পাঁচশ-মান মানুহ জড়িত আছিল। ১৭২৪ শকৰ ফাগুন মাহত বিদ্ৰোহীবোৰক ধৰাই আনি দণ্ড-বন্ধ কৰিলে। গজলাৰ মহন্তক হাতীত তুলি হাবিত মেলিলে আৰু কাটনিপাৰৰ মহন্তক গাধত তুলি মদ চালি খেদিলে। দুৱৰা ৰৰৰুৱাক বিচাৰ কৰিবলৈ দিলে। ৰৰৰুৱাই সোধ-পোছ কৰি মহন্তসকলক আদেশ কৰিলে, 'সত্ৰৰ ভিতৰত বা শিষ্যৰ ভিতৰত অৰীতীয়া মতে প্ৰবৰ্ত্তা মানুহ থাকিলে ধৰি দিব আৰু ধৰি নিদিলে অথচ ধৰা পৰিলে এশ টকা জৰিমনা ভৰিব লাগিব। পানীমুৱাৰ লগত লক্ষীমপুৰীয়া জাবৰকে ধৰি আৰু ভালে-মান লেখৰ মানুহ আছিল। বাতিখোৱা সকাম বুলি সমবেত হৈ তাত বুঢ়া-গোহাঁইৰ বিৰুদ্ধে ষড়যন্ত্ৰ কৰিছিল আৰু লিখিত আঁচনি ধৰা পৰিছিল।

বদনচন্দ্ৰ বৰফুকনে জীয়েক পিজৌ গাভৰুক বুঢ়াগোহাঁইৰ পুত্ৰ ওৰেষানাথলৈ বিয়া দিওঁতে সাদিনীয়াকৈ পানী তুলি সাতখন চ'ৰাৰ সমল যৌতুকত দিছিল। বুঢ়াগোহাঁয়েও কমলেশ্বৰসিংহৰ ভনীয়েক মাজু আই-দেউক মাজু পুতেক প্ৰেমনাথলৈ ন-দিনীয়াকৈ পানী তুলি চকলং কৰি বিয়া কৰাইছিল। সম্প্ৰদানৰ দিনা ডা-ডাঙৰীয়াবোৰ বৰুৱা-ফুকন সমন্বিতে ৰবচ'ৰাত বহিছিল। আনপিনে বুঢ়াগোহাঁয়ে বিবাহ উপলক্ষে মহা পয়োভৰেৰে বৰুৱা-ফুকন, কাকতী-কটকী, বিলতীয়া পাইকক বঁটা দিছিল। দুয়োঘৰৰ মাজত ঐশ্বৰ্য্য-বিভূতিৰ এয়া শীতল প্ৰতিদ্বন্দিতা।

পূৰ্ণানন্দ বুঢ়াগোহাঁই ৰাজনীতিজ্ঞানসম্পন্ন ৰাজমন্ত্ৰী হ'লেও, তেওঁ এনে কিছুমান কাম কৰিছিল বা মানুহ বাছিছিল, যি তেওঁৰ বিৰুদ্ধেই গৈছিল বা তেনে কাৰ্য্যই তেওঁক বিপাণ্ডত পেলাইছিল। কমলেশ্বৰসিংহৰ পিতৃ চাৰিংৰজা কদমদীঘলাৰ মৃত্যুৰ সময়ত চন্দ্ৰকান্ত পানীকেচুৱা। অন্য কোনো ৰাজকোঁৱৰক এই বাব নিদি পানীকেচুৱা চন্দ্ৰকান্তক চাৰিং-ৰজা পাতিছিল। দ্বিতীয়তে, পোন্ধৰ বছৰ ৰাজপাট খাই মৃত্যুৰ মুখত পৰা কম-লেশ্বৰসিংহৰ উত্তৰাধিকাৰী হিচাপে মাত্ৰ তেৰ বছৰীয়া চেঙেলীয়া ডেকা চন্দ্ৰকান্তক মনোনীত কৰিছিল। চন্দ্ৰকান্ত লাহী দেহৰ, লাজকুৰীয়া লৰা; সিংহাসনৰ আও-ভাও নুবুজা এলাইবাদু কোঁৱৰ। গতিকে ৰাজমাও নুমলী কুঁৱৰীয়ে বুঢ়াগোহাঁইক বুদ্ধি-পৰামৰ্শ দিলেও ৰাজ্য-পৰিচালনাৰ সকলো

কাম বুঢ়াগোহাঁয়ে কৰিছিল। প্ৰথম ছোৱাত বুঢ়াগোহাঁয়ে কি কৰিছে, তাৰে মন-কাণ দিয়া নাছিল আৰু কাৰেঙত লিগিৰা-লিগিৰীৰ লগত চুপতি-খেমালি কৰি সময় অতিবাহিত কৰিছিল।

পূৰ্ণানন্দ বুঢ়াগোহাঁইৰ ডোকাৰ তলতে চেঙেলীয়া চন্দ্ৰকান্ত পূৰ্ঠ ডেকা হ'ল। চেঙেলীয়া কালত উমলিবলৈ বুলি যিবোৰ লৰা-ছোৱালী লিগিৰা-লিগিৰী কৰি কাৰেঙলৈ আনিছিল তাৰে বুদ্ধিয়ক, উচ্চাকাঙ্ক্ষী দুই-একে বিষয়-বাব সৰকাৰলৈ ধৰিলে। তাৰে ভিতৰত সংৰাম কুকুৰা-চোৱা থাই।' ভূত নামেৰে কুকুৰাচোৱা বৰাৰ পুতেক সতাই অৰ্থাৎ সতৰাম আৰু জীয়েক লেখনীক ৰজাৰ চাঙলৈ দিছিল। পাটগাভৰু লেখনী আছিল ৰূপৱতী, মাত মোহনীয়া। লেখনীক চেঙেলীয়া ডেকা চন্দ্ৰকান্তই বাৰুকৈয়ে আসৈ দিছিল আৰু সেই সুযোগতে লিগিৰা-লৰাৰপৰা সংৰাম ক্ষমতাশালী চাৰিঙীয়া ফুকনৰ বাবলৈ দোপতদোপে উঠি গৈছিল। সংৰাম আনপিনে আছিল গাৰ লগৰ ছাঁ। পূৰ্ণানন্দ বুঢ়াগোহাঁইৰ ৰাজকীয় পৰামৰ্শতকৈ সততে লাগি থকা সংৰামৰ টুটকীয়া কথা আছিল অধিক শক্তিশালী। আনপিনে লিগিৰী লেখনীয়েও ককায়েকৰ সমানে হাত-উজান দিছিল।

বুঢ়াগোহাঁয়ে নিজ-হাতেৰে ৰোৱা এই কণিবিহৰ পুলিটি দিনকদিনে বিষাক্ত হৈ ডালে-পাতে উপচি পৰিছিল। এটা এটাকৈ অপৰাধ লগাই বুঢ়াগোহাঁই ডাঙৰীয়াক কষ্ট কৰি গৈছিল। এদিন বুঢ়াগোহাঁই ডাঙৰীয়া কাৰেঙলৈ আমন্ত্ৰিত হৈছিল। গৈ দেখে সিংহাসনত ৰজা আৰু সংৰাম দুয়ো একেলগে বহি আছে। সিংহাসনৰ সন্মুখত ডা-ডাঙৰীয়াই স্বৰ্গদেৱক সেৱা কৰাটো পূৰ্বাপৰ চলি অহা নিয়ম। বুঢ়াগোহাঁয়ে মূৰ দোঁৱালে কিন্তু সংৰামে লৰ-চৰেই নকৰিলে। এই কথাত তেওঁ সাংঘাতিক অপমান অনুভৱ কৰিলে। সংৰামে এই কাৰ্য্য কৰি গৌৰৱহে অনুভৱ কৰিলে।

শাৰদীয় দুৰ্গাপূজাৰ বতৰত হাদিৰাচকীৰ পৰশুৰাম দুৱৰীয়া বৰুৱাই জিকমিকীয়া কিংখাপৰ থান এটা দিছিল। বুঢ়াগোহাঁয়ে সেই থানেৰে এটা ৰাজকীয় চোলা কৰাই ৰজাক পিন্ধিবলৈ দিছিল। অষ্টমী-পূজাৰ আৰতিৰ সময়ত ৰজালৈ বুলি ডা-ডাঙৰীয়াসকলে বাট চাই আছে। অপ্ৰত্যাশিতভাবে সেই ৰাজকীয় সাজ পিন্ধি ৰজা নাহিল, আহিল সংৰাম। ডা-ডাঙৰীয়াসকলে আঁঠু লৈ দেখিলে, ৰজা নহয়, সতৰাম। ৰজাৰ অনুপস্থিতিত বুঢ়াগোহাঁয়ে সংৰামক এনে দুৰাকাঙ্ক্ষা আৰু অনিয়মৰ কথা সোঁৱৰাই কৰ্কৰ্থনা কৰিলে। কৰ্কৰ্থনা খাই সংৰাম দুগুণে প্ৰগলভহে উঠিল। সোঁ-হাতে ৰজাক প্ৰৰোচিত কৰিবলৈ ধৰিলে আৰু বাওঁহাতে বুঢ়াগোহাঁইৰ বিৰুদ্ধে ষড়যন্ত্ৰৰ আয়োজন চলিল।

চন্দ্ৰকান্তসিংহক বুঢ়াগোহাঁই ডাঙৰীয়াই নিজে পতা ৰজা কিন্তু এই-জন দুৰ্বলচিতীয়া ৰজাই বুঢ়াগোহাঁইক বেয়া পাবলৈ আৰম্ভ কৰিছিল। ৰজা ডেকা, হৈ লগৰীয়া বন্ধু-বান্ধৱৰ কথা মতে কিছুমান কাম কৰিব খুজিছিল আৰু মূৰ দাঙি উঠিবলৈ যত্ন কৰিছিল। সেইখিনিতে অভিজ্ঞ ৰাজনীতিক পূৰ্ণানন্দ আৰু অনভিজ্ঞ ডেকা ৰজা চন্দ্ৰকান্তৰ মাজত মানসিক সংঘৰ্ষ আৰম্ভ হৈছিল। এনেতে এদিন এটা ঘটনা ঘটিল। বেঙেনাআটীয়া ভকতৰ ছোৱালী এটিত ৰজাৰ চকু পৰিল । নাম তাইৰ পদ্মাৱতী। কোনোৱে কয় বোলে, দিহিং সত্ৰৰ ভকতৰ ছোৱালী। দীপলিপ সুন্দৰী এই পাটগাভৰু ছোৱালীজনী নাচনী কৰি কাৰেঙত ৰাখিলে। নাচৰ লয়লাসেৰে স্বৰ্গদেৱৰ মন মুহি এই পাটগাভৰু ছোৱালীজনী কাৰেঙতে গাভৰু হ'ল। দিনক দিনে পদ্মাৱতীৰ জেউতি আৰু কথাই চঞ্চলচিতীয়া ৰজাৰ মন ওচৰ চপাই আনিলে। পদ্মাৱতী লিগিৰী হৈ ৰাজকাৰেঙৰ ভিতৰলৈ সোমাল। কেৱল ৰাজকাৰেঙৰ ভিতৰেই নহয়, ৰজাৰ মনৰ মণিকূটতো থিত দিলে। পদ্মাৱতী—চন্দ্ৰকান্তৰ নিবিড় ঘনিষ্ঠতাই বুঢ়াগোহাঁইৰ জীৱনলৈ আৰু এটা সমস্যা নমাই আনিলে।

বুঢ়াগোহাঁই ডাঙৰীয়া মেললৈ অহোঁতে ৰজাই তেওঁৰ মনোভাব জনালে। কুঁৱৰী পাতিবলৈ ডাঙৰীয়াসকলৰ অনুমোদন লোৱাটো নিয়ম। বুঢ়াগোহাঁয়ে বুজি সমিধান দিলে, ‘পদ্মাৱতী সামান্য ভকতৰ জীয়ৰী, তাতে হিন্দু, এতেকে বৰকুঁৱৰী, পৰ্বতীয়া কুঁৱৰী বা ৰাইডঙীয়া কুঁৱৰী পতা উচিত নহয়। পাতে যদি চমুৱা কুঁৱৰীকে পাতক। যাই কুঁৱৰী পাতিবলৈ হ'লে সাতঘৰীয়া আহোমৰ ভিতৰৰপৰাহে আনিব লাগে।’ চন্দ্ৰকান্তই এই পৰামৰ্শ অগ্ৰাহ্য কৰি পদ্মাৱতীক পৰ্বতীয়া কুঁৱৰী পাতিলে। বৰকুঁৱৰী, পৰ্বতীয়া কুঁৱৰী বা ৰাইডঙীয়া কুঁৱৰী হলে ৰজাৰ লগতে কুঁৱৰীকো ডা-ডাঙৰীয়া, বা-বিষয়াই সেৱা কৰিব লাগে। পদ্মাৱতী পৰ্বতীয়া কুঁৱৰী হলেও বুঢ়াগোহাঁই ডাঙৰীয়াই সেৱা নকৰিলে। পৰ্বতীয়া কুঁৱৰী ক্ষুণ্ণ হ'ল।

সামান্য ভকতৰ ছোৱালী ৰাজকুঁৱৰী হবলৈ পাই অহঙ্কাৰৰ সীমা নাছিল। তাতে ৰজাৰ আসৈ পাইছিল আগৰেপৰা। বুঢ়াগোহাঁইৰ প্ৰতি মনতে খং পুহি ৰাখি সুবিধা পালেই ৰজাক উচটনি দিবলৈ ধৰিলে, ‘আপুনি নামমাত্ৰ ৰজা, বুঢ়াগোহাঁইহে আচল ৰজা।’ স্ত্ৰৈণ, দুৰ্বলচিতীয়া ৰজাই কুঁৱৰীৰ প্ৰৰোচনাত উত্তেজিত হৈ উঠিল। আনপিনে সংবাদেও একেধৰণেৰেই টুটকীয়া কথাৰে ৰজাৰ মন বিষাক্ত কৰি থৈছিল। টিঙিৰি-তুলা লগ হৈ আভ্যন্তৰীণ বিদ্ৰোহৰ সূচনা কৰিলে।

ৰজা-ঘৰত মৃতকৰ সকাম কৰোঁতে প্ৰতিজন স্বৰ্গদেৱৰ নামত বয়-বস্তু বাছি-বাচি থৈয়া ভকতক দিয়াৰ দৰে মাইহাং সজাই দিয়ে। তাৰে এখন মাইহাং যাই শাৰীতকৈ পিছত দিয়াত সেইখন কাৰ নামত দিয়া হৈছে, সুধিলে। জানিব পাৰিলে, সেইখন কমলেশ্বৰসিংহৰ, কাৰণ তেওঁ শিঙৰি ঘৰত উঠি ৰজা হোৱা নাছিল। সেইদিনাই সংবামে ৰজাক টুটকীয়া লগালে বোলে, ৰজাক সাক্ষীগোপাল কৰি বুঢ়াগোহাঁইয়ে ৰাজ্য খাবৰ মনেৰে চলাজনা স্বৰ্গদেৱকো শিঙৰি ঘৰত নুতুলিলে আৰু স্বৰ্গদেৱৰো ৰাজ্যাভিষেক পতা নাই। ৰজা প্ৰৰোচিত হ'ল। বুঢ়াগোহাঁইক মাৰি চন্দ্ৰকান্ত নিষ্কণ্টক হবলৈ ওলাল।

সংবাম চাৰিঙীয়া ফুকনে চন্দ্ৰকান্তসিংহৰ ধদাম্যতাত মা-লিগিৰাৰ-পৰা বিষয়-বাব পাই উল্লাসিত হোৱা জনচেৰেকক গোটাই বুঢ়াগোহাঁইক বধ কৰিবলৈ আঁচনি কৰিলে। আন কি, কোনে কেনেকৈ বুঢ়াগোহাঁইক ধৰিব তাৰো ৰাতি ৰাতি আখৰা কৰিলে। এই ষড়যন্ত্ৰৰ আনসকল সহযোগী হ'ল: বুদু ওজা, লিগিৰাৰ পুতেক মথন, মনাই, ধনাই, চাৰিঙীয়া হলি, বগাদুৱৰা, বাঞ্চি, লখীহৰি, শিমলুগুৰীয়া, মনসিন্ধু বায়ন, কলাই আৰু দৈচুঙীয়া বামুণ জগধৰ। ষড়যন্ত্ৰকাৰীসকলৰ ভিতৰত জগধৰ চাৰিঙীয়া বৰুৱা আছিল সবাতোকৈ টিমক আৰু টুটকীয়া। এইসকলৰ ভিতৰত আৰু দুজন আছিল—কৃষ্ণদাস ভণ্ডাৰী বৰুৱা আৰু চিত্ৰসেন গন্ধীয়া ফুকন। এওঁবিলাক দুয়োৰে সংবাম-জগধৰৰ ষড়যন্ত্ৰৰ সবিশেষ বুঢ়াগোহাঁইক জনালে। সেইদিন ধৰি বুঢ়াগোহাঁই সতৰ্ক হ'ল আৰু মনত বৰ দুখ পালে।

পোনতে বুঢ়াগোহাঁই অহা বাটত এটা দ-গাঁত খান্দি ওপৰত বাঁহ-পাত দি ঢাকি থৈ সেই গাঁতত বুঢ়াগোহাঁই পৰিলে খুঁচি-কাটি মাৰিব বুলি বুধি পাঙিলে। ভবামতে কাম। স্বৰ্গদেৱে মাতিছে বুলি বুঢ়াগোহাঁইক মতাই পঠালে। পিছে দিচৈ বাহৰৰ বৰদুৱাৰৰ মুখতে কুকুৰাচোৱা বৰাই সবিশেষ জনালে। নগৰ সোমাই গাঁতটোৰ ওচৰত থিয় হৈ ক'লে, 'নগৰতনো ক'ৰ বনৰীয়া ম'হ ওলালহি, যে মাৰিবলৈ গাঁত খান্দছা? বুঢ়াগোহাঁইৰ কথা শুনি ষড়যন্ত্ৰকাৰীইঁত পলাল। দ্বিতীয়তে, নাওখেলৰ আয়োজন কৰি বুঢ়াগোহাঁইক তালৈ নিমন্ত্ৰণ জনালে। বুঢ়াগোহাঁইয়ে নজনা ভাও জুৰি গা-বেয়া বুলি নাও-খেল চাবলৈ নগ'ল। তৃতীয়তে ৰাজকাৰেঙত নাচ-গানৰ আয়োজন কৰি, তাক চাই থাকোঁতেই অপঘাত কৰিব বুলি আঁচনি কৰি ৰজাই বুঢ়াগোহাঁইক মতাবলৈ মানুহ পঠালে। সেইদিনাও বুঢ়াগোহাঁই নাহিল।

এটা এটাকৈ কেইবাটাও ষড়যন্ত্র ধৰা পৰা দেখি বুঢ়াগোহাঁই অতিষ্ঠ হৈ উঠিছিল যদিও সংৰামক পোনে পোনে ধৰিব খোজা নাছিল। কাৰণ, সংৰাম ৰজাৰ প্ৰিয়পাত্ৰ আৰু আশৈশৱ বন্ধু। সেই খাবে ৰজাৰ মেলত আলোচনা কৰিবলৈ বাট চাই আছিল।

সংৰামৰ পাৰিষদবৰ্গৰ ভিতৰত জগধৰে উলিয়াইছিল যে বদন বৰ-ফুকন আৰু বুঢ়াগোহাঁই দুয়ো বিয়ৈ, মহামিত্ৰ। চন্দ্ৰকান্তসিংহ ৰাজপাটত বহাৰ চাৰি বছৰৰ পিছতহে ওৰেষানাথে পিজৌ গাভৰুক বিয়া কৰাইছিল। দুয়োটা ক্ষমতাশালী পৰিয়াল মিলেৰে থাকিলে সংৰামহঁতৰ আঁচনি সফল হোৱা টান। গতিকে এইফালে বুঢ়াগোহাঁইক বৰফুকনৰ বিৰুদ্ধে, আৰু সেইফালে বৰফুকনক বুঢ়াগোহাঁইৰ বিৰুদ্ধে উচটাই সন্দেহ আৰু সন্ত্ৰাস বৃদ্ধি কৰাইছিল। দুয়োৰৰ মানুহ মহামিত্ৰৰপৰা মহাশত্ৰুলৈ পৰিবৰ্ত্তিত হৈছিল।

কৃষ্ণদাস ভণ্ডাৰী বৰুৱা আৰু চিত্ৰসেন গন্ধীয়া ফুকনৰ বাতৰি অনু-সৰি বুঢ়াগোহাঁয়ে বিচাৰ কৰি, সাক্ষী বাদী লৈ জগধৰ শৰ্মা চাৰিঙীয়া ৰুৱা, মধু ওজা, চন্দৰ শইকীয়া, বলো, খুতিৰাম, লখি, হলি, গুৰুদত্ত, লক্ষ্মীধৰ, ধনাই লুতুম, বুদু ওজা আদিক কঠোৰ শাস্তি দিলে। লগতে এওঁবিলাকৰ মুখৰপৰা সংৰামৰ ক্ষোভ আৰু প্ৰতিশোধৰ বিষয়েও সবিশেষ ধৰা পৰিল। তেতিয়াও কিন্তু পূৰ্ণানন্দই পোনপটীয়াকৈ সংৰামৰ হানি কৰিব খোজা নাছিল।

সংৰামৰ দলত যিবোৰ বা-বিষয়া আৰু মানুহে যোগ দিছিল, ইয়াৰে সৰহ ভাগ হয় পাবত গজা, নহয় ৰজাৰ অনুগ্ৰহত বিষয়-বাব পোৱা পোতন-হীন মানুহ। ৰজাৰ লাই পাই এওঁবিলাকে কেৱল বুঢ়াগোহাঁই ডাঙৰী-য়াকেই নহয়, আন আন ডা-ডাঙৰীয়াসকলকো অমান্য কৰিছিল বা তাচ্ছিল্য কৰিবলৈ পাছ নপৰিছিল। নিৰুপায় হৈ তিনিওজনা ডাঙৰীয়া গোট খাই মেলত বহিল। এই মেলৰ গতি-গোত্ৰ দেখি ৰজা আৰু ৰাজমাওৰ বুকু কঁপি উঠিল। বুঢ়াগোহাঁই ডাঙৰীয়াই তিনিওজনা ডাঙৰীয়াৰ হৈ ৰজাৰ একো ক্ষতি নকৰে বুলি জনাই সংৰামক বিচাৰৰ অৰ্থে চ'ৰালৈ উলিয়াই দিবলৈ ক'লে। বহুতো যত্ন কৰি সংৰামক কাৰেঙৰপৰা উলিয়াই অনা হ'ল কিন্তু নাও বুৰি তলি পালেও টিঙৰপৰা ননমা সংৰামে চ'ৰাত চাৰি-ঙীয়া ফুকনৰ যথাৰৎ আসন বিচাৰিলে। তেতিয়াহে তেওঁ গম পালে যে তেওঁ এজন দ্ৰোহ আচৰণৰ অপৰাধী। ৰজাই প্ৰাণদণ্ডৰ পৰা ৰেহাই দিবলৈ শপত দিয়াত সংৰামক নগাপৰ্বতলৈ নিৰ্বাসিত কৰা হ'ল। এই বিচাৰত

'অলপ পানীৰ মাছ' নগৰীয়াবোৰে সৈ কাঢ়ি সংবাদৰ পৰিকল্পনা সদৰি কৰি দিলে।

সংবাদৰ ষড়যন্ত্ৰত বদন বৰফুকন জড়িত থকাৰ কথাও ধৰা পৰিল। ৰাজমাও আৰু চন্দ্ৰকান্তই বৰফুকনক পেটে-সমন্বিতে ভাল নেপাইছিল। চন্দ্ৰকান্তৰ ভনীয়েক মাজু আইদেউক বুঢ়াগোহাঁইৰ পুতেক প্ৰেমনাথে বিয়া কৰাইছিল। কিন্তু বিয়াৰ দুদিনমানৰ পিছতে মনান্তৰ হৈ ভায়েক ওৰেষা-নাথলৈ বিয়া সোমাল। সেই মাজু আইদেউৰে সতিনী কৰি পিজৌ আই-দেউক ৰজাঘৰকো তল পেলাই সাতখন চ'ৰাৰ সম্পদেৰে যৌতুকীয়াকৈ ওৰেষানাথলৈ বিয়া দিলে। গতিকে বৰফুকনক ধৰিবলৈ অতি সহজে অনুমতি দিলে। এই বাতৰি পাই মাজু আইদেৱে সতিনী পিজৌক কৈছিল, 'বাপেৰ বৰ-ফুকনৰ বহুত গৰ্ব কৰিছ। দুদিনৰ পিছতে দেখিবি। বাপেৰক শালত দিব। বুঢ়াগোহাঁয়ে বৰফুকনক ধৰিবলৈ মানুহ পঠাইছে।' বুঢ়াগোহাঁইৰ ঘৰখনতে বৰফুকনৰ জীয়ৰী, গতিকে সাৱধান নোহোৱাৰ দোষতে বাতৰিৰ ভেদ ভাগিল। ওৰেষানাথৰ চাব-মোহৰ মাৰি পিজৌ গাভৰুৱে বৰফুকনক ধৰিবলৈ পঠোৱা মহেশ্বৰ পৰ্বতীয়া ফুকনৰ মানুহৰ হাততে চিঠি পঠিয়াই দিলে। সেই চিঠি পাই ৰাতিয়েই বৰফুকন ধোন্দেদি সৰকি পলাই গ'ল। আৰু গৈ ব্ৰহ্মদেশৰপৰা মান আনিলেগৈ। মানৰ আক্ৰমণেই অসমৰ সৰ্বস্ব হানি কৰিলে।

ৰঙিলী কুঁৱৰী। ৰঙাচিলা দুৱৰা পৰিয়ালৰ বৰম বৰুৱাৰ পেহীয়েক। গাত জুই-বৰষা ৰূপ। কমলেশ্বৰসিংহৰ দিনত ১৭২৩ শকত মৰাণে-চিংফৌৱে মিলি আহোম ৰাজ্য আক্ৰমণ কৰিবৰ সময়ত চিংফৌ বিছানঙে মৰাণক এৰি বৰিলে। পূৰ্ণানন্দ বুঢ়াগোহাঁয়ে সৰ্বানন্দক এছোৱা ৰাজ্য এৰি দি চিংফৌ বিছানঙৰ লগত মিত্ৰতা কৰিবলৈ দুৱৰাৰ ঘৰৰ ৰঙিলীক ৰাজ-কুঁৱৰী বুলি সালঙ্কৃতাকৈ উলিয়াই দিলে। বিছানঙে আকৌ মানৰজাৰ অনু-গ্ৰহ লাভ কৰিবলৈ সেই ৰঙিলীকে অসম ৰজাৰ কুঁৱৰী বুলি মানৰজালৈ দিলে। দুৱৰাৰ ঘৰৰ জীয়ৰী গৈ ভামো নগৰীত-ৰাজমহিষী হ'লগৈ।

বদনচন্দ্ৰ গৈ ৰজাৰ নগৰৰ কাষতে ইৰাৱতী নৈৰ বালিত শিবিৰ পাতি আছিল। ৰঙিলীৰ লগত যোৱা অসমীয়া লিপিৰীয়ে মাত বুজি পাই বদনচন্দ্ৰক সবিশেষ সোধাত ৰাজমহিষী ৰঙিলীৰ পৰিচয় পালে অতি অপ্ৰত্যাশিত ভাবে। কুঁৱৰীলৈ বুলি হীৰা-পতোৱা চিনৰ আঙঠি পঠিয়াই বদনচন্দ্ৰই নিজৰ পৰিচয় দিলে আৰু কুঁৱৰীয়ে ৰজাৰ হতুৱাই আগবঢ়াই ৰাজসভালৈ নিয়াই নিজৰ ককায়েক বুলি পৰিচয় দিলে। আৰু এই ৰঙি-

নীয়েই নিজৰ জন্মভূমি তেজেৰে ৰাঙলী কৰিবলৈ মানৰজাক কৈ কেইবা হেজাৰো মান সৈন্য পঠিয়াই দিলে।

বদনচন্দ্ৰই ভনীয়েক কুঁৱৰী আৰু মানৰজাৰ আগত কৈছিল, 'তাই ৰজাৰ দেশত ৰজা নাইকিয়া হ'ল। বুঢ়াগোহাঁইহে ৰজা হ'ল। বুঢ়াগোহাঁইক আঁতৰাই ভাই-ৰজাৰ বংশৰ এজনক ৰহুৱাবলৈহে সহায় লাগে। মাক-বাপেকৰ বুকুৰপৰা আঁতৰাই ৰঙিলীক চিংফৌ বিছানলৈ এইজন বুঢ়া-গোহাঁয়েই দিছিল। গতিকে বুঢ়াগোহাঁইৰ বিৰুদ্ধে তিলকে তাল কৰি লগোৱা কথাই ৰঙিলীকো সাঁচিথোৱা প্ৰতিশোধ লবগৈ সুযোগ দিছিল।

পূৰ্ণানন্দ বুঢ়াগোহাঁইৰ একুৰি এঘাৰ বছৰীয়া কাৰ্য্যকালতেই যিবোৰ ঘটনা ঘটিছিল, সেইবোৰেই মানৰ আক্ৰমণলৈ ঠেলি নিছিল আৰু তেওঁৰ মনেৰছা মানুহেই তেওঁৰ বিৰুদ্ধে গৈ দেশৰো অমঙ্গল মাতি আনিছিল। এবাৰ কামাখ্যা-হয়গ্ৰীৱৰ কোষা-অৰ্ঘা বিক্ৰী কৰি ৰঙালক ভেটি দি বৰ-ফুকন হোৱা বদনচন্দ্ৰক দ্বিতীয়বাৰ বৰফুকন পাতি অন্যায় কৰিছিল। কুকুৰাচোৱাৰ লৰা সংৰামক টেঙৰ চোকাবুধীয়া দেখি ৰজাৰ লগৰীয়া কৰি দূৰদৰ্শিতাৰ পৰিচয় দিয়া নাছিল। হঠাতে ৰজাৰ সান্নিধ্যলৈ আহি এনে মানুহে দুৰাকাঙ্ক্ষী হৈ উঠাটো স্বাভাৱিক। গদাধৰসিংহই কৈ গৈছিল, 'সৰুক বৰ বিষয় নিদিবি।' তৃতীয়তে ঘনশ্যাম বুঢ়াগোহাঁয়ে মৰিবৰ সময়ত কৈ গৈছিল, 'আনৰ ছোৱালী আনক নিবিলাবি,।' পিতৃৰ আদেশ অমান্য কৰি আনৰ ঘৰৰ ছোৱালী ৰঙিলীক বিলাই সেই ছোৱালীৰ হাততে দেশৰ ভৱিষ্যত তুলি দিছিল। পূৰ্ণানন্দ বুঢ়াগোহাঁইৰ পুতেক ৰুচিনাথৰ মনোমত উত্তৰাধিকাৰী পুৰন্দৰসিংহৰ হাতেদিয়েই অসমৰ আকাশত স্বাধীনতাৰ বেলি মাৰ গ'ল।

# বদনচন্দ্ৰ বৰফুকন

বদনচন্দ্ৰ বৰফুকন ৰঙাচিলা দুৱৰাৰ ঘৰৰ হৰনাথ ভিতৰুৱাল ফুকন, সেনাপতি ফুকন আৰু পিছলৈ বৰফুকনৰ পুত্ৰ। এই বংশৰ কেইবাজনেও বৰবৰুৱা-বৰফুকনৰ বাব খোৱাৰ উপৰিও অন্যান্য ফুকন-বৰুৱাৰ বাবো খাইছিল। হৰনাথ ভিতৰুৱাল ফুকনক সেনাপতি ফুকন নাম দি মণিপুৰৰ-পৰা মান আক্ৰমণকাৰীক খেদাবলৈ পঠাইছিল। মণিপুৰীয়া ৰজাই বাট দেখুৱাই লৈ গৈছিল কিন্তু পৰ্বতৰ হাবিত সোমাই দিগ্‌ভ্ৰান্ত হৈ বহুত দিন, পৰ্বতৰ হাবিত ঘূৰি ফুৰিলে। অনেক সৈন্য হাবিৰ মাজত মৰিল। লতা কাটি যোৱা বাবে এইখনকে লতাকটা ৰণ বোলে। লতাকটা ৰণৰ বিফলতাৰ বাবে হৰনাথ ফুকন দায়ৰ ভিতৰ হৈছিল, কিন্তু ৰাজেশ্বৰসিংহই ক্ষমা কৰিলে। প্ৰথম মোৱামৰীয়া বিদ্ৰোহতো হৰনাথ সেনাপতি ফুকনক ছহেজাৰ মানুহ দি ৰণলৈ পঠিয়াইছিল। কিন্তু যুদ্ধ নকৰি মোৱামৰীয়াক বাট এৰি দিছিল বুলি অভিযোগ উঠিছিল। চ'ৰাত বিচাৰো হৈছিল। আৰু এবাৰ তেওঁ অভিযুক্ত হৈছিল, পৰ্বতীয়া গোসাঁইৰ মন্ত্ৰ লৈ, শিষ্য-সংখ্যা বঢ়াবলৈ যত্ন কৰি । হৰনাথ ভিতৰুৱাল ফুকন এহাতে কৃতী বিষয়া হ'লেও আনহাতে তেওঁৰ চৰিত্ৰত দৃঢ়তাৰ অভাৱ আছিল। এইজন হৰনাথৰে পুত্ৰ ঘিণাই, বদনচন্দ্ৰ বৰফুকন। ভায়েক 'তুংখুঙীয়া বুৰঞ্জীৰ' লেখক শ্ৰীনাথ দুৱৰা বৰবৰুৱা। তদুপৰি এই ফৈদৰে শিৱনাথ নামেৰে ন-ফুকন এজনেও অলপ দিনৰ বাবে বৰফুকন বাব খাইছিল।

দেশৰ অৱস্থা কাহিল। মাত্ৰ কেইমাহমানৰ আগতে কেপ্তেইন ওৱেলছে অজস্ৰ ধন-সম্পত্তি লৈ ভটীয়াই গৈছে। চেতিয়া বৰফুকনক সোণৰ চুলাৰে জাপি, চন্দ্ৰতাপ, এতৰপীয়া তলচা দি তিনিজনা ডাঙৰীয়াৰ সমানে মৰ্য্যাদা দিলে। ক্ষমতা আৰু মৰ্য্যাদা বাঢ়িলে মানুহৰ দুৰাকাঙ্ক্ষাই পাৰ ভাঙি যায়। চেতিয়া বৰফুকনৰ ক্ষেত্ৰতো সেয়ে হ'ল। দিচৈ নগৰৰপৰা গৈ গুৱাহাটী পায়েই বৰফুকন ৰজাৰ বিদ্ৰোহী হৈ উঠিল। তুংখুঙীয়া বাপী গোহাঁইৰ পুতেক, কামদেউ কটকী, হেলি-মেলি সলাল গোহাঁই, বদল ৰাজখোৱা এইসকল ষড়যন্ত্ৰৰ সহযোগী আছিল। লগতে কামৰূপত থকা বৰকান্দাজ চিপাহীৰ জমাদাৰ হাজাৰসিঙক কিছুমান চিপাহীৰে সৈতে লগত ললে—ধনৰ লোভ দেখুৱাই। দিনচেৰেকৰ পিছতে বাপীগোহাঁইৰ পুতেকক

বন্ধা পাতি ববফুকনে স্বয়ং প্রবর্ত্তিলে। পছবৰীয়া গোসাঁইক দণ্ড কৰি ৰূপ কেইহেজাৰমান ললে। গুৱাহাটীত থকা আন আন ফুকন-ৰাজখোৱাই বাপীগোহাঁইৰ পুতেকক বজা মানি নল'লে। আনপিনে পছৱৰীয়া গোসাঁয়ে সবিশেষ বজালৈ জনাই পঠিয়ালে। বজাই নুখুবাথনৰ ডেকাফুকন, লালমাখৰুব খাবৰবীয়া ফুকন আৰু ব্ৰাহ্মণৰ তামুলী-ফুকনক পঠিয়ালে চেতিয়া ফুকনক ধৰিবলৈ। বুদ্ধি হ'ল পছৱৰীয়া গোসাঁইৰ ; হাজাৰসিং বঙালক ধনৰ লোভ দেখুৱাই তাৰ হতুৱাই ধৰাব লাগে। জাতি ৰাজখোৱাই দহ-হেজাৰ টকা দিম বুলি হাজাৰসিঙৰ হতুৱাই চেতিয়া ববফুকনক বন্দী কৰালে। জাতি ৰাজখোৱা নিজে ববফুকন হ'ল। মাত্র তিনি দিন আছিল।

বদন ফুকন গুৱাহাটীতে আছিল। ধনৰ লোভত হাজাৰসিঙে জাতি ৰাজখোৱাক ববফুকন পতা দেখি বদনে ষাঠি হেজাৰ টকা দিবলৈ গাত ললে। পিছদিনাই বদন ববফুকন হ'ল আৰু চেতিয়া ববফুকনৰ চকু কঢ়ালে। যি ববফুকনক স্বৰ্গদেও আৰু ডাঙৰীয়া তিনিজনৰ সাক্ষাতে বৰচ'ৰাৰ বৰখুটাৰ গুৰিত বহুৱাই শপত খুৱাই আজ্ঞা শুনায় সেই ববফুকনক ভঙা-পতা কৰিবলৈ ধৰিলে ধনলোভী বঙালে। নিয়তিৰ কি পৰিহাস? হাজাৰ-সিঙে ববফুকনক ষাঠি হেজাৰ টকা সাধি আমনি কৰিবলৈ ধৰিলে। নিৰু-পায় হৈ বদনে কামাখ্যা আৰু হয়গ্ৰীৱ মাধৱকে ধৰি কামৰূপৰ মঠ-মন্দিৰৰ সোণৰ-ৰূপৰ কোষা-অৰ্ঘা, পাত্ৰ আদি আনি ভঙাই ৬০,০০০ টকা দিলে। প্ৰায় দুহেজাৰ তোলা সোণ আৰু বিশ হেজাৰ তোলা ৰূপ হাজাৰসিং বঙালে লৈ গ'ল। বদন ববফুকন হ'ল। পুলিন-পুথাওৰ দিনৰ গচ্ছিত সোণ-ৰূপ বঙালৰ বৰপেৰাত সোমালগৈ।

সেই সময়ত কৰতোয়াৰ পুবত দেশত অশান্তি হৈছে বুলি শুনি কিছু-মান বৰকান্দাজ চিপাহী আহি অসম সোমাইছিলহি। একো একোটা নেতাৰ লগত এশ-ডেৰশ চিপাহী আছিল। এই দলবিলাক এক প্ৰকাৰ ডকাইতৰ নিচিনা। তেনে চিপাহীৰ সহায়ত তলখাপৰ চৌধাৰী-পাটোৱাৰী আদিয়েও য়েও ক্ষমতা লাভৰ চেষ্টা কৰিছিল। হাজাৰসিঙে তিনি কুৰি হেজাৰ টকা লৈ বদনচন্দ্ৰক ববফুকন পতাৰ অলপ দিনৰ পিছতে জোগানগিৰি নামেৰে এটা বঙাল দলপতিয়ে লগৰ চিপাহীৰে সৈতে গুৱাহাটী আক্ৰমণ কৰি অধিকাৰ কৰিলে। ববফুকন বদনচন্দ্ৰ হুঁহকি আহি কাজলীমুখ পালেহি। জোগানগিৰিয়ে গুৱাহাটীত লুট-পাত কৰি ধন-বস্তু সংগ্ৰহ কৰিলে।

পূৰ্ণানন্দ বুঢ়াগোহাঁয়ে কোম্পানীৰ চিপাহীৰ আহিৰে পল্টন গঠন কৰিবৰ সময়ত হিন্দৈ-থাৰ বিচাৰি যেজীয়া কটকী আৰু দত্ত বৰাগীক

কলিকতালৈ পঠাইছিল। সেই সময়তে তেওঁবিলাকে খাৰ বাকদেৰে সৈতে নিয়মৎউল্লা মাৰেৰে চিপাদাৰ আৰু কিছুমান চিপাহী লৈ গুৱাহাটী পালেহী। জোগানগিৰি আৰু নিয়মৎউল্লাৰ মাজত যুদ্ধ হ'ল। যুদ্ধত বহুতো বঙাল মৰিল। এই ৰণতে হাজাৰসিং জমাদাৰো মৰিল। বাকী কিছুমান পলাল। নিয়মৎউল্লা বৰফুকনৰ লগতে থাকিল আৰু কাজলীমুখৰপৰা ভটীয়াই গৈ গুৱাহাটীত থাকিলগৈ।

নিয়মৎউল্লা আৰু লগৰ চিপাহীক মাহিলী দৰমহা দিব লগা হৈছিল। বদন বৰফুকনে হাজাৰসিঙক দ'ল-দেৱালয়ৰ বয়-বস্তু গোটাই আনি ৬০,০০০ টকা দিছিল। নিয়মৎউল্লাক বেতন দিয়াটো টান হৈ পৰিছিল। আনপিনে বদন বৰফুকনৰ ব্যৱহাৰ আৰু কু-শাসনত কামৰূপীয়া প্ৰজা অতিষ্ঠ হৈ উঠিছিল। বৰফুকনৰ পুতেক জন্মি আৰু পিয়লিয়েও বলিয়া হাতী মেলি বিকৃত আনন্দ উপভোগ কৰিছিল। সেইবোৰ ঘটনাৰ বাতৰি পাই গেদ্ধেলা ৰাজখোৱাক বৰফুকন পাতি পঠালে। এঁৱেই কলীয়াভোমোৰা বৰফুকন।

কলীয়াভোমোৰা কৃতী, সাহসী আৰু চতুৰ বিষয়া আছিল। বদন বৰফুকনৰ দিনত দ্ৰোহী হিচাপে গুৰ দাঙি উঠা কামৰূপৰ দন্দুৱা-দ্ৰোহ নিবাৰণ কৰি মোৱামৰীয়া বিদ্ৰোহৰ সময়ত ভাগি গৈ পৰ্বতে-কন্দৰে সোমোৱা প্ৰজাক বিচাৰি আনি ঠায়ে ঠায়ে সংস্থাপন কৰিছিল। তেওঁ ৰজাঘৰ আৰু প্ৰজাঘৰ উভয়তে জনপ্ৰিয় হৈ উঠিছিল কিন্তু কালে নসহিলে। অকালতে তেওঁৰ মৃত্যু হ'ল।

বদনচন্দ্ৰক দ্বিতীয় বাৰৰ বাবে বৰফুকন হিচাপে নিযুক্তি দিয়া হ'ল। ৰজা চন্দ্ৰকান্তসিংহ নিতান্তই দুৰ্বল আৰু বুঢ়াগোহাঁইৰ প্ৰতি সততে সমীহ কৰি চলিছিল। তেওঁৰ এই নিযুক্তিত কোনো হৰিষাদ-বিষাদ নাছিল। প্ৰথমবাৰ বৰফুকন ভাঙোতেই বদনচন্দ্ৰ কষ্ট হৈছিল কিন্তু নীৰৱে আছিল। অপ্ৰত্যাশিতভাবে দ্বিতীয়বাৰ বৰফুকন হৈ, ক্ষমতা হাতত লৈয়েই খোপনি পুতি লবলৈ যত্ন কৰিছিল। চন্দ্ৰকান্তসিংহ তেতিয়া তেনেই চেঙেলীয়া; বৰফুকনৰ ৰাজনীতিৰ তলা-নলা বুজিব পৰা হোৱা নাছিল। আনপিনে স্বৰ্গদেৱৰ নামত পূৰ্ণানন্দই বিষয়া ভঙা-পতা কৰি সকলো ক্ষমতা কেন্দ্ৰীভূত কৰি নিজৰ কৰ্তৃত্বলৈ আনিছিল। নিজৰ বংশৰ ভিতৰতে অন্ততঃ দহোটাতকৈ অধিক গুৰুত্বপূৰ্ণ বিষয় ৰাখি নতুনকৈ নিযুক্তি দিছিল। ইপিনে বদনচন্দ্ৰৰ দদায়েক শ্ৰীনাথক বৰবৰুৱা পদৰপৰা পদচ্যুত কৰি ভিতৰুৱাল ফুকনক বৰবৰুৱা পাতিলে। ক্ষমতাসীন বৰফুকন অসন্তুষ্ট আৰু বিক্ষুব্ধ হৈ দিনকদিন পূৰ্ণানন্দৰ প্ৰতিদ্বন্দী হৈ উঠিছিল। তথাপি তেতিয়া-

লৈকে বঞ্চাচিলা দুৱৰা আৰু কুঁৱৈৰগঞা বুঢ়াগোহাঁই দুয়োঘৰৰ মাজত প্ৰত্যক্ষ বিৰোধ সৃষ্টি হোৱা নাছিল। চন্দ্ৰকান্তসিংহৰ আমোলত পূৰ্ণানন্দৰ মাজু পুতেক ওৰেষানাথে বৰফুকনৰ একমাত্ৰ জীয়ৰী পিজৌ আইদেউক বিয়া কৰাইছিল। আটায়ে ভাবিছিল, দুয়োঘৰ মহামিত্ৰ হৈ সমিল-মিলেৰে দিন কটাব আৰু ৰাজ্য শাসন কৰিব। সৎৰাম-জগধৰক কেন্দ্ৰ কৰি যিটো দলে বদন বৰফুকনক, হাতত লৈ বুঢ়াগোহাঁইৰ বিৰুদ্ধে ষড়যন্ত্ৰ কৰিবলৈ উঠি-পৰি লাগিছিল, সেইটো দল দুদিনমানলৈ নীৰৱ,নিৰস্ত্ৰ, হৈ ৰ'ল। অতদিনে পূৰ্ণানন্দক বধ কৰি, চন্দ্ৰকান্ত সিংহক বহিৰজা পাতি সৎৰামহঁত উঠি ৰজা হোৱাৰ বাসনা পূৰ্ণ কৰিবলৈ নতুন ফন্দী পাতিলে। কূটনীতিত পাকৈত স্বাৰ্থান্বেষী মানৱ-চৰিত্ৰ যুগ যুগ ধৰি জীয়াই আছে। সৎৰাম-জগধৰে বুঢ়াগোহাঁইৰ ভিতৰবিশ্বাসী মানুহৰ আগত বদন বৰফুকনৰ বিৰুদ্ধে কয়, বৰফুকনৰ বংশ-পৰিয়ালৰ আগত বুঢ়াগোহাঁয়ে হিংসা কৰাৰ কথা কয়। এই দৰে উভয় পক্ষতে সন্দেহ, ঈৰ্ষা, প্ৰতিদ্বন্দিতা আৰু আক্ৰোশ বৃদ্ধি কৰি চৰম পৰ্য্যায়লৈ লৈ যায়।

কাৰেঙৰ বৰদুৱাৰৰ মুখৰ দায়িত্বত থকা এজন কুকুৰাচোৱা বৰা আছিল। নাম ভুত। ভূতৰ এটা পুতেক আৰু এজনী জীয়েক আছিল। পুতেকৰ নাম সৎৰাম সতাই। জীয়েকৰ নাম লেখনী। চন্দ্ৰকান্তসিংহ ৰাজ পাটত বহিবৰ সময়ত বয়স আছিল মুঠেই তেৰ বছৰ। ৰাজসিংহাসন কি, ৰজাৰ দায়িত্ব কিমান গধুৰ সেইবোৰ পাটত বহা ৰজাই এধানমানো বুজিব পৰা নাছিল। আনকি ৰাজপাটত বহিবই খোজা নাছিল। বাধ্যবাধকতাৰ মাজত প্ৰাচীন পৰম্পৰা ৰক্ষা কৰি ৰাজকীয় নিয়ম মানিবলৈ পাই ৰজাৰ মন বিষাদেৰে আচ্ছন্ন হৈ পৰিছিল। অৱস্থাৰ হাত সাৰিবলৈ বুঢ়াগোহাঁই আৰু ৰাজমাৱে ৰজাৰ সমবয়সীয়া চেঙেলীয়া লৰা ছোৱালী গোটাই আনি কাৰেঙৰ লিগিৰা লিগিৰী বাব দি ৰাখিছিল। তাৰে ভিতৰত সৎৰাম-লেখনীও আছিল। সৎৰাম বয়সত সমান হলেও বুদ্ধি-বৃত্তিত চোকা, দুৰাকাংক্ষী আৰু অতিপাত কপটীয়া আছিল। ৰজাৰ সান্নিধ্যলৈ আহি গজলীয়া ডেকা সৎৰামে বৰ বৰ বিষয়-বাসনাৰ সপোন দেখিছিল। সপোন দিঠকলৈকো আহিছিল। কুৰিৰ ডেউনা নৌ পাৰ হওঁতেই লোভনীয় চাৰিঙীয়া ফুকনৰ পদ লাভ কৰিছিল আৰু লগৰ টেঁটকুটীয়া জগধৰ শৰ্মাক চাৰিঙীয়া বৰুৱা বাব দিয়াই ষড়যন্ত্ৰ পুৰঠ কৰি তুলিছিল।

পুলিন গদাধৰসিংহ. স্বৰ্গদেৱে মৃত্যু শয্যাত কৈ গৈছিল, 'সৰুক বৰ বিষয় নিদিবি।' শিৱসিংহ ৰাজেশ্বৰসিংহ, লক্ষ্মীসিংহ, গৌৰীনাথসিংহ

প্ৰত্যেকেই এই আদেশ উলঙ্ঘা কৰি মৃত্যুৰ জগৰ লগাইছিল। প্ৰত্যেক ক্ষেত্ৰতে কিন্তু এই আদেশ অমান্য কৰাৰ পৰিণতি আছিল সুদূৰপ্ৰসাৰী। চন্দ্ৰকান্তসিংহও ব্যতিক্ৰম নাছিল। লিগিৰা নবাক চাৰিঙীয়া ফুকন পাতি অত্যধিক অনুকম্পা প্ৰদৰ্শন কৰিছিল। সংৰামে ৰাজ্যৰ ৰাজনীতিৰ ৰাঘ-জৰীডাল এনেকৈ আঁজুৰিছিল যে শেহলৈ উজনি-নামনি কঁপাই তুলিছিল। এসময়ত সংৰাম বদন বৰফুকনৰ দলত নিজকে সংযুক্ত কৰি পেলাইছিল। আৰু বুঢ়াগোহাঁইক পদে পদে অপদস্থ কৰিবলৈ লেচু বিচাৰি ফুৰিছিল।

সংৰামৰ সমৰ্থকে বদন বৰফুকনৰ ওচৰলৈ গৈ বুঢ়াগোহাঁইৰ বিপক্ষে অনেক কুৎসা ৰটনা কৰিছিল। এইবোৰ শুনি বৰফুকন এনেয়ে খৰ্গহস্ত হৈ উঠিছিল তাতে পিজৌ আইদেউৰ চিঠি পাই বৰফুকন ক্ৰোধান্বিত হৈ উঠিল।

বদন বৰফুকন গুৱাহাটীত। ৰংপুৰৰ ৰৰচৰাত সংৰাম আৰু লগৰীয়া-সকলৰ বিচাৰ অনুষ্ঠিত হ'ল। কৃষ্ণদাস ভঁৰালী বৰুৱা আৰু চিত্ৰসেন গন্ধীয়া ফুকনৰ গোচৰ অনুসৰি ৰৰবৰুৱা-ন্যায়সোধা ফুকনে সোধ কৰি দোষী সাব্যস্ত কৰিলে। তথাপি সংৰাম ৰাজকাৰেঙৰপৰা ওলাই নাহিল। ডাঙৰীয়া তিনিজন সমুপস্থিত। ইচ্ছা ক'ৰিলে ৰজাকে ভঙা-পতা কৰিব পাৰে। তত্ৰাচ ৰজাই সংৰামক চ'ৰাত সোধাই নিদিয়ে। ৰাজমাও, ৰজা, ডাঙৰীয়া, সকলোৰে অৱস্থা কাহিল। এনেতে ৰাজমাৱে সংৰামক গতাই দিবলৈ পুতেকক দঢ়াই বুজালে। ৰজাই প্ৰাণদণ্ড নিদি নিৰ্বাসন দিবলৈ ডাঙৰীয়াসকলক টানি অনুৰোধ জনালে। কথা মতে কাম হ'ল। সংৰামে দোষ স্বীকাৰ কৰিলে।

এইখন চ'ৰাৰ বিচাৰতে ধৰা পৰিল বদন বৰফুকনৰ অভিপ্ৰায়। বুঢ়াগোহাঁইৰ সন্দেহ গভীৰ হ'ল। মহেশ্বৰ পৰ্বতীয়া ফুকনক মাতি আনি ৰাতিয়েই যাত্ৰা কৰিবলৈ আদেশ দিলে। বদন বৰফুকনক ধৰি বন্দী কৰি ৰাজধানীলৈ আনিব লাগে। চ'ৰাত যথাৰৎ সোধ হ'ব।।

লুইতৰ ভটীয়নি পানীত নাও মেলি দি পৰ্বতীয়া ফুকন ভটীয়াই গ'ল। ফুকনৰ লগৰ মানুহৰ হাততে গোপনে চিঠি দি পঠালে পিজৌ আইদেৱে। ফুকন গৈ সাঁজ লাগিবৰ সময়ত গুৱাহাটী পালেগৈ। কোনোবা সতীৰ্থই পৰামৰ্শ দিলে, 'আজি ৰাতি হ'ল। কাইলৈ দোপদৰতে স্বৰ্গদেৱৰ আজ্ঞা শুনাই বৰফুকনক ধৰা যাব।' শ্ৰান্ত, ক্লান্ত পৰ্বতীয়া ফুকনো মান্তি হ'ল। সেই সুযোগতে পিজৌ আইদেউৰ পত্ৰবাহকে আগ বাঢ়িয়েই বৰ-ফুকনলৈ চিঠি পঠিয়ালে। চিঠি পাই বৰফুকনে বুজিলে, সঙ্কট ঘনীভূত হৈ

উঠিছে। সংবাদৰ গতিয়েই গতি হবলৈ সবহ দিন নাই। ফুটমনিয়াৰ বৰফুকনে বাতিয়েই নাও লৈ ভটীয়াই গ'ল।

পিছদিনা পুৱা পৰ্বতীয়া ফুকনে দেখে, চিকাৰ সাৰি গৈছে, কুন্দা-খন আওহতীয়া হৈ পৰি আছে। গুৱাহাটীত নতুনকৈ দিহিঙীয়া ফৈদৰ ঘনশ্যাম বৰফুকন হ'ল; বৰফুকনে ততালিকে মহেশ্বৰ পৰ্বতীয়া ফুকনক পঠিয়াই দিলে, বদন বৰফুকনক ধৰিবলৈ। দেশৰেই দুৰ্ভাগ্য, বৰফুকন অসমৰ সীমা পাৰ হৈ চিলমাৰী পালেগৈ। পৰ্বতীয়া ফুকনে বদন বৰফুকনক ধৰিব নোৱাৰিলে। বদন সাৰি গ'ল।

চিলমাৰীৰপৰা গৈ বদন বৰফুকন কলিকতা পালেগৈ। লগত জনমি আৰু পিয়লি। সাৰথি হ'ল উদয়সিং জমাদাৰ। কলিকতাত ইষ্ট ইণ্ডিয়া কোম্পানীৰ গভৰ্ণৰ জেনেৰেলক জনাই আবেদন কৰিলে, 'অসম দেশত ৰজা নাই। বুঢ়াগোহাঁয়ে ৰাজ্য শাসন কৰি বা-বিষয়াক কাটি-মাৰি খান্তাং কৰিছে। ৰজাক ৰাজপাটত বহুৱাই দেশ সুস্থিৰ কৰিবলৈ সামৰিক সাহা-য্যৰ প্ৰয়োজন।' গভৰ্ণৰ জেনেৰেলে আবেদন নামঞ্জুৰ কৰিলে। বৰফুকন বিমুখ হ'ল যদিও নিৰাশ নহ'ল। অন্য উপায় চিন্তা কৰিবলৈ ধৰিলে।

বৰফুকনৰ ভাগ্য সুপ্ৰসন্ন, দেশৰ ভৱিষ্যত তমসাচ্ছন্ন। ব্ৰহ্মদেশৰ ৰজাৰ বিষয়া এজন কলিকতাত লগ পালে। মনলৈ সাহস উলটি আহিল। ব্ৰহ্মৰজাৰ সহায় বিচাৰি ৰাজধানী ভামোলৈ ওলাল।

এদিন গৈ বৰফুকন ভামো পালেগৈ। ইংৰাজ সহায় নকৰিলে, কিন্তু অলক্ষিতে নিয়তিয়ে চাই আছিল, আগ বাঢ়ি আহিল ব্ৰহ্মৰজাৰ বিষয়াৰূপে। ভামোলৈ বাট দেখুৱাই লৈ গ'ল।

আকৌ এবাৰ নিয়তিয়ে বদন বৰফুকনক সুবিধা দিলে। ৰজাৰ ৰাজ-ধানীৰ ওচৰত ইৰাৱতী নৈৰ ঘাটত বৰফুকনৰ নাও চাপিল। পাৰত চালি সাজি ভাত-পানী খাবলৈ দিহা কৰিলে। বৰফুকন আৰু লগত থোৱা মানু-হৰ সাজ-পাৰ, মাত-কথা দেখি পানীঘাটত গা-ধুবলৈ যোৱা লিগিৰীয়ে ৰজাৰ বৰকুঁৱৰীক ক'লেগৈ। বৰকুঁৱৰীয়ে বা-বাতৰি লৈ বুজি পালে, সেয়া ৰঙাচিলা দুৱৰাৰ ঘৰৰ বদন বৰফুকন। একে বংশৰে, সমন্ধত ককায়েক। সেয়া ৰঙিলী কুঁৱৰী।

ৰঙিলী কুঁৱৰী আছিল ৰঙাচিলা দুৱৰাৰ ঘৰৰ জীয়ৰী। পূৰ্ণানন্দই চিংফৌ বিছানকলৈ উপহাৰ দি মিত্ৰতা কৰিছিল। চিংফৌৰ বাসস্থান উত্তৰ ব্ৰহ্মত। আৰে পৰা আহি পাটকাইৰ এই পাৰে ঠায়ে ঠায়ে বসবাস কৰিছিল। মোৱামৰীয়া তৃতীয় বিদ্ৰোহৰ সময়ত মোৱামৰীয়াৰ নেতা ভৰত-

সিংহৰ লগ লাগি অসম আক্ৰমণ কৰিছিল কিন্তু ৰণত ঘাটি বিছানজে আহোমৰ শৰণাগত হয় আৰু সেই সুযোগতে কন্যা দি মিত্ৰতা স্থাপন কৰে।

মৰণশ্যাৰ বুঢ়াগোহাঁয়ে মৰিবৰ সময়ত পুতেক পূৰ্ণানন্দক কৈ গৈছিল, 'আনৰ ছোৱালী আনক নিবিলাবি।' পুতেক পূৰ্ণানন্দই মৃত্যুশয্যাৰ শেষ উপদেশ ব্যতিক্ৰম কৰি দুৰবাৰ ঘৰৰ এই ছোৱালীজনী বিছানজক দিছিল। সেইজনী ৰূপহী ৰঙিলীক নি বিছানজে ব্ৰহ্মৰজাক যাচি দিছিল। ৰূপে-গুণে বিভূষিতা এই গাভৰুৱে এদিন ব্ৰহ্মৰজাৰ ৰাজকাৰেং শুৱনি কৰি পাটমাদৈৰ সন্মান লাভ কৰিছিল।

বদন বৰফুকনহে নেলাগে, আন কোনোৱেই জনা নাছিল যে ৰঙিলী ব্ৰহ্মৰজাৰ বৰকুঁৱৰী। পিতৃ-মাতৃ, বংশ-পৰিয়াল, দেশ আৰু সমাজৰপৰা বিচ্ছিন্ন হৈ পৰা ৰঙিলীয়ে পানীঘাটত নাও-বান্ধি ভাত-ৰন্ধা অসমৰ মানুহৰ কথা শুনি উৎকণ্ঠিত হৈ উঠিল। ৰজাক কৈ ৰজাঘৰীয়া বিষয়া পঠিয়াই সবিশেষ-বাতৰি ললে। বদনে হাতৰ হীৰা-পতোৱা আঙঠি পঠিয়াই নিজৰ পৰিচয় দিলে। অনেকে দিনৰ মূৰত মাতৃভূমিৰ মানুহ পাই, একে মাত-কথাৰে সুখ-দুখৰ কথা পাতি অভিভূত হ'ল। এই সুযোগত বৰফুকনে কুঁৱৰীক প্ৰত্যয় নিয়াই ক'লে, 'অসমৰ ৰাজপাটত ৰজা নাই। বুঢ়াগোহাঁই ৰজা হৈ কাটি-মাৰি মানুহক খাস্তাং কৰিছে। ময়ো জীৱন লৈ পলাই আহিছোঁ। মোক সৈন্য-সামন্তৰ সহায় লাগে। দেশ উদ্ধাৰ কৰি ৰাজ্য ৰজাক শোধাই দিম।' পিতৃ-মাতৃৰ বুকুৰপৰা আঁজুৰি ৰঙিলীক এইজন বুঢ়াগোহাঁ-য়েই বিছানজলৈ দিছিল। পুৰণি স্মৃতিলৈ সজীৱতা আহিছিল, সেইদিনা গছৰ পাত সৰুৱাই, বুকু চপৰিয়াই গাভৰু ৰঙিলীয়ে কান্দিছিল। হঠাতে বুঢ়াগোহাঁইৰ প্ৰতি প্ৰতিশোধ লোৱাৰ সুপ্ত প্ৰবৃত্তি জাগি উঠিছিল। স্বাভা-ৱিকতে দেশ এৰি বিদেশলৈ ভাগি অহা ককায়েক আৰু ভতিজাক দুটালৈ অনুকম্পা জাগিছিল।

ৰাজেশ্বৰসিংহৰ দিনত ব্ৰহ্মৰজাই মণিপুৰ আক্ৰমণ কৰিছিল। মণি-পুৰৰ ৰজাই অসমৰ সহায় বিচাৰিছিল। সেই সাহায্যৰ আবেদন অনুসৰি হৰনাথ সেনাপতি ফুকনৰ নেতৃত্বত এক অভিযান গৈছিল মণিপুৰ অভিমুখে। বাতৰি পাই ব্ৰহ্মৰজাৰ সৈন্যাই আপুনি মণিপুৰ এৰি গৈছিল। অসম সাহসী অসমীয়া সৈন্যলৈ মানসৈন্যাই ভয় কৰিছিল। সেই বাবে ব্ৰহ্মৰজাই পোনতে সৈন্য-সামন্ত দিবলৈ ইচ্ছা প্ৰকাশ নকৰিলে।

বৰফুকনৰ আশা বিফল হয় এতিয়া। ৰঙিলী কুঁৱৰীক লগ ধৰি নিজৰ আৰু দেশৰ দুখ-দুৰ্দশাৰ অতিৰঞ্জিত বৰ্ণনা দিলে। কুঁৱৰী দুখ-বেদনাত

অভিভূত হ'ল। পুনৰ-ৰজাক খাটনি ধৰি সহায়ৰ অৰ্থে বৰফুকনক ভেটালে। বৰফুকনে, ৰজাক প্ৰতিশ্ৰুতি দিলে, 'কোনো বিপদ-বিঘিনি নোহোৱাকৈ বাট দেখুৱাই নিব, সৈন্য বাহিনীৰ ৰচদ পাতি যোগান ধৰিব, যুদ্ধৰ খৰচ দিব আৰু ব্ৰহ্মৰজাৰ লগত মিত্ৰতা বন্ধনৰ অৰ্থে এজনী দীপলিপ ৰাজ কুঁৱৰী দিব। ব্ৰহ্মৰজাই আঠ হেজাৰ সৈন্য দিবলৈ সিদ্ধান্ত কৰিলে। দক্ষিণৰ ৰাজধানীৰপৰা ক্ৰমে উত্তৰলৈ উজাই সৈন্যদল আগ বাঢ়িল। বাটত মুং কং, খামজাং আদি কৰতলীয়া টাই ৰাজ্যৰপৰা আৰু দহহেজাৰ সৈন্য গোটাই লৈ পাটকাইৰ পাদদেশত উপস্থিত হ'লহি।

বদন বৰফুকনে ধাৰণা দিছিল, ভাইৰজাৰ দেশত ইন্দ্ৰবংশী ৰজা নাই। বিধৰমী মানুহে ৰাজ্য খাস্তাং কৰিলে। মান সৈন্যই, বিশেষকৈ উত্তৰ ব্ৰহ্মৰ শ্যান ৰাজ্যৰ টাই বংশসম্ভূত সৈন্যই পাটকাই পাৰ হৈ আহি দেখিলে, কথা সঁচা। অসমৰ মানুহে ক'লা ফা-নয়, লুঙী নিপিন্ধে, ধৰ্ম সুকীয়া, মাত কথা অমিল। টাই সৈন্যই নিজেই আহোম সৈন্যৰ বিৰুদ্ধে অত্যাচাৰ আৰম্ভ কৰিছিল।

বদন বৰফুকন যেতিয়া পাটকাইৰ সিপাৰে সৈন্যসহ উপস্থিত হলহি, সেই কথা এইপাৰৰ চিংফৌ গামলৈ জনাই পঠালে। চিংফৌ গামে এই বাতৰি যথাসময়ত দিচৈ নগৰলৈ পঠালে। বুঢ়াগোহাঁয়ে শত্ৰুলৈ পিঠি দিলে। সাপৰ পোৱালি চোকোৰাৰপৰা ওলায়েই ভয়াবহ হৈ উঠে। বুঢ়া গোহাঁইৰ এই খিনিতে মতিভ্ৰম হ'ল। পাটকাইৰ বাটতে ভেটা দিয়া হলে, বদন বৰফুকন অসমত সোমাবলৈ নেপায়। কিন্তু বুঢ়াগোহাঁইৰ মতিভ্ৰম হ'ল।

বৰফুকনে ষোলহেজাৰ মান সৈন্য লৈ, পাটকাই পাৰ হৈ আহি দিহিঙৰ পাৰত ওলালহি। তাতে তিপামৰ ঘিলাধাৰী ঘাটৰ ওচৰতে কোঁঠ মাৰি ৰ'ল। বৰফুকনে নিজৰ পুতেক এটাক গৌৰীনাথসিংহৰ পুতেক আৰু ৰাজ্যৰ আচল উত্তৰাধিকাৰী বুলি প্ৰকাশ কৰিছিল। গতিকে মান সেনাপতিয়ে অসমৰ ডা ডাঙৰীয়া তিনিজনলৈ তিনিখন চিঠি লিখিলে, 'আমি ৰাজ্যত ভাইৰজাৰ বংশৰ ৰজা নাই বুলি শুনি আহিছোঁ, আমাৰ লগত ৰাজকোঁৱৰ গৰ্ভেসিং আহিছে। বৰফুকনো আহিছে। কেইজনমান কটকী পঠিয়াই চিনাকি কৰি দিবা। কামিনী ফুকন নামেৰে কটকী এজন মেলেং পালেহি। এনেতে অভয়পুৰীয়া গগৈ ৰাজখোৱাই মানৰ কোঁঠ আক্ৰমণ কৰিলে। ৰণত গগৈ ৰাজখোৱা হাৰিল। বাতৰি পাই বুঢ়াগোহাঁয়ে মৰ্মান্তিক আঘাত পালে। মান অনা ঘিণাই বৰফুকনৰ হাতত লাঞ্ছিত হোৱাৰ আশঙ্কাত বুঢ়াগোহাঁয়ে কালহীৰা চেলেকি আপোনঘাতী হ'ল।

বৰফুকন স্বাৰ্থান্বেষী আছিল। আৰু সেই স্বাৰ্থপূৰণৰ অৰ্থে নিচ্চা মাতিবৰ জোখাৰে প্ৰয়োজনীয় বুদ্ধি আৰু নীচতা আছিল। নিজকে ৰাজ সিংহাসনৰ ৰক্ষক আৰু পুতেক এজনকে ৰাজকোঁৱৰ বুলি চিনাকি দি ধৰা পৰাৰ ভয়ত উদয়সিং জমাদাৰক কটকী পঠিয়াই গোপনে কোৱালে, বোলে স্বৰ্গদেৱৰ কোনো ভয় নাই। স্বৰ্গদেৱক উপযুক্ত সন্মান দিবলৈহে মান সৈন্য আহিছে। ইপিনে অসমীয়া সৈন্যই দিহিঙিৰ পাৰৰ কঠালগুৰি, চৰাইদেও, বাইলুং আদি ঠাইত মান সৈন্যৰ লগত যুদ্ধ কৰি পৰাস্ত হ'ল। যি বাটেদি মান সৈন্যই অভিযান চলাইছিল, সেই পোনে গাওঁ ভুঁই জুই দি ভাঙি আতঙ্কৰ সৃষ্টি কৰিলে। বদন বৰফুকনে চন্তালিৰ নোৱৰা হ'ল। সবাতোকৈ ডাঙৰ চিন্তাৰ কাৰণ হ'ল, বুঢ়াগোহাঁই আৰু নাই, কোনে দেশ ৰক্ষা কৰিব?

নতুন বুঢ়াগোহাঁই ৰুচিনাথে ৰজাক পৰামৰ্শ দিলে, সম্প্ৰতি গুৱা-হাটীৰ ফালে আঁতৰি যোৱাই উচিত হ'ব।' উদয়সিঙৰ মুখৰপৰা বৰফুকনৰ ভিতৰি আশ্বাস পাই চন্দ্ৰকান্তসিংহ ভটীয়াই যাবলৈ ইচ্ছুক নহ'ল। সন্দেহ আৰু আশঙ্কাত ৰুচিনাথ ভটীয়াই গ'ল।

বদন বৰফুকন সসৈন্যে দিচৌ নগৰত উপস্থিত হৈ স্বৰ্গদেৱক যথাৰৎ সেৱা কৰিলে আৰু স্বৰ্গদেৱক যথোচিত আসন দিবলৈহে যে এই ৰণৰ আয়োজন, তাক প্ৰত্যয় নিয়ালে। চন্দ্ৰকান্তসিংহই বৰফুকনৰ আদৰ-আশ্বাস পাই আনন্দিত হ'ল আৰু বৰফুকনক মন্ত্ৰী ফুকন খিতাপ দি বুঢ়াগোহাঁইৰ মৰ্য্যাদা দিলে। বদন বৰফুকনে পূৰ্ণানন্দ বুঢ়াগোহাঁইৰ বাসগৃহত সোমাই তাতে থাকিবলৈ ললে আৰু ঘৰৰ সা-সম্পত্তি সকলো মান সেনাপতিক উপহাৰ দিলে। বুঢ়াগোহাঁইৰ ভায়েক-ভতিজাক, পুতেক-নাতিয়েক যাকে য'তে পালে হত্যা কৰি ধন-বস্তু লুটি আনিলে। বদনচন্দ্ৰই সকলো ক্ষমতা হস্তগত কৰি যুদ্ধৰ ব্যয় হিচাপে অসংখ্য বয়-বস্তু, ধন-সোণ দিয়াৰ উপৰিও ৰজাৰ জী বুলি বগাকোঁৱৰৰ জীয়েক হেমো আইদেউক সালঙ্কৃতাকৈ মানৰ ৰজালৈ উপহাৰ দিলে।

বদন বৰফুকন ৰাজধানীত সৰ্বেসৰ্বা হৈ উঠিল। পূৰ্ণানন্দ বুঢ়াগোহাঁয়ে কমলেশ্বৰসিংহ আৰু চন্দ্ৰকান্তক ৰজা পাতিছিল। গতিকে নুমলী ৰাজমাও বুঢ়াগোহাইৰ প্ৰতি কৃতজ্ঞ আছিল। বদনচন্দ্ৰই পুতেক চন্দ্ৰকান্তক 'পুতলা ৰজা 'হিচাপে ৰাখিছিল যদিও, মাক ৰাজমাওক সন্মান নকৰিছিল; আনপিনে স্বেচ্ছাচাৰিভাৱে যিহকে মন যায় তাকে কৰিছিল। মহেশ্বৰ পৰ্বতীয়া ফুকনৰ চকু কাঢ়িছিল। ধনশ্যাম বৰফুকনক হত্যা কৰালে।

বৰগোহাঁই, বৰপাত্ৰ গোহাঁই, বৰবৰুৱা সকলো ভাঙি নতুনকৈ পাতিলে। পূৰ্ণানন্দই পতা বৰবৰুৱা খুলি দগায়েক শ্ৰীনাথক ভাঙি সদিকৈৰ ঘৰৰ ধনীক বৰবৰুৱা পাতিলে। তদুপৰি পূৰ্ণানন্দৰ দিনৰ সকলো বিষয়াকে হয় শাস্তি দিলে, নহয় পদচ্যুত কৰিলে।

গাভৰুকালতে বিধবা হোৱা নুমলী ৰাজমাৱে প্ৰায় কুৰি বছৰ কাল ৰাজমাও হিচাপে ৰাজনীতিৰ শিক্ষা পাইছিল। চেঙেলীয়া ৰজা চন্দ্ৰকান্তক আগত লৈ বুঢ়াগোহাঁয়ে কেতবোৰ কাম কৰিছিল; নুমলী ৰাজমাৱে দেখি আছিল। বদনচন্দ্ৰই মন্ত্ৰী ফুকন হৈ তাতোকৈ এখোপ অধিক ক্ষমতাশালী হৈ চন্দ্ৰকান্তৰ ৰাজকীয় অস্তিত্ব নাইকিয়া কৰি পেলাইছিল। ৰাজমাৱে অতি সন্তৰ্পণে এই কথা লক্ষ্য কৰি আছিল। এসময়ত মন্ত্ৰী ফুকনৰ ক্ষমতাই আকাশ চুইছিল।

ৰাজমাৱে গোপনে বৰফুকনৰ পুতেক পিয়লিক মতাই আনি সুধিছিল, 'দেউতাৰ মন্ত্ৰীফুকনে কিহৰ বলত সাত সাগৰ তেৰ নৈ পাৰ হৈ মানদেশৰপৰা আহিলগৈ।' পিয়লিয়ে উচ্ছ্বাসতে কৈ পেলাইছিল, 'দেউতাৰ গাত ছুঅঁৰা মাদলি আছে।' এই মাদলি গাত থাকিলে শত্ৰুৱে একো কৰিব নোৱাৰে। সকলো সময়তে গাত পিন্ধি থাকে, মাথোন শৌচাচাৰ কৰি গা-ধুবৰ সময়ত সোলকাই থয়।' ৰাজমাৱে গোপন শক্তিৰ উৎস বিচাৰি পাইছিল।

ধনী বৰবৰুৱা হঠাৎ ৰাজকাৰেঙলৈ নিমন্ত্ৰিত হ'ল। গোপন কক্ষত ৰাজমাৱে সকলো কথা বৰবৰুৱাক বিচাৰি ক'লে। বৰবৰুৱাই সমৰ্থন জনালে। ৰূপসিং চিপাদাৰক মাতি আনি সকলো বুজাই দিয়া হ'ল। শকত ধনৰ টোপোলা, যদিহে কাম সফল হয়। ধনী বৰবৰুৱা আৰু ৰূপসিং দুয়ো বিহানে মন্ত্ৰীফুকনৰ ঘৰলৈ যাব। আগফালে বৰবৰুৱাই কথা পাতি তেওঁৰ দৃষ্টি নিবদ্ধ কৰি ৰাখিব আৰু সেই মুহূৰ্ত্ততে ৰূপসিঙে একেঘাপে মন্ত্ৰীফুকনৰ ডিঙিত ঘপিয়াই দুছেও কৰিব।

আহানি মাজুজনা ন-গোসাঁই গঙ্গাধৰে কৈছিল, 'ধনলোভী বঙাল, ধনৰ লোভত সকলো কৰিব পাৰে।' ৰূপসিং চিপাদাৰে একে সঁচৰে বঙাল। ধনৰ টোপোলাৰ আশাত পিছদিনা দোকমোকালিতে কাম সমাধা কৰিবলৈ সাজু হ'ল। লোকগীতত কৈছে,

'কাউৰীয়ে কৰিবৰ কা,
ৰাতিৰে ৰাতিটো ৰূপসিঙে ধৰালে দা।'

সেইদিনা পুৱা সুবিধা কৰিব নোৱাৰিলে। কিন্তু পিছদিনা গা-ধুবলৈ যুৱজ

পানী চালোঁতেই ৰূপসিঙে কোনোবা কটাদি দুয়োওকে কাটিলে। কাটিবৰ সময়ত ৰূপসিঙে গাইছিল,

'চন্দ্ৰক সেৱা সূৰ্য্যক সেৱা
বসুমতীক সেৱা কৰোঁ,
দায় নধৰিবা কালিকা গোঁসানী
ৰাইজৰ দ্ৰোহীয়াক মাৰোঁ।

এক ক্ষমতালোভী, স্বেচ্ছাচাৰী, আত্মকেন্দ্ৰিক ৰাজ-বিষয়াৰ জীৱন অৱসান হ'ল কিন্তু এই মৃত্যুৰ পৰিণতি আছিল সুদূৰপ্ৰসাৰী।

ধন-সোণৰ লোভ দেখুৱাই হাজাৰসিঙক সন্তুষ্ট কৰি প্ৰথমবাৰ বৰফুকন বাব লাভ কৰিছিল। দ্বিতীয়বাৰ পূৰ্ণানন্দৰ ঘৰলৈ নিজৰ জীয়ৰী দি মিত্ৰতা কৰি বৰফুকন বাব লাভ কৰি সংবাদৰ লগত যোগ হৈ বুঢ়াগোহাঁইৰ অনিষ্ট সাধিবলৈ ষড়যন্ত্ৰ কৰিছিল। ধৰা পৰি মানদেশলৈ পলাই গৈ মানৰজাকো ধন-সোণৰ লোভ দেখুৱাই আনি ৰৰঘৰত ফেটীগোম মেলি দিছিল।

ৰূপসিঙৰ হাতত মন্ত্ৰীফুকনৰ মৃত্যু হোৱাৰ বাতৰি গৈ ভামো পালেগৈ। ৰাঙলী কুঁৱৰীয়ে ককাইৰ মৰিশালি চাই আহোঁগৈ বুলি কাণ্দোনত গছৰ পাত সৰুৱালে। দ্বিতীয়তে হেমো আইদেউক বিয়া কৰাই ৰজাৰ মিত্ৰ হৈছিল। সেইবাবে আলুংমিঙ্গি নামেৰে সেনাপতি এজনৰ অধীনত প্ৰায় ৩০,০০০ সৈন্য দি অসম আক্ৰমণ কৰিবলৈ পঠালে। ইতিমধ্যে ৰুচিনাথ বুঢ়াগোহাঁয়ে পুৰন্দৰসিংহক ৰজা পাতি চন্দ্ৰকান্তসিংহক অঙ্গক্ষত কৰিছিল। পুৰন্দৰসিংহই সীমিত শক্তিৰে এদল সৈন্য পঠালে। সেনাপতি গগৈ বৰফুকন উজাই আহোঁতে খাগৰিজানৰ কোঁঠতে নৰিয়া পৰি মৃত্যু হ'ল। মানসৈন্যই যোৰহাট অধিকাৰ কৰি চন্দ্ৰকান্তক ৰজা পাতিলে কিন্তু উঠি ৰজা হ'ল আলুংমিঙ্গি। চন্দ্ৰকান্তক ৰজা পাতি আগৰ ডাঙৰীয়া-বিষয়া সলনি কৰি, বহুতো পুৰুষ-তিৰোতা বন্দী কৰি লগত লৈ গ'ল।

তৃতীয় বাৰ মান আহিল, যি বাটেদি বদন বৰফুকনে প্ৰথম দলটো আগবঢ়াই আনিছিল। মোৱামৰীয়া বিদ্ৰোহত জুৰুলা হৈ থকা অসমীয়া প্ৰজাৰ ওপৰত অকথনীয় অত্যাচাৰ, উৎপীড়ন আৰু শোষণ আৰম্ভ হ'ল। লুইতৰ দুয়োপাৰ উচ্ছন্ন কৰিলে। অত্যাচাৰী মান গৈ কোম্পানীৰ ৰাজ্যত সোমাল। সিহঁতকে খেদিবলৈ ইংৰাজ আহিল। ইয়াণ্ডাবু সন্ধিৰ চৰ্ত্তমতে অসম ইংৰাজে পালে। এই মানসৈন্য আহিছিল বদন বৰফুকনৰ নিমন্ত্ৰণ পাই।

## মানৱ আক্ৰমণ

অসমত মানৱ আক্ৰমণ – শুনিলে গাৰ নোম শিয়ঁৰা ঘটনা। বহুতে কয়, মানৱ আক্ৰমণৰ পৰিণতি হ'ল – ইংৰাজ সাম্ৰাজ্যবাদীৰ আগমন। ভালকৈ চালে, ইংৰাজে খোপনি পুতিছিল ইয়াৰ আগতেই। মোৱামৰীয়া দমন কৰিবলৈ আহি কেপ্তেইন ওৱেলছে সমুদায় সঞ্চিত ধন-সোণ লুটি লৈ গৈছিল। অকল সেয়ে নহয়, সামৰিক শক্তিৰে দুৰ্বল কৰিবলৈ দুহেজাৰ-খন যুদ্ধৰ নাও আৰু চাৰি হেজাৰ হিলৈ লৈ গৈছিল। মিৰজুমলায়ো এদিন সামৰিক শক্তিত দুৰ্বল কৰিবলৈ ৬৫০টা বৰতোপ, ১৩৪৩ গঁঠিয়া জুমুৰ, ১২০০ ৰামচাঙ্গী, ৬০৭০ পাথৰকলাই হিলৈ, ৩৪০ মোণ বাৰুদৰ উপৰিও ১৯৬০টা বাৰুদৰ পেৰা, ৭৮২৪ খন ঢাল, এহেজাৰৰ অধিক ৰৰনাও লৈ গৈছিল। ওৱেলছে আৰ্থিক আৰু সামৰিক উভয় দিশতে কঁকাল ভঙাই নহয়, কেতবোৰ প্ৰশাসনীয় নীতি-নিবদ্ধ কৰাৰ উপৰিও বেহা-বেপাৰৰ অৰ্থে চুক্তি সম্পাদন কৰিছিল। এই চুক্তি আছিল বাণিজ্যিক যদিও শোষণৰ সেন্দুৰী-আলি। এই আলিটি গৌৰীনাথসিংহৰ দিনতেই বন্ধোৱা হৈছিল। এসময়ৰ আত্মনিৰ্ভৰশীল অসমীয়া প্ৰজাই এই সময়ৰেপৰাই গাঁথিৰ ধন ভৰি বিদেশী বস্তু কিনিবলৈ আৰম্ভ কৰে। তাৰে ভিতৰত সোণ দি লোণ আৰু ধন দি কানি কিনি জাতিটোকে দৰিদ্ৰ কৰিবৰ উপক্ৰম কৰিছিল। মান খেদিবলৈ ইংৰাজ আহিছিল; কোনেও নিমন্ত্ৰণ জনোৱা নাছিল। কেই বছৰমানৰ আগতে পুৰন্দৰসিংহই সহায় বিচাৰোঁতে প্ৰত্যাখ্যান কৰিছিল কিন্তু এইবেলি অনাহূত হৈয়েই আহিল। ইয়াণ্ডাবু সন্ধিৰ সৰ্ত্তত মাৰি অপ্ৰয়াসে অসমখন নিজৰ কৰি ললে।

ছশ বছৰৰ আগৰ কথা। উত্তৰ ব্ৰহ্মৰপৰা এজন ডেকা ৰজাই লগত এহেজাৰ অনুগামী লৈ পাটকাই পাৰ হৈ আহিছিল। তেওঁ আছিল টাই বংশসম্ভূত। পাঁচহেজাৰ বছৰৰ আগতে মাঞ্চুৰিয়া, মঙ্গোলিয়া পাৰ হৈ চীনদেশৰ ঘাই ভূ-ভাগত বসবাস কৰি ক্ৰমে দক্ষিণলৈ আহি আছিল। এদিন চীনা সম্ৰাট শ্বি-ৱাং-টিৰ নিষ্পেষণত তিষ্টিব নোৱাৰি এবেবাৰে ইউনাম পায়হি। সপ্তম শতিকাত তাতে মুং-ৱান ৰাজ্য প্ৰতিষ্ঠা কৰে। টাই জাতিৰ এটা ডাঙৰ দোষ হ'ল, এজন ৰজাৰ কেইবাজনো পুতেক হ'লেই দেশ জয় কৰিবলৈ ওলাই যায় আৰু নতুন ৰাজ্য প্ৰতিষ্ঠা কৰে।

কিন্তু, পৈতৃক ৰাজ্যৰ লগত সম্পৰ্ক নেৰাখে। সপ্তম শতিকাৰপৰা ত্ৰয়োদশ শতিকাৰ ভিতৰত দক্ষিণ-পূব এচিয়াত বহুতো টাই ৰাজ্য প্ৰতিষ্ঠিত হয়। এই ৰাজ্যবিলাক অতি সমৃদ্ধিশালী আছিল। চীনাবিলাকে টাই জাতিৰ উন্নত সংস্কৃতি আৰু সমৃদ্ধি পুৰুষানুক্ৰমিকভাবে সহ্য কৰিব নোৱাৰিছিল। এসময়ত দক্ষিণ ব্ৰহ্মত বসবাস কৰা বৰ্মীবিলাক ক্ষমতাশালী হৈ উঠে আৰু অনেক বহুমূলীয়া খনিজ পদাৰ্থৰে ভৰপূৰ উত্তৰ ব্ৰহ্মৰ টাই অধ্যুষিত অঞ্চল অধিকাৰ কৰিবলৈ যত্ন কৰে। যুদ্ধত বলে নোৱাৰি টাইসকলৰ মাজত বিভেদ-নীতি প্ৰয়োগ কৰি টাইসকলক থান-বান কৰি পেলায়। অষ্টাদশ শতাব্দীৰ আৰম্ভণিতে এখন দুখনকৈ টাই ৰাজ্য কৰতলীয়া হ'বলৈ ধৰে। কিন্তু আলমুক্ৰাৰ দিনত সমগ্ৰ উত্তৰ ব্ৰহ্ম নিজৰ অধীনলৈ অহাই নহয়; এই অঞ্চলত শোষণ-নিষ্পেষণ আৰম্ভ হোৱাত এটা এটাকৈ কেইবাটাও টাই মানুহৰ দল পাটকাই পাৰ হৈ আহে।

১৭৫৭-৫৮ চনৰ কথা। উত্তৰ ব্ৰহ্মৰ টাই ৰাজ্যত হোৱা নিৰ্য্যাতনৰ বাতৰি লৈ চাৰিজন নৰাৰ কটকী আহিছিল। তেওঁবিলাকে স্বৰ্গদেৱক ভাই ৰজা বুলি সম্বোধন কৰিছিল। এই সময়তেই বৰখামতি দেশৰপৰা এদল মানুহ আহি খামং অঞ্চলত বসবাস কৰিবলৈ লয়। খামং পাটকাইৰ এই পাৰে অৱস্থিত এটি সৰু মালভূমি। ১৭৭২ চনত ব্ৰহ্মৰজাৰ প্ৰতাপত থাকিব নোৱাৰি কিছুমান খাময়াং মানুহ আহি শদিয়াত ওলায়হি। তেওঁ-বিলাকক স্বৰ্গদেৱে শদিয়াৰ পূবে পূৰ্বৰ মুলুকৰ মাটিত সংস্থাপিত কৰি থয়। অলপ দিনৰ পিছতে শদিয়াখোৱা গোহাঁইক বধ কৰাত কোঁৱৰ সেনাপতিৰ অধীনত এদল সৈন্য পঠিয়ায়। এই বাতৰি পাই তেওঁবিলাকৰ নেতা নাখামৰে সৈতে শদিয়াৰপৰা গুচি যায় কিন্তু গৌৰীনাথসিংহৰ দিনত খামতি, খাময়াং, ফাকে কেইবাদলো মানুহ আহি শদিয়াত বাস কৰিবলৈ লয়। এইবিলাক মানুহ আলমুক্ৰাৰ দমননীতিৰ ফলতে আহিবলৈ বাধ্য হয়। সেয়ে হলেও ব্ৰহ্মৰজাই অসম ৰজালৈ সমীহ কৰি চলিছিল। মণিপুৰ আক্ৰমণ কৰিছিল যদিও অসমৰ সৈন্য যোৱা শুনি আপুনি মণিপুৰ এৰি গৈছিল। কিন্তু বদন বৰফুকনে ৰৰৰৰ সকলো সম্ভেদ দি নিজে বাট দেখুৱাই অনাৰ উপৰিও যুদ্ধৰ খৰছ হিচাপে বিস্তৰ ধন-সোণ দিবলৈ গাত লৈছিল। বৰফুকনে যোৱামৰীয়া বিদ্ৰোহত দেশৰ আলাই-আথানিৰ কথা, ৰাজপাটত প্ৰকৃত ৰাজবংশৰ উত্তৰাধিকাৰী নথকা, বুঢ়াগোহাঁয়ে ক্ষমতা কবায়ত্ত কৰা, প্ৰকৃত ৰাজকোঁৱৰে প্ৰাণৰক্ষা কৰিবলৈ পলাই যোৱা আদি বহুতো কথা সান-মিহলি কৰি মানৰজাক প্ৰত্যয় নিয়াবলৈ সক্ষম হৈছিল যদিও সবাতোকৈ গুৰুত্বপূৰ্ণ ভূমিকা গ্ৰহণ কৰিছিল ৰঙিলী কুঁৱৰীয়ে।

সুৰাগী ৰাণীৰ কথা পেলাব পৰা নাছিল ৰজাই। সুদূৰ বিদেশত লগ পাইছিল দেশৰ এজন ককায়েকক। আই-বোপাই, ককাই-ভাই, বাই-ভনীৰ-পৰা বিছিন্ন হৈ পৰা বঙিলীৰ বাবে সেইজন ককায়েক আছিল আপুৰুগীয়া। মুক্ত হৃদয়েৰে আগ বাঢ়ি আহিছিল, সহায় কৰিবলৈ। মাতৃ-ভূমিৰ আকুল আহ্বানৰ প্ৰতি সঁহাৰি জনাই ৰজাক সন্মত কৰাইছিল কিন্তু এই সন্মতিয়ে যে মাতৃভূমিক উচ্ছন্ন কৰিব, বঙিলীয়ে বুজিব পৰা নাছিল। যিদিনা অসম ৰক্তাক্ত হৈছিল, যিদিনা অসমত করুণ আৰ্তনাদত গগন-পৱন নিনাদিত হৈছিল, যিদিনা গাওঁ-ভূঁই, ঘৰ-দুৱাৰ প্ৰলয়ঙ্কৰী অগ্নিৰ লেলিহান শিখাই গ্ৰাস কৰিছিল, যিদিনা অসম এখন শ্মশান-ভূমিত পৰিশালিত পৰিণত হৈছিল, তাৰ বাতৰি জানো বঙিলী কুঁৱৰীয়ে পাইছিল? যদি পাইছিল, তাক বোধ কৰাৰ জানো উপায় আছিল? পূৰ্ণানন্দ বুঢ়াগোহাঁই যিমানেই ক্ষমতাপ্ৰিয়, আত্মকেন্দ্ৰিক, স্বজনপ্ৰিয় নেথাকক কোনো সময়ত বিদেশীক প্ৰশ্ৰয় দিয়া নাছিল।

অসমত মানৰ আক্ৰমণো এক প্ৰকাৰ আত্মক্ষয়ী সংগ্ৰাম। মান ৰজাৰ সৈন্যদলত উত্তৰ ব্ৰহ্মৰ টাই-শ্যান ৰাজ্যসমূহৰ মানুহৰ সংখ্যাহে অধিক আছিল। এইবোৰ সৈন্যই অসমৰ সৈন্যদলৰ সাজ-পাৰ, মাত-কথা, কৃষ্টি-সংস্কৃতি সুকীয়া দেখি একে তেজ-মঙহৰ বংশধৰসকলক শত্ৰু বুলি গণ্য কৰিছিল আৰু অকথনীয়, অমানুষিক অত্যাচাৰ কৰিছিল। প্ৰথম আক্ৰমণত গাওঁ-ভূঁই পুৰি আতঙ্ক সৃষ্টি কৰিছিল যদিও প্ৰজাৰ ওপৰত অত্যাচাৰ কৰা নাছিল। ৰজাঘৰৰপৰা ধন-সোণ লৈ উলটি গৈছিল। হাজাৰসিং ৰঙালক ষাঠিহেজাৰ টকাৰ লোভ দেখুৱাই বৰফুকন পদ লোৱা বদনে ৰাজভঁৰাল লুৰুকি মানৰজাক সন্তুষ্ট কৰাৰ কৌশল নজনাৰ কাৰণ নাই। এইবাৰ সন্তুষ্ট হৈ মান সৈন্য উলটি গৈছিল।

দ্বিতীয় বাৰ মান আহিল চন্দ্ৰকান্তসিংহৰেই নিমন্ত্ৰণত। ৰুচিনাথ বুঢ়াগোহাঁয়ে পুৰন্দৰসিংহক ৰজা পাতি চন্দ্ৰকান্তক অঙ্গক্ষত কৰাইছিল। দ্বিতীয়বাৰ মান আহি গাওঁ-ভূঁই ভাঙি কেইবাহেজাৰো ডেকা গাভৰুক বন্দী কৰি লৈ গৈছিল।

তৃতীয়বাৰ মান আহিছিল অনাহূত হৈ। যোগেশ্বৰসিংহক পুতলা ৰজা পাতি জাবৰক বৰবৰুৱা পাতিছিল। বৰখামতিৰপৰা আহি অসমত বসবাস কৰা জাবৰ বৰবৰুৱাই মিৰ্জিমাহা তিলোৱাৰ সমানেই অত্যাচাৰ কৰিছিল। মোৱামৰীয়াৰ তৃতীয় বিদ্ৰোহত দিহিং-দিচাং-ধনশিৰী উপত্যকা উচ্ছন্ন হৈছিল। মোৱামৰীয়া আৰু ৰজাঘৰীয়া উভয় পক্ষৰে জনসংখ্যা

ক্ষীণ হৈ পৰিছিল। উত্তৰপাৰ আৰু নগাঁও তুলনামূলকভাৱে সমৃদ্ধিশালী আছিল, গতিকে মানৰ উপদ্ৰৱ এইবোৰ অঞ্চলত অধিককৈ হৈছিল। ম'হ-গড়ৰ ৰণৰ সময়ত মিঙিমাহা বন্দুলা নামৰ এজন সেনাপতিৰ অধীনত আৰু এক ফৌজ সৈন্যই যোগ দিয়েছি। খামতি, চিংফৌ, দোৱনীয়া মানুহেও পিছলৈ মানৰ লগত সহযোগ কৰে।

মিঙিমাহা তিলোৱাই তেওঁৰ সৈন্যবোৰক লুটপাট কৰি ধন-বস্তু আহৰণ কৰিবলৈ আৰু প্ৰজাক অকথনীয় অত্যাচাৰ কৰিবলৈ উচটনি আৰু উদগনি দিছিল। যোগেশ্বৰসিংহ আছিল এই অত্যাচাৰৰ নীৰৱ দৰ্শক। আৰৰ বৰবৰুৱা আছিল মিঙিমাহাৰ আজ্ঞাবাহী ভৃত্য। অত্যাচাৰৰ সীমা নাছিল। দোষী-নিৰ্দোষীৰ বিচাৰ নাছিল। বীভৎস, অমানুষিক হত্যাকাণ্ডৰ তেজ পিবলৈ শ্মশানৰ ডাকিনী-যোগিনী আহি মানসৈন্যৰ লগ লাগিছিল। কাৰোবাক মূৰৰপৰা গুপ্তাঙ্গৰ ওচৰলৈ সমানে দুফাল কৰি হত্যা কৰিছিল, কাৰোবাৰ কটা মূৰ উফৰি দূৰত পৰিছিল, কাৰোবাৰ হাত-ভৰি, নাক-কাণ এটা এটাকৈ কাটি বধ কৰিছিল, গৰ্ভাৱতী তিৰোতাৰ গৰ্ভ ফালি সন্তান উলিয়াই বিকৃত আনন্দ লাভ কৰিছিল, অকুমাৰীৰপৰা বৃদ্ধা পৰ্য্যন্ত ধৰ্ষণৰ বলি হৈছিল, ঘৰে-ঘৰোৱাহে ভিতৰত থৈ দুৱাৰ বান্ধি ঘৰ-জুই দিছিল, দুয়োখন ভৰিৰ তলুৱা পিছপিনে একেঠাই কৰি শলা মাৰি বন্দী কৰি থৈছিল।

নগাঁৱৰ কাষৰি গাঁৱৰ সেই দৃশ্য সবাতোকৈ ভয়াবহ, কৰুণ, মৰ্মন্তুদ। এখন বৰ ডাঙৰ বাঁহৰ চাং সাজি তাত লৰা-ছোৱালী, ডেকা-গাভৰু, বুঢ়া-বুঢ়ী বহুতো মানুহ তুলি তলত জুই দিছিল। প্ৰাণ কাতৰে মানুহে চিঞৰত স্বৰ্গধ্বনি লগাইছিল, কান্দোনত গছৰ পাত সৰকাইছিল। নিষ্ঠুৰ আক্ৰমণকাৰীহঁতে এই অৱস্থাত থিত পাৰি হাঁহিছিল।

নিজান নিশাৰ নিবিড় আন্ধাৰ ভেদি বহুত দিনলৈকে কাষৰি গাঁৱৰ এৰাবাৰীত কৰুণ আৰ্ত্তনাদ শুনা গৈছিল। মৰিলোঁ ঐ, নেমাৰিবি ঐ, আমি একো কৰা নাই ঐ। বাৰে বাৰে ভাহি অহা কৰুণ আৰ্ত্তনাদে ভয়াবহতা বৃদ্ধি কৰিছিল। গাওঁ-ভুঁই লুটিবলৈ মানসৈন্যবোৰ ছেদেলি-ভেদেলি হৈ পৰিছিল। অসমীয়া মানুহেও গোটা বাঁহ পুতি গড় মাৰি আত্মৰক্ষাৰ দিহা কৰিছিল আৰু তাকৰীয়া মান সৈন্য পালে কাটি খাত্তাং কৰিছিল। ম'হগড়ৰ যুদ্ধৰ সময়ত পূৰ্বতে অহা মানসৈন্যৰ আধাতকৈ সৰহ মৃত্যুৰ মুখত পৰিছিল কিন্তু মিঙিমাহা বান্দুলাই অতিৰিক্ত ওঠৰ হেজাৰ সৈন্য লৈ আহি ভৰা দিয়াতহে মানৰ জয় হ'ল।

মানৰ আক্ৰমণে পোনপটীয়াকৈ বাট কাটি দিলে ইংৰাজলৈ। ইষ্ট

ইণ্ডিয়া কোম্পানীৰ কৰ্তৃত্বাধীন অঞ্চলত মান সৈন্যই অনুপ্ৰবেশ কৰাৰ অভি-যোগতে অসম সোমাই মানক পৰাস্ত কৰি অসম অধিকাৰ কৰে। পুৰন্দৰ সিংহই মান খেদিবলৈ বুলি সহায় বিচাৰোঁতে প্ৰত্যাখান কৰিছিল কিন্তু দুদিন নৌ হওঁতেই অসমপৰা মান খেদিবলৈ বুলি আহি খোপনি পুতি ৰহিলহি। পোনতে মানক খেদি অসম এৰি থৈ যোৱাৰ প্ৰতিশ্ৰুতি দিছিল, কিন্তু মুৰকত সেয়ে নহ'ল। অসম ইংৰাজৰ অধীনলৈ গ'ল।

মানৰ আক্ৰমণে অসমৰ ধন-জন সকলো চুঁচি নিলে। লাখৰ হিচাপত প্ৰজা মৰিল। ইয়াৰ আগতে সৰহীয়াকৈ প্ৰজা মৰিছিল মোৱামৰীয়াৰ তৃতীয় বিদ্ৰোহত। তেতিয়া প্ৰজাৰ হাতত প্ৰজা মৰিছিল; প্ৰজাই প্ৰজাক বলি লৈছিল। এই বিদ্ৰোহৰ সময়ত হোৱা আকালত অনাহাৰে-অনিদ্ৰাই বহুতো মানুহ মৰিছিল। গাওঁ গুচি এৰাবাৰী হৈছিল। তৃতীয়তে মৰিছিল গৌৰীনাথসিংহৰ দিনত হোৱা ৰৰজহনী মহামাৰীত। কটা-কটি, আকাল, মহামাৰীত মৃত্যু হোৱা মানুহৰ অতৃপ্ত আত্মাই হাঁহাকাৰ কৰি ফুৰিছিল। গৌৰীনাথসিংহৰ দিনত প্ৰজা-সংখ্যা অনেক লাখৰ হিচাপত কমি নোযোৱা হ'লে মানৰ আক্ৰমণ ভেটা দিবলৈ সাহস গোটাব পাৰিলেহেঁতেন।

মানৰ আক্ৰমণৰ পটভূমিতে তুংখুঙীয়া ৰজা দুষৰ, পিছলৈ তিনিষৰ হ'ল। চন্দ্ৰকান্ত হাদিৰাচকী-ম'হগড়ত, পুৰন্দৰসিংহ বিজনী-গোৱালপাৰাত যোগেশ্বৰ সিংহ ৰংপুৰত মানৰ বহতীয়া। চন্দ্ৰকান্ত-পুৰন্দৰৰ শক্তি সন্মিলিত হোৱা হ'লে ম'হগড়ৰ ৰণত জয়ী হোৱাৰ সম্ভাৱনা উজ্বল আছিল। পূৰ্বতে ডা-ডাঙৰীয়াৰ লক্ষ্য আছিল জাতি-প্ৰীতি, দেশপ্ৰীতি। আনুগত্য আছিল সিংহাসনলৈ, ৰজালৈ। শেহৰপিনে লক্ষ্য পৰ্য্যবসিত হ'ল বিষয়-মৰ্য্যাদালৈ। মোৱামৰীয়া বিদ্ৰোহত অনেক প্ৰাচীন বংশ উচ্ছন্ন হ'ল; ডাল-পাতত গজা বিষয়া চ'ৰাত বহিল। খেলি-মেলি হ'ল পৰামৰ্শত। সামৰিক নেতৃত্বৰ বাবে খামিডাঠ, ৰণুৱা, বিষয়া নোহোৱা হ'ল। পূজাৰী, ভকতীয়া, নিৰামুহীয়া, ৰৰালিখুকুৰা ৰণুৱাই দা-যাঠি দেখিলেই পৃষ্ঠভঙ্গ দিয়ে। কেপ্তেইন ওৱেলছে হিলৈ আৰু নাও লৈ গৈছিল। ওঠৰ কোম্পানী চিপাহী আছিল। মানসৈন্যৰ তুলনাত এমুঠি। ৰজা, প্ৰজা, বিষয়া-মন্ত্ৰী সকলোৰে মন বিক্ষিপ্ত, লক্ষ্য বিচ্যুত, প্ৰচেষ্টা বিচলিত। পৰিণতি স্বৰূপে স্বাধীনতাৰ ৰঙা বেলি কালৰ কৰাল গ্ৰাসত বিলীন হ'ল।

## গমধৰ-পিয়লি ঃ বিদ্ৰোহৰ জুই

১৮২৪ চনৰ ফাগুন মাহ। ব্ৰহ্মপুত্ৰৰপৰা এজাক ধূলি-ধূসৰিত শুকান বতাহ বৈ আহিছিল। মানৰ অত্যাচাৰৰ বিভীষিকা তেতিয়াও মাৰ যোৱা নাই। বৈ বৈ বতাহত উৰি আহে আতঙ্কৰ আৰ্ত্তনাদ, শিশু-নাৰীৰ করুণ ক্ৰন্দন। ৰাতিৰ আন্ধাৰে সেই ভয়াবহতাৰ গভীৰতা বঢ়াই তোলে। তেনে এক পৰিবেশত ডেভিদ স্কটে গুৱাহাটীত দৰবাৰ পাতিছিল আৰু ডা-ডাঙৰীয়াসকলৰ উপস্থিতিত ঘোষণা কৰিলে,

'হে অসমৰ প্ৰজাসকল, আমি আপোনাসকলৰ দেশ জয় কৰিবলৈ অহা নাই। সেই আকাঙ্ক্ষাও আমাৰ নাই। আমাৰ শত্ৰু খেদি আপোনা-সকলৰ ৰাজ্য পাতিবলৈহে আহিছোঁ ........?'
ঘোষণা শুনি সমবেত ৰাইজে হৰি-ধ্বনি কৰি সমৰ্থন কৰিলে। নিৰ্য্যাতিত কণ্ঠত আশাৰ বাণী সঞ্চাৰিত হ'ল।

১৮২৫ চনৰ ৩১ জানুৱাৰীৰ দিনা মানে আত্মসমৰ্পণ কৰে। ইয়াৰ প্ৰায় এমাহ পিছত ভাৰতৰ সকলো ইংৰাজ কোঁঠতে তিনি জাঁইকৈ হিলৈ মাৰি মানসৈন্যক পৰাস্ত কৰাৰ বাতৰি ঘোষণা কৰিলে। অসমৰ প্ৰজা আৰু ডা-ডাঙৰীয়াই সেই শব্দ শুনি স্বস্তিৰ নিশ্বাস পেলালে। কিন্তু এই আত্মসন্তুষ্টিৰ পিছল বাটেদিয়ে স্বাধীনতা সৰকি গ'ল। অপৰিণামদৰ্শিতাই ডা-ডাঙৰীয়াৰ চকু আচ্ছন্ন কৰি ৰাখিছিল।

১৮২৬ চনৰ ফাগুন মাহ। কেইবাদিনো ধৰি ফেৰফেৰীয়া কুকুৰা বতাহ বলিছিল। ডালত লাগি থকা পকা-শুকান পাত কেইখিলা খিল্‌খিল্‌কৈ সৰি পৰিছিল। ২৪ ফেব্ৰুৱাৰী দিনটো, বতৰ গোমা, আকাশ ডাৱৰে আবৰা। অসমৰ ৰজা-প্ৰজা সকলোৰে অজ্ঞাতে ব্ৰহ্মদেশৰ ইয়াণ্ডাবুত সন্ধি হ'ল আৰু সেই সন্ধিৰ দুই নম্বৰ ধাৰা অনুসৰি অসম ইংৰাজৰ হাতলৈ গ'ল। যথাৰ্থতে সেইদিনাই অসমৰ স্বাধীনতাৰ বঙা বেলি মাৰ গ'ল—গোমা বতৰ আৰু কলীয়া ডাৱৰৰ বুকুত। সেইদিনা ৰজা-প্ৰজা কাৰো কণ্ঠতে প্ৰতিবাদৰ ক্ষীণ, অনুচ্চ প্ৰতিধ্বনি এটিও শুনিবলৈ নেপালে।

১৮২৫ চনৰ মেই মাহ। ডেভিড স্কট আৰু কৰ্ণেল ৰিচাৰ্ডে অসমক চাৰিটা ভাগত ভাগ কৰিলে। নামনি অসম, উজনি অসম, মটক ৰাজ্য,

শাসিত ৰাজ্য। মটক-শাসিত ৰাজ্যক কিছুমান ক্ষেত্ৰত স্বতন্ত্ৰীয়া হৈ থাকিবলৈ দি বাকী দুই খণ্ড ইংৰাজৰ খাচ দখলত ৰাখিবলৈ দিয়া কৰিলে। অসমত প্ৰবেশ কৰি আহোমৰ শাসন-পদ্ধতি আৰু বুৰঞ্জী অধ্যয়ন কৰি ডেভিড স্কট স্তম্ভিত হ'ল। ছশ বছৰ ধৰি একেটা বংশই, একে নিয়মেৰে শাসন কৰি থকা কথাটো জানি আৰু যাইকৈ বাৰে-বৰণীয়া জাতি-উপ-জাতি সামৰি একগোট হৈ থকা দেখি ডেভিদ স্কটে এই জাতিটোক দমন কৰি ৰখা টান হ'ব বুলি প্ৰত্যয় গৈছিল।

নামনি অসমৰ এটা অঞ্চল অলপ দিন মোগলৰ অধীনত আছিল আৰু তাত মোগল শাসন-পদ্ধতি প্ৰচলন হৈছিল তথাপি সি বঙ্গদেশতকৈ পৃথক আছিল। আহোম-শাসন পদ্ধতি, যাইকৈ পাইক-প্ৰথা ইংৰাজ-শাসন প্ৰণালীৰপৰা একেবাৰেই সুকীয়া অথচ ভাৰতত অনন্য আছিল। সেইবাবে তেওঁ নামনি অসমত বঙ্গদেশত চলা শাসন-পদ্ধতিকে চলাই, উজনি অসমত পুৰণি প্ৰথাকে বাহাল ৰাখিলে। তাকে কৰিবলৈ অৰ্থাৎ জোখ-মাখ কৰিবলৈ যজ্ঞোৰাম, কাশীনাথ আৰু ভূধৰ এই তিনিজন অসমীয়া মজিন্দাৰ বৰুৱাক নিযুক্তি দি বাকী সকলো অসমৰ বাহিৰৰপৰা আমদানী কৰিছিল। এই-সকলৰ উপাধি আছিল : ৰায়, ঘোষ, সেন, মুখাৰ্জী, চক্ৰৱৰ্ত্তী, নাথ, নন্দী, বাগচী, দত্ত, পাল, ঘোষাল, গুপ্ত ইত্যাদি। কেইজনমান ৪।৫ টকা দৰমহা পোৱা অসমীয়া কৰ্মচাৰী আছিল। পুৰণি পৰম্পৰাৰ বিষয়াসকল এই নতুন নিয়ম-নীতিৰ বাবে আচহুৱা আছিল আৰু ইংৰাজী-পদ্ধতিৰে হিচাব-পাতি ৰাখিব নোৱাৰে বুলি বদনাম আছিল। বিশেষকৈ তহচীলদাৰ কামৰ বাবে অনুপযুক্ত আছিল। সম্ভৱতঃ মান-মৰাণৰ উৎপাতত জুৰুলা হোৱা অসমীয়া প্ৰজাক চেপি-খুন্দি কৰ-কাটল আদায় কৰাত স্থানীয় বিষয়াসকল বিফল হৈছিল। সেয়েহে অসমৰ বাহিৰৰ মানুহক তহচীলদাৰ নিযুক্তি দিয়াত আগ ঠাই দিছিল। নামনি অসমৰ বাবে যিমানবোৰ পদ সৃষ্টি কৰা হৈছিল তাৰে ভিতৰত দুটা মহৰী, এটা পণ্ডিতৰ পদহে অসমীয়ালৈ সংৰক্ষিত কৰা হৈছিল বাকী সকলো পদ বাহিৰৰ মানুহেৰে পূৰণ কৰা হৈছিল। কেৱল সেয়ে নহয়, বাহিৰৰ মহৰী কেইজনক মাহে ৩০ টকাকৈ বেতন দি অসমীয়া কেইজনক মাহে ২৫ টকাকৈহে দিয়া হৈছিল। সেইদৰে উজনি অসমত বিচাৰ বিভা-গটো বৰফুকনৰ হাতত ৰাখি বাকীবোৰ পদ নামনি অসমৰ দৰেই বাহিৰৰ মানুহক দিয়া হৈছিল। নামনি অসমত পূৰ্বতে হাদিৰাচকীত দুৱৰীয়া বৰুৱাৰ বিষয় খোৱা হলিৰাম ঢেকিয়াল ফুকনক চিৰস্তাদাৰ পদত নিযুক্তি দিয়া হৈছিল। সম্ভৱতঃ ঢেকিয়াল ফুকনৰ বঙলা ভাষা-জ্ঞান প্ৰচুৰ বুলি ভাবিহে নিযুক্তি দিছিল। তেওঁ তেওঁৰ 'আসাম বুৰঞ্জী' খনৰ যোগেদি যোগ্যতা

প্ৰতিপন্ন কৰিছিল। অকল সেয়ে নহয়, তেওঁ অসমৰ ৰীতি-নীতি, জাতি আৰু সংস্কৃতিক কটু ভাষাৰে ব্যঙ্গ কৰি বঙ্গলাভাষী মানুহৰ দৃষ্টি আকৰ্ষণ কৰিছিল।

উজনি অসমৰপৰা তেতিয়াও মান যোৱা নাই। নামনি অসমত ডেভিদ স্কটে শোষণৰ জালৰ খেও মাৰিবলৈ আৰম্ভ কৰিলেই। পোনতে ১৮২৫-২৬ চনত ১,৪৮,১১২ টকা আদায় কৰিবলৈ চৌধুৰী পাটোৱাৰী নিযুক্ত কৰিছিল। যদিও মুৰকত ১,৭১,৮২৪ টকা সংগ্ৰহ কৰিলে। প্ৰমত্তসিংহৰ দিনত কামৰূপত মাটি-পিয়লৰ যি কাকত-পত্ৰ যুগুত হৈছিল, তাকে চাই ভেটিত স্কটে ওপৰৰ হিচাপটো উলিয়াইছিল। এই কাকত-পত্ৰ দিছিল এজন ৰজাদিনীয়া মজিন্দাৰ বৰুৱাই। ১৮২৬-২৭ চনত ৰাজহ সংগ্ৰহ কৰিছিল ২,৯০,৪৫৭ টকা অৰ্থাৎ আগৰ বছৰতকৈ ৪২,৭৭৪ টকা অধিক। স্কটে অৱশ্যে নানকাৰ, দেৱোত্তৰ, ব্ৰহ্মোত্তৰ মাটিতো খাজানা লৈছিল। এই খাজনাৰ নিৰিখ আছিল পুৰাত আঠ অনা।

উজনি অসম একালত সবাতোকৈ সমৃদ্ধিশালী অঞ্চল আছিল। ধান-চাউলৰ দাম আছিল সামান্য। সকলো প্ৰজাই খেতিয়ক; স্বাবলম্বী। বিনিময় প্ৰথাৰে হাট-বজাৰ, বেহা-বেপাৰ চলিছিল। পাইকে গা-খাটি খাজানা দি গাইপ্ৰতি দুপুৰা দ-খেতিৰ ৰূপিত মাটি পাইছিল। অধিকাকৈ মাটি খালে পুৰাত এটকাকৈ খাজানা দিছিল। ৰজাৰ ঘৰত গা-খাটি নিদিলে দুপুৰা মাটিৰ বাবে বছৰেকত তিনিটকা খাজানা দিব লাগিছিল। ডা-ডাঙৰীয়া, বা-বিষয়াই মৰ্য্যাদা অনুসৰি নগদ ধনৰ বেতনৰ পৰিবৰ্ত্তে খাত-পাম আৰু লিকচৌ পাইছিল। বাৰী মাটিৰ বাবে কোনো খাজানা দিব নেলাগিছিল। তাতে বাৰী-মাটি পুৰুষানুক্ৰমে ভোগ কৰিব পাৰিছিল। দেশৰ বয়স্ক প্ৰতিজন লোকক পাইক বোলা হৈছিল। পাইকৰ সাধাৰণ ভাগ দুটা কাঁড়ী আৰু চমুৱা। উচ্চখাপৰ এই চমুৱাসকলে গা-খাটি দিয়াৰ পৰিবৰ্ত্তে নগদ ধনেৰে খাজানা দিছিল। কাঁড়ী-পাইক যুদ্ধলৈ গৈছিল আৰু ৰজা-ঘৰীয়া অন্যান্য দায়িত্ব পালন কৰিছিল। আনবিধ পাইক অৰ্থাৎ শিল্প-কৰ্মত নিয়োজিত কঁহাৰ, কমাৰ, কুমাৰ, সোণাৰি, জাপিসজীয়া, ধেনুচোঁচা চাউলকঁৰা আদি খেলৰ মানুহে কাঁড়ী-পাইকৰ দৰেই দুপুৰা গা-মাটি পাইছিল। সোণোৱাল-ৰূপোৱাল আদি খেলে ৰজাঘৰত যোগাবলগীয়া পাৰিমাণৰ উপৰঞ্চি উপাৰ্জনৰ বাবে কৰ দিব লাগিছিল।

ডেভিদ স্কটে উজনি অসম খণ্ডৰ ভাৰ হাতত লৈয়েই ইষ্ট ইণ্ডিয়া কোম্পানীৰ অধীনস্থ ভাৰতৰ অন্যান্য জিলাৰদৰে উজনি অসমৰ শাসন-ব্যৱ-

স্থাৰ দিহা কৰিলে আৰু পদবীসমূহ মোগলাই আহিত নামকৰণ কৰিলে। আনপিনে পূৰ্ব্ব পদ্ধতিৰেই ৰাজহ আদায়ৰ অৰ্থে জনচেৰেক বঙ্গাদিনীয়া বিষয়াক নিযুক্তি দিলে। এই সময়ত স্কট দোধোৰ-মোধোৰত পৰিছিল। স্কটে লগত লৈ অহা বঙালী বিষয়াবিলাকেও দক্ষতাৰে নামনি অসমত কাম কৰিব পৰা নাছিল আৰু খাইকৈ প্ৰশাসনীয় ভাষা-মাধ্যমৰ বাবে স্থানীয় লোকো বিচাৰি উলিয়াব পৰা নাছিল। এক বিদেশী ফিৰিঙ্গিৰ অধীনস্থ হ'ব লাগে; দুই, কেৱল এমুঠি নগদ ধনৰ বাহিৰে অন্যান্য সুবিধা নথকাত বহুতো উপযুক্ত অসমীয়াই চাকৰি কৰিব নুখুজিছিল। সেইবাবে ডেভিদ স্কটে ৰাজ্যখন ৰাজবংশৰ কোনোবা এজনক যুৰাই দিবলৈ উৰ্দ্ধতন কৰ্ত্তৃপক্ষক পৰামৰ্শ দিছিল। তেওঁ অৱশ্যে পূৰ্বেই এই আশ্বাস দিছিল। তিনি-জনা ডাঙৰীয়া এক মত হ'লে ৰজাক ভঙা-পতা কৰিব পাৰে, গতিকে তেওঁ এই সীমাবদ্ধ ৰাজশক্তিক অধিক কাৰ্য্যক্ষম কৰি তুলিব খুজিছিল কিন্তু কোম্পানীৰ কৰ্ত্তৃপক্ষই পদে পদে এই ক্ষেত্ৰত বাধা দিছিল।

স্কটে ভাবিছিল, ৰাজ্যখন আহোমক যুৰাই দিলে, পূব সীমান্তৰপৰা আক্ৰমণৰ সন্মুখীন হ'ব আহোম ৰজা। গতিকে কোম্পানীৰ অনাহক ব্যয় বাহি হ'ব। খামতি, চিংফৌ, মৰাণ, নগা, মান, আবৰ, ডফলা, মিচিমি আদি জাতিয়ে মূৰ দাঙি ভৈয়ামত উৎপাত কৰিলে আহোমেই ভোটিব লাগিব। তদুপৰি সেই সময়ত ডেভিদ স্কটৰ হিচাপত উজনি অসমৰ জন-সংখ্যা আছিল তিনিলাখ, তাৰে কৰদাতা পাইকৰ সংখ্যা মাত্ৰ ৪০,০০০ হ'ব। তেওঁ কৰ্ত্তৃপক্ষক জনাইছিল যে এই খণ্ডৰপৰা অতি বেছি ১,৮০,০০০ টকা আয় হ'ব। পোনতে অৱশ্যে এক লাখ বিশ হেজাৰ টকা হ'ব বুলিহে হিচাপত পাইছিল। আচলতে এই খণ্ডৰ জনসংখ্যা আঢ়ৈলাখৰ অধিক নাছিল।

মোৱামৰীয়াৰ তৃতীয় বিদ্ৰোহৰ সময়তে উজনি খণ্ড উপান্ত হৈছিল। সেই সময়তে অনেক খেল-মেল ভাগি খেলি-মেলি হৈছিল। মানুহৰ আৰ্থিক অৱস্থা পানীত হাঁহ নচৰা হৈছিল। তাতে মানৰ আক্ৰমণে অৱস্থাৰ অধিক অৱনতি ঘটাইছিল। সৰহভাগ মানুহেই ধন-বস্তু মাটিত পুতি থৈ পলাই-ছিল বা পুখুৰী-নাদত টোপোলা 'বান্ধি পেলাই ঘৰ-দুৱাৰ এৰি আঁতৰি গৈছিল। মানৰ আক্ৰমণৰ অন্তত কোনো কোনোৱে উলটি আহি বয়-বস্তু উলিয়াই লৈছিল আৰু অনেকৰ ধন-বস্তু মাটিয়ে খাইছিল। কাৰণ, গৰাকীৰ প্ৰাণ হানি ঘটিছিল। এনে এক পৰিবেশতে ডেভিদ স্কটে দেশ চলজি লৈছিল।

আহোম ৰাজত্বত আঠজন বৰকাকতিয়ে ৰাজ্যৰ উপাৰ্জন আৰু হৰণ-ভগনৰ হিচাপ কাকত কৰি লিখি ৰাখিছিল। গৰীয়া উঁবাৰত ধন-ধৰ জমা দিয়ে। এই হিচাপ ৰাখিবলৈ পাঁচজন উঁবালী-কাকতি আছিল। উঁবালী-কাকতিয়ে মাহেকৰ মূৰত সকলো হিচাপ কাকত কৰি পাঁচ চাং-কাকতিক দিয়ে। পাঁচ চাংকাকতিয়ে বৰচ'ৰাৰ আঠ বৰকাকতিক দিয়ে। এই আঠ বৰকাকতিৰে তিনিজনে মাটি-পিয়লৰ হিচাপ ৰাখে আৰু বাকী পাঁচজনে অন্য উৎপন-ভগনৰ হিচাপ ৰাখে। ডেভিদ স্কটে আঠ বৰকাকতিৰপৰা জমিজমাৰ কাকত চমজি ললে। লগত আছিল কৰ্ণেল বিছাৰ্ড।

স্কটে ফুকন, বৰুৱা, ৰাজখোৱা কাকতি, কটকী আদি পদ অক্ষুণ্ন ৰাখি জমি-জমা স্থিৰ কৰিবৰ নিমিত্তে আগৰ ৰজাৰ দিনৰ বৰগোহাঁই ধঞ্জয় (পিয়লিয়া), বুঢ়াগোহাঁইপৰীয়া পিজো, দেওৰাম দিহিঙ্গীয়া ফুকন, কাশীনাথ চেতিয়া ফুকন, এইসকলক নিয়োগ কৰি লগত বঙালী চন্দ্ৰধৰ ৰায়ক দিলে। তেওঁবিলাকে বৰকাকতি, পাথিকাকতি, টাঙনিকাকতি, পিয়লা কাকতি আদিক লগত লৈ উজনিখণ্ড পিয়ল কৰি ১৮০৫১ গোট অৰ্থাৎ ৫৪,১৫৩ জন খাজানা দিবলগীয়া পাইক পালে।

নামনি অসমত পোনে পোনে বঙালী তহচীলদাৰ পাতিছিল কিন্তু উজনিত জনাৰ্দন বৰবৰুৱাক শতকৰা দুটকা কমিছনত গোটেই খণ্ডৰ তহচীলদাৰ পাতিলে। আনপিনে লম্বোদৰ বৰফুকনক বিচাৰকৰ উপৰিও পাঁচ কোম্পানী অসমীয়া চিপাহীৰ কাপ্তান পাতিলে। বিচাৰকৰ ক্ষমতা দিলে— ছমাহ কাটেক, ডেৰকুৰি বেতৰ কোব আৰু ৫০ টকা জৰিমনাৰ; আৰু বেতন দিলে নগদ ধন তিনিশ টকা আৰু ৫০টা লিকচৌ।

চন্দ্ৰকান্তসিংহ, পুৰন্দৰসিংহ আৰু যোগেশ্বৰসিংহ, তিনিজন ভগা-ৰজাৰ দিনৰ অনেক ডা-ডাঙৰীয়া নিৰ্ক্ৰমা হৈ পৰিল। মধ্যখাপৰ চাকৰিত লিখা-পঢ়া জনা ব্ৰাহ্মণ-কায়স্থৰ ঘৰৰ দুই-চাৰিজন চাকৰিত সোমাল আৰু কোম্পানীৰ বিষয়বৰীয়াৰ সান্নিধ্যলৈ আহি সুবিধা লাভ কৰিবলৈ ধৰিলে। ১৮২৫-২৬ চনত কোম্পানীয়ে ১,৩৯,৬১৫ টকা খাজানা পাব বুলি আশা কৰি হেঁচা দিছিল কিন্তু তুলিব পাৰিছিল মাত্ৰ ২৮,০৫৭ টকা। স্বাভাৱিকতে জনাৰ্দন বৰবৰুৱাৰ গাত অযোগ্যতাৰ অভিযোগ পৰিছিল।

১৮২৫ চনৰ নৱেম্বৰ মাহত কৰ্ণেল বিছাৰ্ড ভটীয়াই যোৱাত কৰ্ণেল কুপাৰ জুনিয়ৰ কমিছনাৰ হৈ আহে। কৰ্ণেল কুপাৰে মাধৰাম সন্দাল গোহাঁই-

ইক বৰগোহাঁই পাতি বেলৰ জমা-ধনৰ আধা দিয়ে। জনাৰ্দন বৰবৰুৱাক ভাঙি বৰুৱাৰ চতুৰ্বৰ্গৰ পূৰ্বতনক ভদ্ৰচন্দ্ৰক বৰবৰুৱা পাতি তহচীলদাৰৰ দায়িত্ব দিলে।

১৮২৮ চনত কৰ্ণেল কুপাৰৰ ঠাইত নিউভিল চাহাব এজেণ্টি মুলুক আৰু উজনি অসম উভয়ৰে পলিটিকেল এজেণ্ট হৈ ভদ্ৰচন্দ্ৰক ভাঙি ৰাধানাথক বৰবৰুৱা পাতিলে আৰু প্ৰবৃত্তিৰ অৰ্থে ১৫০০ টকাৰ পাইক বৰবৰুৱাক দিলে আৰু মাধৰাম বৰগোহাঁইক তহচীলদাৰ পাতিলে।

ডেভিড স্কট যিয়েই নহওক, সাম্ৰাজ্যবাদী ইষ্ট ইণ্ডিয়া কোম্পানীৰ শাসক প্ৰতিনিধি। তেওঁৱেই অসমত পোন প্ৰথম টকা-অৰ্থনীতি অৰ্থাৎ নগদ ধনেৰে খাজানা দিয়া, বেতন দিয়া আৰু বেহা-বেপাৰ কৰাৰ কথা প্ৰচলন কৰে। সামাজিক-সাংস্কৃতিক জীৱনৰ গতি যিয়েই কি নহওক, অৰ্থনৈতিক ভাৱে অসমীয়া প্ৰজাক জুৰুলা কৰিলে। প্ৰতি ১০০ গোট পাইকৰ অৰ্থাৎ ৩০০ কাঁড়ী পাইকৰ ৭১ জন বাদ দি বাকী ২২৯ জনত গাই প্ৰতি বছৰি তিনি টকাকৈ অৰ্থাৎ গোটে ন টকাকৈ খাজানা লগালে। চমুৱা পাইকৰ ৬৬জন বাদ দি প্ৰতি ৩০০ৰ ২৩৪ জনত অৰ্থাৎ গোটে ৮ টকাকৈ খাজানা স্থিৰ কৰি সোণোৱালৰ গোটে ১৮ টকা, মৰিয়াৰ গোটে ১৫ টকা, মিৰি-ডফলাৰ গোটে ৩ টকা, দেৱলীয়াৰ গোটে ৪ টকা আঠ অনা। তদুপৰি ভৈয়ামত বাস কৰা মিৰিৰ গোটত ৬ টকা অৰ্থাৎ প্ৰতি কাঁড়ী পাইকৰ তিনি টকা, চমুৱা পাইকৰ ২ টকা ১০ অনা ৪ পাই, সোণোৱালৰ ৬ টকা, মৰিয়াৰ ৫ টকা, মিৰি-ডফলাৰ ১ টকা, দেৱলীয়াৰ এটকা আঠ অনা আৰু ভৈয়ামৰ মিৰিৰ ১ টকা ইয়াৰ উপৰিও দেৱোত্তৰ ব্ৰহ্মোত্তৰ, ধৰ্মোত্তৰ, নানকাৰ মাটিৰ পুৰাত আঠ অনাকৈ খাজানা লগালে। কাটনি মাটিৰ প্ৰতি পুৰাত ১ টকাকৈ ৰাজহ নিৰ্দ্ধাৰণ কৰি খাতোৱাল পাইকৰ প্ৰতি গোটত বছৰি ২২ মোণকৈ চাউল বা তাৰ পৰিৱৰ্তে ২২ টকা খাজানা লগাইছিল কিন্তু পিছৰ বছৰত সেই নিৰিখ বঢ়াই ৩৩ মোণ চাউল বা ৩৩ টকা খাজানা কৰিলে। তদুপৰি খাতত থকা গৰুহাল বা ম'হটোৱে প্ৰতি ৭ টকা আঠ অনাকৈ ওপৰঞ্চি কৰ লগালে।

১৮২৫-২৬ চনত ২৮,০৫৭ টকা, ১৮২৬-২৭ত ৪৬,০৭২ টকা, ১৮২৭-২৮ ত ৩৮,৮৩৫ টকা খাজানা উঠিছিল। ১৮২৮ চনত নিউভিল চাহাবে মাধৰাম বৰগোহাঁইক তহচীলদাৰ ভাঙি কথাসোধা মুক্তিয়াৰ বাসদত্তৰ পুতেক মণিৰামক ৰেভিনিউ চিৰস্তাদাৰ আৰু তহচীলদাৰ পাতে। আৰু দুয়ো পৰামৰ্শ কৰি ওপৰোক্ত নিৰিখত কৰ-কাটল নিৰ্দ্ধাৰণ কৰে। এই নতুন নিৰিখত ১৮২৮-২৯ ত ৭৮৪৫২ টকা আৰু ১৮২৯-৩০ত ১,০০,০০০টকা ৰাজহ উঠে।

অসমৰ বিষয়ে সবিশেষ জনা মণিৰামৰ এই বিষয়ত বহু পৰিমাণে দায়ী আছিল। এই সময়তে পুৰণি বা-বিষয়াৰ নওৱা-নিক্‌চৌৱোৰ লুকলি কৰি দি একেপাট কাঁড়েৰে দুটা চবাই মাৰিলে। প্ৰত্যেক নওৱা-নিকচৌৱে লুকলি হৈ খাজানা দিবলগীয়া হ'ল।

উজনি অসমৰ প্ৰজাৰ মাজত হাহাকাৰ লাগিল। নগদ ধনেৰে খাজানা দি নোপোৱা প্ৰজাই নগদ ধন বিচাৰি হাৰাশুৰি খাই ফুৰিবলৈ ধৰিলে। ধানৰ মোণে অত্যধিক দহঅনা-আঠঅনা। মাহ-সৰিয়হ-গুৰৰ দামো তথৈবচ। গতিকে খেতিয়ক প্ৰজা বিমোৰত পৰিল। বিষয়া শ্ৰেণীটোৰ হাত ছিগিল। যাইকৈ মণিৰামৰ নতুন পৰামৰ্শই দেশীয় প্ৰজাৰেই অধিক ক্ষতি সাধন কৰিলে। ক্ষুব্ধ হ'ল অসমীয়া প্ৰজা। মান খেদিবলৈ আগ-বঢ়াই অনা ইংৰাজৰ চল-চাতুৰী লাহে লাহে উপলব্ধি কৰিবলৈ ধৰিলে। ইংৰাজ প্ৰভুৰ আদৰ-আপ্যায়ন পোৱা দুজনমান বিষয়াত বাহিৰে বাকী-বোৰক ইংৰাজে আঁতুৰালে। এফালে চাকৰি-বাকৰিত বাহিৰৰ মানুহক নিয়োগ কৰি দেশৰ বিষয়াক বঞ্চিত কৰিবলৈ ধৰিলে। আনআন গোসাঁই-মহন্ত, পূজাৰী-বামুণৰ মাটিতো খাজানা লাগিলে।

দেশৰ অৱস্থা যিয়েই নহওক, কোম্পানীয়ে খাজানা নিৰ্দ্ধাৰণ কৰিলে অতিৰিক্ত হাৰত।

| | | | |
|---|---|---|---|
| ১৮২৫-২৬ | ত | ১,৩৯,৬১৬ | টকা |
| ১৮২৬-২৭ | ত | ১,৪৫,৮৩২ | ,, |
| ১৮২৭-২৮ | ত | ১,৪৩,২৬৭ | ,, |
| ১৮২৮-২৯ | ত | ১,৫৩,৮৩৫ | ,, |
| ১৮২৯-৩০ | ত | ১,৫৫,২৩২ | ,, |
| ১৮৩০-৩১ | ত | ১,৫৯,০০০ | ,, |

নগদ ধনেৰে এই খাজানা দিব নোৱাৰিলে, মাটিৰ মালিকৰ ঘৰ ক্ৰোক কৰি অয়-অলঙ্কাৰ, কাঁহী-বাটি, পাট-মুগাৰ কাপোৰ-সূতা, পিছলৈ গৰু-ম'হ পৰ্য্যন্ত লৈ গৈছিল। এইদৰে ক্ৰোক কৰি বস্তবোৰ নাম মাত্ৰ দামতে নীলামত বিক্ৰী কৰা হৈছিল বা কোম্পানীৰ হিচাপত মাৰি ৰপ্তানী বস্তুৰ ভিতৰত দিয়া হৈছিল। এই ৰাজহ-নীতিৰ পৰিণতি স্বৰূপে নগদ ধনেৰে খাজানা দিব নোৱাৰি যাইকৈ খাত-পাম আৰু দেৱোত্তৰ-ব্ৰহ্মোত্তৰ মাটি ইস্তফা দিছিল। তদুপৰি আমাৰ দেশৰ ৰাজমোহৰী বা নাৰায়ণী টকাৰে ৰাজহ দিলে শতকৰা ৩৭ টকা বাট্টা দিবলগীয়া হৈছিল। আহোম ৰজাৰ আমোলৰ বা-বিষয়াসকলৰ ওপৰতেই সৰ্বাতোকৈ গধুৰ হেঁচা পৰিছিল আৰু যিমান দিনলৈ পাৰে খাজানাত মাৰি অয়-অলঙ্কাৰ, লদা বা চেকুৰা

সোণ, ৰূপ, বাচন-বৰ্তন দি মাটি খাইছিল আৰু পিছলৈ সেই পৈতৃক সম্পত্তি এৰি দিছিল।

কেৱল সেয়ে নহয়, পিছত দেশৰ সকলো মাটিৰে শ্ৰেণী-বিভাগ কৰি নতুনকৈ খাজানা নিৰ্দ্ধাৰণ কৰে আৰু দেশখন কিছুমান মৌজা আৰু মহলত ভাগ কৰি মৌজাদাৰ, চৌধুৰী, পাটগিৰী আদি বিষয়া নিযুক্তি দিয়ে। আবাদী মাটিৰ সমুদায় বস্তি, ৰূপিত, বাওতলী, ফৰিজতি আদি ভাগ কৰি বস্তি মাটিত ডেৰ টকাৰপৰা তিনিটকা, ৰূপিত মাটিৰ পুৰাত ১ টকা, বাওতলী পুৰাত ১২ অনা, ফৰিজতি মাটিৰ পুৰাত চাৰি অনা খাজানা লগায়। পূৰ্বতে বাৰী মাটিৰ খাজানা নাছিল, ফৰিজতি মাটিৰ ক্ষেত্ৰত ৰাজহৰ প্ৰশ্নই নুঠে।

কৰ্ণেল কুপাৰ যোৱাৰ পিছত নিউভিল আৰু মণিৰাম লগ লাগি প্ৰশাসনৰ ক্ষেত্ৰত এনে কিছুমান সাল-সলনি ঘটাবলৈ ধৰিলে যে বহুতো বা-বিষয়া দেখ দেখকৈ অসন্তুষ্ট হৈ উঠিল। পুৰণি পাইক-প্ৰথা আৰু নতুন বিত্ত-অৰ্থনীতিৰ সংমিশ্ৰণ ঘটি এক প্ৰকাৰ অচলাৱস্থা সৃষ্টি হ'ল। নিউ-ভিলে দোষাৰোপ কৰিলে আহোম ডা-ডাঙৰীয়াসকলক। তেওঁ বহুতকে পদচ্যুত কৰিলে। এই ব্যৱস্থাৰ বাবে মণিৰামেই দায়ী বুলি কিছুমানে অভিযোগ আনিলে। আচলতে এই পুৰণি বিষয়াসকলে কোম্পানীৰ নিয়ম-নীতি ভাল পোৱা নাছিল। বহুতো বিষয়াক নামমাত্ৰ পেন্সন দি বহুৱাই থৈছিল।

১৯২৫ চনৰপৰা এখোজ দুখোজকৈ শোষণৰ চীপজৰী আঁটি আঁটি বান্ধি ১৯২৭-২৮ ত শীৰ্ষ পৰ্য্যায়ত উঠিলগৈ। ব্যক্তিগত ভাৱে প্ৰতিজন ডাঙৰীয়া-বিষয়াৰে মনত ক্ষোভ, হতাশা, খং পুঞ্জীভূত হৈছিল। ইজনে-সিজনে কোৱা-কুই কৰিছিল যদিও কথাটো প্ৰকাশ্য হোৱা নাছিল। পোন প্ৰথমতে সু-পৰিকল্পিতভাৱে বিদ্ৰোহ কৰাৰ কথাটো উলিয়াইছিল মইনা খাৰঘৰীয়া ফুকনে। খাৰঘৰীয়া ফুকনৰ এই আঁচনি সমৰ্থন কৰিছিল ধনঞ্জয় ওৰফে পিয়লিয়া বৰগোহাঁই আৰু তেওঁৰ দুই পুতেক হৰনাথ আৰু হৰ কান্তই। লগত আছিল বদন বৰফুকনৰ দুই পুত্ৰ জনিৰাম আৰু পিয়লি।

ধনঞ্জয় বৰগোহাঁই বয়সত প্ৰৌঢ়, বুদ্ধিত চতুৰ আৰু ৰাজনীতি ক্ষেত্ৰত পাৰ্গত আছিল। এসময়ত তেওঁ কুপাৰ আৰু নিউভিলৰ লগত ঘনিষ্ঠ সম্পৰ্ক ৰক্ষা কৰিছিল যদিও তেওঁৰ স্বাধীনতাপিপাসু মনে বিদ্ৰোহ কৰিবলৈ ছেগ আৰু লগ বিচাৰি ফুৰিছিল।

প্ৰতাপসিংহ স্বৰ্গদেৱৰ দিনত বৰগোহাঁই কৈলৰ ভেকোলা গোহাঁইক

বাৰুকৰণৰ্বা কালি নি দিহিঙত পাতিছিল। তেওঁ অপুত্ৰক আছিল। বিবি নবা এটি পো বুলি তুলি লৈছিল। তেওঁকে ৰজাই গদিকে খেললৈ তুলি দিলে, নাম দিলে বিবি গদিকে। তেওঁৰে পুতেক সৰুবুঢ়া প্ৰতাপসিংহৰ দিনতে বৰগোহাঁই হৈছিল। শৰাইঘাটৰ যুদ্ধত খ্যাতি আৰ্জন কৰিছিল সেনাপতি ৰূপে মিৰিগদিকৈ ফুকনে। লঠিয়াৰপৰা চিলাপৰ্বতলৈকে পালি। গাৰ বৰণ ক'লা, চকু ৰক্তবৰ্ণ, হাতত তৰোৱাল, ধনু, গাত গাতি। খোজ খৰ, থিয়েৰে নেথাকে। চোৰৰছাই চকুলৈ চাবলৈ সাহস নাই। ধনঞ্জয় বৰগোহাঁই জন্মিছিল এই বংশতে; সাতামপুৰুষে দেশৰ হকে দেহা আগ কৰি গৈছিল। সপুত্ৰ-বান্ধৱে তেওঁ বিদ্ৰোহৰ জুই জলাবলৈ কঁকালত টঙালি আঁটি ওলাইছিল।

পোনতে বিদ্ৰোহী দল সঙ্ঘবদ্ধ হ'ল। তিনিজন ভগা ৰজা আছিল যদিও কাৰো লগত যোগাযোগ নকৰি এজন উপযুক্ত কোঁৱৰক ৰজা পাতি-বলৈহে ইচ্ছুক আছিল। বিখ্যাত প্ৰতাপসিংহ বুঢ়া ৰজাৰ সৰু পুতেক সৰুগোহাঁইৰ বংশৰ গমধৰ কোঁৱৰক বিচাৰি উলিয়াইছিল। এনেতে দুটা-মান অস্বাভাৱিক ঘটনা ঘটিল। এক, গমধৰ কোঁৱৰৰ ঘৰত শগুণে হাগি-ছিল, দুই, কোঁৱৰৰ মাকে ভাত ৰান্ধিবলৈ চাউল ধোওঁতে দেখে, চাউল নিসিজোৱাকৈয়ে ভাত হৈছে। তিনিদিন এনে ঘটনা ঘটিছিল। তিনি, ধান বানোতে টেঁকীৰ গাঁৰিশলিত তেজ ওলাইছিল। এইবোৰ দেখি-শুনি জ্যোতিষীয়ে ঘোষণা কৰিছিল, কোঁৱৰৰ ৰজা হ'বৰ যোগ পৰিছে।

১৭৪৯ শকৰ ফাগুন মাহত বিদ্ৰোহ ভাবাপন্ন লোকসকল গোট খাই কোম্পানীক কৰ-কাটল নিদিবলৈ আৰু সশস্ত্ৰ আক্ৰমণৰদ্বাৰা ইংৰাজৰ চিপাহীক পৰাস্ত কৰি দেশ উদ্ধাৰ কৰিবলৈ সঙ্কল্প গ্ৰহণ কৰিলে। ফুটমনিযাৰ নিউ-ভিলে এই বাতৰি পাই লম্বোদৰ বৰফুকনক কৈছিল, 'ৰাজাৰ বেটা ৰাজা হয, তইঁতি আচাম বৰুৱা, ফুকন, বৰগোহাঁই চব লোক আছ, পঞ্চায়ত লোকে কৰি, ৰংপুৰ কিলামে আনগৈ।' এই বাতৰি পাই গমধৰে যোৰ-হাটলৈ গৈ পলিটিকেল এজেণ্টক লগ ধৰি ৰাজ্য তেওঁক ঘুৰাই দিবলৈ দাবী কৰিবৰ অৰ্থে সাজু হৈছিল, কিন্তু তেওঁৰ সহকৰ্মী বিদ্ৰোহীসকলে বৃথা চেষ্টা নকৰিবলৈ হকা-বধা কৰিলে। বিশেষকৈ ধনঞ্জয় বৰগোহাঁয়ে বিদ্ৰোহৰ আঁচনি আৰু পৰামৰ্শ দি কোঁৱৰক উৎসাহিত কৰিলে। লম্বোদৰ বৰফুকনে চৰকাৰী চাকৰিত থাকিও বিদ্ৰোহী দলক ভিতৰি লাগতিয়াল সহায় কৰি আছিল।

গমধৰ কোঁৱৰৰ এই বিদ্ৰোহত যিসকল লোকে যোগ দিছিল, তাৰ তালিকাখন ডাঙৰেই। খামতি বুঢ়াগোহাঁই, মধুৰাম বৰবৰুৱা, ভুধৰ চন্দ্ৰ

ৰবৰুৱা, ৰাণী বৰবৰুৱা, কেচু পোৱালি বছা বাজখোৱা, ভীম চাংকং ফুকন, ৰাতিয়া বৰুৱা, কণ বৰুৱা, জয়ধৰ জাপিয়াল গোহাঁই, মোহন ফুকন, কুটুৰা বৰুৱা, হৰনাথ পানীফুকন, ধেনুধৰ কলঙ্গুপৰীয়া গোহাঁই, ধেনুধৰ কোঁৱৰ, দহা ফুকন (কোঁৱৰ), ধৰ্মধৰ ৰাজগুৰু, দেওৰাম দিহিঙীয়া ফুকন, জীউৰাম দুলীয়া বৰুৱা, পূৰ্ণ নেওগ, কোমল নেওগ, নুমলী গোহাঁই, জনি, পিয়লি, ভৱণ গোহাঁই, লেবেলা লিগিৰা, মান গগৈ, পিয়াই পুৰণিমেলীয়া বৰুৱা, হলিৰাম, কান্দুৰা ডেকাফুকন, ধানু ফুকন, চাৰিপটীয়া ডেকা, মটকৰ শইকীয়া, চতাল বাইলুং, বাঘ ডেকা, বগা কোঁৱৰ, টিপমীয়া বাইলুং ইত্যাদি।

কেপ্তেইন নিউভিলে ৰংপুৰৰ শিবিৰত দুকুৰি-ডেৰকুৰি চিপাহী থৈ সদৰ যোৰহাটলৈ তুলি নিয়াৰ কথা জানি বিদ্ৰোহী দলে ৰংপুৰ অধিকাৰ কৰি তাতে কোঁঠ বাৰি বগা বঙালক বিদায় দিবলৈ দিহা কৰিলে।

যোগেশ্বৰসিংহ যোগীযোপাত মৰিল। চন্দ্ৰকান্তসিংহ আৰু পুৰন্দৰসিংহ দুজন নিয়মমতে পতা ৰজা জীৱিত থাকোঁতে নতুনকৈ এজন ৰজা পতা কথাটো সিমান সুবিধাজনক নহ'বও পাৰে বুলি ভাবি দেশৰ মুখিয়াল লোকসকললৈ সবিশেষ জনাই চিঠি দিবলৈ সিদ্ধান্ত কৰিলে। ভাদৰ ১০ দিন যোৱাত দেশ লোৱা হ'ল বুলি ঘোষণা কৰিলে আৰু ঠায়ে ঠায়ে গৈ এই বাতৰি দি কোম্পানীক কৰ-কাটল দিয়া বন্ধ কৰিলে। আহিনৰ ৭ দিনৰ দিনা দেওধাই-বাইলুঙৰ হতুৱাই মঙল চোৱালে। মঙলত কাতিৰ ১১দিনৰ দিনা ৰাজপাটত বহি, শুকুলা পয়জাৰ পিন্ধি, আবোৱান লোৱাৰ দিন থাটাং হ'ল।

চিঠি দিয়া হ'ল। পিয়লিয়া বৰগোহাঁইলৈ এখন, কাকডঙীয়াৰ ভায়েক গদাধৰ দিহিঙীয়া ফুকনলৈ এখন, দুৱৰাৰ তলিবল বাজখোৱালৈ এখন, সন্দিকাই বৰজনা আনাই কুঁৱৰীৰ ভায়েক টেকেলা বৰুৱালৈ এখন, সকলোলৈকে লিখা দিয়াই আৰু ৰংপুৰলৈকো, সকলো ফুকন-বৰুৱালৈকো দিয়া হৈছে। চমুৱাকৈয়ো বৰগোহাঁই, বৰফুকনলৈ ডিমুৱাল চেতিয়া পাত্ৰ বৰুৱাৰ হাতত লিখা দিয়া হৈছে। আৰু, বেংমৰীয়া গোহাঁইলৈকো লিখা দিয়া হৈছে। ওপৰ আঁৰৰ ন গাওঁবুঢ়া আৰু নামনিৰ ন-গাওঁবুঢ়ালৈকে লিখা দিয়া হৈছে। হাতীচুঙী কোমল নেওগক পঠোৱা হৈছে। ছদিনৰ মূৰত ঘূৰিম বুলি গৈছে। খুটীয়াপোতাৰ বাপলৈকো (মহন্ত) দিয়া হৈছে। আৰু ৰঙ্গাত থকা ৰবৰুৱাৰ পুতেক, মেলেঙত থকা পানীফুকনহঁত চবলোক পৰিছে।'

বিদ্রোহৰ আয়োজনত দুটা তাৎপৰ্য্যপূৰ্ণ বৈশিষ্ট্য পৰিলক্ষিত হয়। এক, সহ-বাৰ বছৰৰ আগলৈকে দুখৰ হৈ থকা বজাৰৰ আৰু মোৱামৰীয়া এখৰ হৈ বিদ্রোহ কৰাৰ. আয়োজন কৰিছিল। বেংবৰাৰ বৰসেনাপতিয়ে আচেকুৰি বণুৱা চিপাহী দি সহায় কৰিছিল। দুই, ইংৰাজৰ অধীনত চাকৰি-বাকৰি লৈ সনা-পোটকা হোৱা 'বামুণ-কায়স্থ' কেইঘৰক বিদ্রোহৰ অৰ্থে ভিতৰ বিশ্বাসত নলৈছিল আৰু খা-খবৰো দিয়া নাছিল।

বিদ্রোহীদলে জয়পুৰৰপৰা মৰিয়নী-তৰাতলীলৈকে সাতোটা কৌঁঠ মাৰি ৰণৰ আখৰা কৰিছিল। দা-যাঠি, ধনু-কাঁড় যোগাৰ কৰিছিল। একে সময়তে সাতোটা কৌঁঠৰপৰা ওলাই আহি ৰংপুৰ আক্রমণ কৰি দখল কৰিব। বাৰিষা খেতি-খোলা সামৰি ভাদৰপৰা কাতিলৈ ৰণৰ আয়োজন চলিবলৈ ধৰিলে।

১৭৫০ শকৰ ১১ কাতিৰ দিনা শনিবাৰে গমধৰ কোঁৱৰক গমধৰসিংহ নাম দি সিংহাসনত বহুৱাই ৰজা পাতিলে। ৰজাই শুকুলা পয়জাৰ পিন্ধি, আৰোৱানৰ ছাঁ লৈ কেঁকোৰা-দোলাত উঠিলে। সাতজনী তিৰোতাই উৰুলি দিলে। কালীয়াই কালি বজালে। দঁহা কোঁৱৰে কিংখাপৰ চোলা, পিয়াই আঁৰকাপোৰ আৰু পূৰণ দিহিঙীয়াই বনকৰা কাপোৰ উপহাৰ দিলে। দঁহা কোঁৱৰ আৰু ধঞ্জয় এই আয়োজনৰ মূল মানুহ আছিল। ৰজা ৰাজসিংহাসনত বহাৰ কথা এটা হাতী চিঞৰাই ঘোষণা কৰিলে।

কাতি মাহৰ শেষ পথ। পথাৰত লাহী ধান পকি জুনুজুনীয়া হৈছে। সৰিয়হ ফুল সোণ বৰণীয়া হৈ ফুলিছে। এনে এটা দিনতে ৪০০ মান বিদ্রোহীয়ে খামতি বুঢ়াগোহাঁই, বালি বৰবৰুৱা, ডেকা ফুকন, কাঠ-কটীয়া বৰুৱাৰ নেতৃত্ব ৰংপুৰ অভিমুখে হুহি মাৰি গ'ল। তৰাতলীৰপৰা মৰিয়নী হৈ ডেবেৰাপাৰৰ নামঘৰ পাওঁতে ৰাতি হ'ল। পিছদিনা পুৱাতেই যাত্রা কৰি ৰংপুৰৰ কাষত কৌঁঠ দিবলৈ সাজু হ'ল।

বিদ্রোহীদলে তৰাতলীত যা-যোগাৰ কৰি থাকোঁতেই কেপ্তেইন নিউভিলে বিদ্রোহৰ আয়োজনৰ বাতৰি পাইছিল। আচন্দা গোহাঁই আৰু পুতেক দুয়ো বিদ্রোহৰ সবিশেষ বাতৰি মাধৰাম বৰগোহাঁই আৰু লম্বোদৰ ফুকনক জনাইছিল। নিউভিলে ততালিকে ৰংপুৰৰ বা-বিষয়াসকলক সোধাত নিৰাময় ডেকাফুকনে ক'লে, 'যিজন মানুহৰ কথা কৈছে তেওঁক আমি মানৰ দিনত নেদেখিলোঁ। এতিয়াও সঠিক ধৰিব পৰা নাই।' লম্বোদৰ বৰফুকনক ৰণলৈ পঠাইছিল, তেওঁ 'ৰণলৈ যাব নোৱাৰো' বুলি সবিধান

দি বাব আৰু সুবিধা হেৰুৱালে। মাধৰাম বৰুগোহাঁয়ে অৰণ্যে ডেঙৰ নিৰ্দোষিতা প্ৰমাণ কৰিবলৈ কোঁৱৰৰ পক্ষৎপৰা পঠিওৱা চিঠিখন দি দিলে।

নিউভিল চাহাবে গোপালসিং জামাদাৰক তৰাঙলীলৈ পঠিয়ালে। গোপালসিঙে ভীম চাংৰুং ফুকন, গুকুৰা আৰু ৰতিৰামৰপৰা চোৰাং খাত সংগ্ৰহ কৰি নিউভিলক সবিশেষ জনালেগৈ। নিউভিলে ততালিকে লেফ্‌টেনেণ্ট ৰুথাৰফৰ্ড আৰু গোপালসিং জামাদাৰৰ লগত এজন চুবেদাৰ, এজন জামাদাৰ, এজন হাবিলদাৰ, এজন নায়ক আৰু ৫৫ জন চিপাহী পঠালে। সৈন্যদলৰ নেতৃত্ব কৰিছিল চুবেদাৰ বৈদ্যনাথ সিঙে।

ডেবেৰাপাৰৰ নামঘৰৰ ওচৰ পাই ১৫ কাতিৰ দিনা ৰাতিয়েই বিদ্ৰোহীদলক আগুৰি ধৰিলে। বিদ্ৰোহীদলে আগন্তুক বিপদৰ আগলি বাতৰি পাই আত্মৰক্ষাৰ উপায় চিন্তা কৰি নগা কটকী লেতেৰ আৰু লাহনৰ ভিতৰুৱাল ফুকনক কটকী কৰি পঠাই ৰুথাৰফৰ্ডক কোৱালে, 'কাইলৈ পুৱা বিহানে বৰ্ঁ যদিও বৰিম, নিবলৈ আহিছে যদিও যাম। ৰাইজক অত্যাচাৰ নকৰিব।' দঁহা ফুকনে বগা বঙালৰ চিপাহী আহিছে বুলি শুনি খাৰ জুতি চাবলৈ বন্দুক এজাঁই মাৰিলে। বন্দুকৰ মাত শুনি কটকী দুজনক বন্দী কৰি ক'লে, 'তঁহতি মিছা কথা কৈছ। তহঁতৰ ৰজাই লেঢ়াই কৰিবলৈ দিহা কৰিছে।' এনেতে বিদ্ৰোহীদলে নামঘৰৰ পৰাই ইংৰাজৰ চিপাহীলৈ গুলী মাৰিলে। এই গুলীত ভালেমান সৈন্য আহত হ'ল। এই বেলি ইংৰাজৰ চিপাহীয়ে চাৰিওফালৰ পৰা গুলীয়াবলৈ ধৰিলে। উপায়ান্তৰ হৈ নামঘৰৰ বেৰ ভাঙি আন্ধাৰৰ আঁৰ লৈ ৰজা আৰু ভালেমান অনুগামী বিদ্ৰোহী পলাল। গমধৰ ৰজা ডেবেৰাপাৰৰপৰা আহি জাঁজীত ওলালহি। জাঁজীৰপৰা নামতিলৈ গ'ল। নামতিৰপৰা দোপগড়ীয়া নগাৰ চাঙত সোমালগৈ।

বৈদ্যনাথ সিঙে ৰজাৰ কোঁঠত ৯টা হিলৈ, ৯ খন তৰোৱাল আৰু ১৬ ডাল যাঠি পালে। বাকীবোৰ অস্ত্ৰ-শস্ত্ৰ পলাই যোৱা সৈন্যই লৈ গ'ল। বৈদ্যনাথে ভালেমান বিদ্ৰোহী আৰু ৰজাৰ মাক, দুজনী ভনীয়েক আৰু কেইটামান লগুৱা-লিক্‌চৌক বন্দী কৰিলে।

১৬ কাতিৰ দিনা ৰাতিপুৱা ৰজাৰ কোঁঠৰ কাকতৰ জপা, ৰূপৰ পেৰা আদি জব্দ কৰিলে। গমধৰসিংহৰ পৰাজয় আৰু শিবিৰ অধিকাৰ কৰাৰ চিন স্বৰূপে তিনি জাঁই হিলৈ গুলী কৰিলে। কোঁঠত পোৱা কাকত-পত্ৰৰপৰা বিদ্ৰোহৰ সমুদায় আঁচনি বুজি ললে আৰু যাই যাই বিদ্ৰোহী-সকলৰ নামো জনাজাত হ'ল।

গমধৰ ৰজাৰ সৈন্যদলৰ লগত হোৱা ৰণ, আৰু ৰজা সাৰি যোৱাৰ বাতৰি পাই কৃথাৰফৰ্ড গোপালসিং জামাদাৰৰ ওপৰত ভীষণ কষ্ট হ'ল। অয়ং কটকীক মাতি আনি ৰজাক বিচাৰি যাবলৈ আদেশ দিলে। আন-পিনে ৰজাৰ মাকক কুচুলাই ক'লে, 'তোমাৰ পুতেৰ ক'ত আছে। মাতি আনা। আমি তেওঁক ৰজা পাতিম।' ৰাজমাৱে কৃথাৰফৰ্ডৰ কথা বিশ্বাস কৰি ৰজাক নগাচাঙৰপৰা মতাই আনিবলৈ মানুহ পঠালে। এনেতে ৰজাই তেওঁৰ কাপোৰ-কানি নিবলৈ লিগিৰা ল'ৰা এটা পঠাইছিল। তাৰ আগত মাকে শপত-শাতি দি মাতি পঠালে। চাহাবৰ কূট কথাৰ ফুট মনিব নোৱাৰি মাকে দহোকুৰি আহিবলৈ ক'লে। লগত গ'ল অয়ং কটকী আৰু জন-চেৰেক চাহাবৰ সজাতী।

দোপগড়ীয়া নগাৰ চাঙতে গমধৰ ৰজাক পালেগৈ। অয়ং কটকীৰ চলাহী দিয়া কথা শুনি ৰজা নামি আহি তবাতলীৰ ৰজাবাৰী পালেহি। আদবাটৰপৰা কৃথাৰফৰ্ডে আগবঢ়াই নি ক'লে, 'তোমাৰ মাৰে সহিতে কিবা কথা পাতা যদি যোৱাঁ, পাতাগৈ।' ৰজা ভিতৰলৈ সোমাই গ'ল। খন্তেক পৰ কথা-বতৰা পতাৰ পিছতে 'ওলাই আহাঁ' বুলি মাতি হাতীত তুলি ল'লৈ আৰু লগৰ মানুহখিনিক হাতত হাত-কেৰেয়া লগাই বান্ধি ল'লে।

১৮২৮ খৃষ্টাব্দৰ ১০ ডিচেম্বৰৰ দিনা যোৰহাটত গমধৰৰ বিচাৰ হয়। বিচাৰত নিজকে ৰজা বুলি ঘোষণা কৰা, ৰাজচিহ্ন গ্ৰহণ কৰা, ৰাজহ আদায়ত বাধা দিয়া, অস্ত্ৰ-শস্ত্ৰ সংগ্ৰহ কৰা আৰু কৰ্তৃপক্ষৰ বিৰুদ্ধে অস্ত্ৰ ধৰা, চৰকাৰী বিষয়াৰ লগত গোপন ষড়যন্ত্ৰ কৰা আদি বিবিধ অভিযোগত অভিযুক্ত বুলি সাব্যস্ত হয়। পঞ্চায়তৰ বিচাৰকসকলে গমধৰ ৰজাক দেশ-দস্তুৰ মতে প্ৰাণদণ্ড দিবলৈ ৰায় দিযে। এই পঞ্চায়তৰ সদস্যসকল আছিল দেশৰে মুখিয়াল লোক। পিছে, তেওঁবিলাকৰ মৃত্যুদণ্ডৰ আদেশ ৰেহাই দি সাত বছৰ বিনাশ্ৰম কাৰাদণ্ড বিহে। সেইদিনাই ৰাতি গমধৰ ৰজা বন্দীশালৰপৰা পলাই যায়। কিন্তু ১২ দিনৰ মূৰত জামাদৰ ৰঘুনাথসিঙে বন্দী কৰে। এই বেলি জয়সাগৰৰ ভিতৰ পঞ্চায়তত বিচাৰ হয় আৰু ১৪ বছৰ ভাটীৰ ৰংপুৰলৈ নিৰ্বাসিত কৰা হয়।

ধঞ্জয় বৰগোহাঁই, দহাঁ ফুকন, খামতি বুঢ়াগোহাঁই আদিকো পঞ্চায়তৰ বিচাৰলৈ অনা হয় আৰু তেওঁবিলাককো পোনতে প্ৰাণদণ্ডৰ আদেশ দিয়া হয়। কিন্তু নিউভিলে সাত বছৰ কাৰাদণ্ডলৈ শাস্তিৰ আদেশ অৱনমিত কৰে। ধঞ্জয় বৰগোহাঁই তেওঁৰ পুতেক হৰনাথৰে সৈতে বন্দীশালৰপৰা পলাই যায়।

গমধৰ কোঁৱৰৰ এই বিদ্ৰোহ যথেষ্ট শক্তিশালী আছিল। কেনেবাকৈ ৰংপুৰ অধিকাৰ কৰি ল'ব পৰা হ'লে সাংঘাতিক কথা হ'লহেঁতেন বুলি স্কটে উৰ্দ্ধতন কৰ্ত্তৃপক্ষক স্পষ্টভাৱে জনাইছিল।

গমধৰৰ সহযোগী বিদ্ৰোহীসকলে দৃঢ়তাৰে আৰু সু-পৰিকল্পিত ভাবেই বিদ্ৰোহৰ সংগঠন কৰিছিল। এক, মণ্ডলতিৰ পৰামৰ্শ; দুই, আচন্দা গোহাঁইৰ বাপেক-পুতেকৰ বিশ্বাসঘাতকতা, তিনি মাধৰাম গোহাঁইৰ ইংৰাজ প্ৰীতি এই তিনিওটাই বিদ্ৰোহ-দমনৰ অৰ্থে সুযোগ দিছিল। তদুপৰি লগতে আছিল এমুঠি ধনলোভী চোৰাংচোৰা বিষয়া ।

গমধৰ কোঁৱৰৰ গতি-বিধি লক্ষ্য কৰি স্কটে কোম্পানীৰ কৰ্ত্তৃপক্ষক সতৰ্ক কৰি দিছিল আৰু ততালিকে এজন ৰাজকোঁৱৰক কৰতলীয়াকৈ হ'লেও ৰজা পাতি শাসন-ভাৰ গতাই দিবলৈ পৰামৰ্শ দিছিল। লগতে এই কথাও কৈছিল যে উজনি অসমত সহজতে ইংৰাজ-শাসন জাপি দি সৈমান কৰিব পৰা নহয়।

নৌ বছৰেক ঘূৰোঁতেই অন্য এজন ৰাজকোঁৱৰে বিদ্ৰোহ তুলিছিল। এওঁ আছিল তুংখুঙ্গীয়া ফৈদৰ কোঁৱৰ।

মানৰ অসম-আক্ৰমণৰ অন্তত বদন বৰফুকনে চন্দ্ৰকান্তসিংহৰ সম্পৰ্কীয় বগাকোঁৱৰৰ জীয়েক হেমো আইদেউক মান ৰজা বডোফালৈ বিয়া দি মিত্ৰতা স্থাপন কৰিছিল। মানৰ তৃতীয় আক্ৰমণৰ আৰম্ভণিতে এই গৰাকী হেমো আইদেউৱে ককায়েক যোগেশ্বৰসিংহক মিঙ্গিমাহা তিলোৱাই ৰজা পাতিছিল। যোগেশ্বৰসিংহয়ো কৃতজ্ঞতাৰ চিন স্বৰূপে নিজৰ বংশৰে ধতুৰা গোহাঁইৰ জীয়েক তৰাৱতী আইদেওক মান ৰজালৈ বিয়া দিছিল। এই গৰাকী কুঁৱৰীক মানৰজা বগোদ্যোয়াই আতনমিঙ্গি বৰকুঁৱৰী পাতিছিল। লগত গৈছিল পিতৃ ধতুৰা গোহাঁই আৰু পুত্ৰ গদাধৰ কোঁৱৰ। কোঁৱৰক মান্ ৰজাই উত্তৰ-ব্ৰহ্মৰ শ্যান ৰাজ্য এখনত শাসনকৰ্তা পাতি থয়। তেওঁৰে পুতেক গদাধৰসিংহ।

ইংৰাজ-শাসনৰ ধৰণ-কৰণ দেখি দেশৰ প্ৰজাই এইবেলি ইংৰাজৰ বিৰুদ্ধে থিয় দিবলৈ বিচাৰি আছিল। তদুপৰি ডেভিদ স্কটে প্ৰতিশ্ৰুতি দিছিল কিন্তু সেই প্ৰতিশ্ৰুতিৰ পৰিবৰ্তে সন্ধিৰ চৰ্ত্তত পেলাই অসমক নিজৰ কৰি ললে। গদাধৰ কোঁৱৰে মান ৰজাৰ সহায় লৈ অসমক পুনৰ মুক্ত কৰাৰ কথা চিন্তা কৰিছিল। তাকে কৰিবলৈ তেওঁ তিনিটা কথাৰে আঁচনি কৰিছিল। এক, মান ৰজাৰ সহায়; দুই, পাটকাইৰ দুয়োপাৰৰ জনজাতীয়

ৰণুৱা সংগ্ৰহ তিনি, অসমৰ পুৰণি ডা-ডাঙৰীয়া সকলৰ সহায় লাভ। ভনীয়েক তৰাৱতী আইদেউ ৰবকুঁৱৰী। ৰবকুঁৱৰীৰ প্ৰভাৱ অসীম। ৰঙিলী আইদেউ, হেমো আইদেউ, তৰাৱতী আইদেউ, তিনিও গৰাকীয়েই ভাৰোত ৰবকুঁৱৰী হৈছিল। অসমৰ সমসাময়িক বুৰঞ্জীত এই কেইগৰাকী কুঁৱৰীৰ প্ৰত্যক্ষ কিম্বা পৰোক্ষ ৰৰঙনি আছিল তাৎপৰ্য্যপূৰ্ণ।

১৮২৯ চনৰ মাজভাগত গদাধৰসিংহ পাটকাই পাৰ হৈ আহি শদিয়াত ওলালহি গাত খামতি বৌদ্ধ সন্যাসীৰ সাজ-পোছাক। ইংৰাজ শাসন ওফৰাই পেলাবলৈ অসমৰ ডা-ডাঙৰীয়া সকলক যোগাযোগ কৰিবলৈ মানুহ পঠালে। নিজে শদিয়ালৈ আহি ইংৰাজৰ সামৰিক শক্তিৰ বুজ ললে আৰু দেশীয় চিপাহীক হাত কৰিব পাৰেনেকি অতি সতৰ্কতাৰে যত্ন কৰিলে।

বৌদ্ধ সন্যাসীৰ বেশত গদাধৰসিংহই আসাম্‌ ইনফেণ্ট্ৰিৰ চুবেদাৰ জালিম সিঙক লগ ধৰিলে। পোনতে জালিমসিঙক পেটৰ কথা কোৱা নাছিল। জালিম সিঙে নিজে বিশ্বাসী ভাও জুৰি, ভিতৰি ইংৰাজৰ বিৰোধী যেনকৈ দেখুওৱাত গদাধৰে নিজৰ চিনাকি দি বিদ্ৰোহৰ আঁচনিৰ কথা ক'লে। জালিম সিঙে মিছাকৈয়ে শপত খোৱাৰ ভাও জুৰি 'ভিতৰ-বিশ্বাসৰ কথা নকওঁ' বুলি গদাধৰক প্ৰত্যয় নিযালে।

গদাধৰে ক'লে, 'গৌৰীনাথসিংহৰ দিনত কেপ্তেইন ওৱেলছ আহিছিল। ৰজাক পাটত বহুৱাই গুচি গ'ল। মান খেদিবলৈ ইংৰাজ আহিছিল, মানক খেদাই গুচি যাম বুলি স্কটে কৈছিল, গুচি নগ'ল। প্ৰজাক কৰ-কাটল লগাই চেপি-খুন্দি শেষ কৰিলে। মানৰ দিনত দহ-বাৰ হেজাৰ অসমীযা মানুহক বন্দী কৰি নিলে, তাকো মোকলাই অনা নাই। এহেজাৰ চিপাহী দিয়া হ'লে মযে যুঁজ দিলোহেঁতেন।'

গদাধৰে জালিম সিঙক ক'লে, 'তুমিও দেশীয় মানুহ। চোৱাঁ, গোটেই দেশখন বগা বঙালে গ্ৰাস কৰি আনিছে। গতিকে তুমি শদিযাত থকা পলিটিকেল এজেণ্ট আৰু লগৰ চাহাব কেইটাক প্ৰাণে মাৰিব লাগে।' জালিমসিঙে গদাধৰৰ মনৰ কথা বুজিবলৈ ক'লে, 'মই অকলে এই কাম কৰিব নোৱাৰিম।' তাকে শুনি গদাধৰে ক'লে, 'লগত ময়ো যাম। তুমি জনচেৰেক চিপাহী লগত লবা। পলিটিকেল এজেণ্টক কটাৰ লগে লগে চিপাহীবোৰক আদেশ দিবা যাতে আটাইবোৰ বগা বঙালক কাটি সিফলীয়া কৰে।'

জালিমসিং বগা বঙালৰ পদলেহী ভৃত্য। গদাধৰে তাক ভিতৰ

বিশ্বাসত লব নেলাগিছিল। এইদৰে কথা-পাতি থাকোঁতেই জালিমসিঙে গদাধৰসিংহক বন্দী কৰি বিচাৰৰ অৰ্থে গুৱাহাটীলৈ পঠালে।

এজন দেশপ্ৰেমিক বিদ্ৰোহী দেশ, জাতি আৰু স্বাধীনতাক ভাল পোৱাৰ পৰিণতি স্বৰূপে নিৰ্বাসিত হ'ল। গদাধৰসিংহৰ শেষ জীৱনৰ বিষয়ে একো জনা নেযায়। পৰি ৰ'ল এক অলিখিত ইতিহাস; বিদ্ৰোহী মনত দৃপ্ত কামনা আৰু মনোবেদনা লৈ শেষ হ'ল এটি জীৱন। অকালতে নিৰ্বাপিত হ'ল বিদ্ৰোহৰ এটি কোবাল ফিৰিঙতি।

আহোমে বুৰঞ্জীক লাইশাস্ত্ৰ, ৰাইশাস্ত্ৰ অৰ্থাৎ ৰাজনীতি শাস্ত্ৰ বোলে। বুৰঞ্জী ৰজা-মহাৰজাৰ নাম-তালিকা নহয় ঘটনাৰ সময়ানুক্ৰমিক পঞ্জীবদ্ধ পুথি। ঘটনাৰ কাৰণ আৰু পৰিণতি বিচাৰ কৰি ভবিষ্যত কাৰ্য্যপন্থা নিৰ্দ্ধাৰণ কৰে। ধনঞ্জয় বৰগোহাঁই নিজেই এজন বুৰঞ্জী লেখক আছিল। গমধৰ কোঁৱৰৰ বিচাৰৰ সময়ত জেলৰপৰা পলাই গৈ নগাপৰ্বতত আশ্ৰয় লৈছিল। তাৰপৰা পুতেক হৰনাথ আৰু হৰকান্তক লৈ নগাপৰ্বতৰ কাষে কাষে গৈ তেজী নামৰূপ ওলালগৈ। শেষত মটক ৰাজ্যৰ ভিতৰত সোমাই আয়োজনৰ ঘাই কেন্দ্ৰ পাতি ললে। গমধৰ কোঁৱৰৰ দিনৰ কোঁঠসমূহ পুনৰ সক্ৰিয় কৰি তোলা হ'ল।

সোতৰ বাৰ মোগল শক্তিক পৰাস্ত কৰা এই জাতিটো দুৰ্বল হ'ল আত্মকন্দলৰ পৰিণতি স্বৰূপে। একেটা জাতি মোৱামৰীয়া বিদ্ৰোহৰ সময়ত দুফৰ হৈ কটাকাটি কৰি অৱক্ষয়ৰ কৰাল গ্ৰাসত পৰিল। বুৰঞ্জীয়ে তাকেই সঁকিয়াই দিয়ে। ঐক্যবদ্ধ হৈ থিয় দিলে জয় অনিবাৰ্য্য। গমধৰ কোঁৱৰৰ বিদ্ৰোহে তাকেই শিকালে। সেয়েহে ধনঞ্জয় বৰগোহাঁই আৰু পিয়লি ফুকনে পৰ্বত-ভৈয়ামৰ সকলো শক্তিক সন্মিলিত কৰি ইংৰাজ শোষণকাৰীৰ বিৰুদ্ধে থিয় দিবলৈ দুৰ্বাৰ গতিৰে আযোজন কৰি গ'ল। খামতি ৰজা চৌ-চালান, চিংফৌ গাম ৱাকুম্ কুংমি, খাচী নেতা উ টিৰৎ সিং, মটকৰ বৰসেনাপতি মাটিবৰৰ নাজু পুতেক ভগীৰথ আদিৰ উপৰিও গাৰো নগা, মণিপুৰী, ডফলা সকলোলৈকে মানুহ পঠিয়াই চিঠি দি জনাইছিল, 'আমি এইপিনে বিদ্ৰোহৰ আয়োজন কৰিছোঁ। তোমালোকেও হাত-উজান দিলে বগা বঙালক খেদি দেশ মুক্ত কৰিব পাৰিম।'

এই বিদ্ৰোহী দলৰো লক্ষ্য আছিল পোনতে ৰংপুৰ অধিকাৰ কৰা। সেই সময়ত ৰংপুৰত এজন জামাদাৰৰ অধীনত ডেৰকুৰি চিপাহী আছিল। গতিকে ৰংপুৰ অধিকাৰ কৰাটো সহজ বুলি ধৰি লৈ প্ৰায় চাৰিশ সক্ৰিয় সৈন্য আৰু অস্ত্ৰ-শস্ত্ৰ সংগ্ৰহ কৰিছিল। এই বেলি ঘাই কেন্দ্ৰ আছিল গেলেকী।

পিয়লি বৰফুকন আৰু ধঞ্জয় ওৰফে পিয়লিয়া বৰগোহাঁয়ে সুকীয়া। সুকীয়াকৈ দুখন চিঠি লিখি হৰনাথ পানীফুকনৰ হাতত দি শদিয়াৰ খামতি ৰজাৰ ওচৰলৈ পঠাইছিল। হৰনাথে চিঠি দি উলটিব খোজোঁতেই চোৰাং-চোৱাৰ হাতত ধৰা পৰে। এই ভয়তে খামতি ৰজাই চিঠি দুখন শদিয়াত থকা পলিটিকেল এজেণ্টক দি দিয়ে। খামতি ৰজাই ভয় কৰিছিল, যদি বিদ্ৰোহীদলে দেশ অধিকাৰ কৰিব নোৱাৰে, তেনেহলে বৰ্ত্তমানে পাই থকা সুবিধাকণো যাব। শদিয়াত হৰনাথ বন্দী হোৱাৰ বাতৰি বিজুলী-সঞ্চাৰে গৈ বিদ্ৰোহীৰ শিবিৰ পালেগৈ।

১৮২৮ চনৰ ২০ ফেব্ৰুৱাৰী তাৰিখে হৰনাথ ধৰা পৰে আৰু সেই দিনাই পলিটিকেল এজেণ্টে বিদ্ৰোহৰ আয়োজনৰ সবিশেষ বুজি পায়। আনপিনে বিদ্ৰোহীদলে ৰংপুৰ আক্ৰমণ কৰিবলৈ সষ্টম হৈ ওলায়। আঁচনিমতে সৈন্যদল গেলেকীৰপৰা বৰফুকনৰ আলিয়েদি আহি ধোদৰ আলিত ওলাব; ধোদৰ আলিৰপৰা খৰিকটীয়া আলিয়েদি গৈ কালুগাওঁ পাই জেৰেঙা পথাৰেদি পোনাই জয়সাগৰৰ পাৰত থকা চিপাহীৰ ছাউনী আৰু খাৰঘৰ জুই দি পুৰি ৰংপুৰ নগৰ দখল কৰিব।

ফাগুন মাহ। চৰাইদেওত মৃতকৰ সকাম মে-ডাম-মে-ফি পতাৰ সময়। এয়োদশ শতিকাত, সম্পূৰ্ণ ছশ বছৰৰ আগতে এই চৰাইদেওতে নিম গছৰ তলত বগা ঘোঁৰা বলি দি ৰাজ্য পাতিছিল। উনবিংশ শতিকাৰ ফাগুন মাহৰ ফৰকাল জোনাক নিশা দেওশালত দেওপূজা পাতি টেং-লাই-খা-ঐ বুলি হু-হি মাৰি পূৰ্বপুৰুষৰ আশীৰ্বাদ কামনা কৰিলে আৰু কাকো-কেৱে এৰা-এৰি নকৰিবলৈ আৰু গোপনীয়তা ৰক্ষা কৰিম বুলি শপত খালে। মাৰ্চ মাহৰ ২৫ তাৰিখৰ দিনা যাত্ৰা কৰি দিনতে গৈ জেৰেঙাৰ হাবিত লুকাই থাকিলগৈ।

ইংৰাজক খেদি দেশ উদ্ধাৰ কৰিব পাৰিলে ৰূপচন্দ্ৰ কোঁৱৰক ৰজা পাতিবলৈকো মনে মনে সিদ্ধান্ত কৰিলে। এই দলটোৰ আগত আছিল পিয়লিয়া, ধঞ্জয় বৰগোহাঁই, পিয়লি বৰফুকন, জীউৰাম দুলীয়া বৰুৱা, দেওৰাম দিহিঙ্গীয়া ফুকন, ৰূপচন্দ্ৰ কোঁৱৰ, চুৰম কোঁৱৰ, ব্ৰজনাথ কোঁৱৰ, বগা কোঁৱৰ ইত্যাদি।

ৰাতি ধঞ্জয় গোহাঁইৰ নিৰ্দেশ অনুসৰি খাৰঘৰত জুই দিলে জীউৰাম দুলীয়া বৰুৱাই। জুই জলি দিন যেন পোহৰ হ'ল। কোম্পানীৰ চিপাহীয়ে গুলীয়াবলৈ ধৰিলে। বিদ্ৰোহী দল আঁতৰি গৈ জেৰেঙাৰ হাবিত

নুকালগৈ আৰু শদিয়াত পোৱা বাতৰি অনুসৰি নিউভিল আহি পিছদিনাই ৰংপুৰত ওলালহি আৰু লগত লৈ অহা আসাম লাইট ইন্‌ফেণ্ট্ৰিৰ সৈন্য লৈ বিদ্ৰোহী দলক খেদি গ'ল। পিয়লি ফুকনক জয়সাগৰৰ ওচৰৰ লাহৰী-বামত ধৰিলে। বাকী বিদ্ৰোহীসকল গৈ গেলেকী পালেগৈ। জালিমসিং, জয়নন্দন সিং আৰু প্ৰাগদত্ত চুবেদাৰে কেইৰাজনো মুখিয়াল বিদ্ৰোহীৰে সৈতে জীউৰাম দুলীয়া বৰুৱা, দেউৰাম দিহিঙীয়া ডেকা, ৰূপচন্দ্ৰ কোঁৱৰ আৰু বম চিংফৌক ধৰি আনিলে। দঁহা কোঁৱৰ আৰু ধেনুধৰ কোঁৱৰক গুলীয়াই মাৰিলে। চুৰম কোঁৱৰ আৰু ব্ৰজনাথ কোঁৱৰ মণিপুৰলৈ পলাই গ'ল। ধঞ্জয় বৰগোহাঁই আৰু বৰপুতেক হৰকান্ত নগাপৰ্বতত সোমাই আত্মসন্মান ৰক্ষা কৰি জীৱন-নাট সামৰিলে।

পাঁচশমান বিদ্ৰোহী এই আয়োজনত সংশ্লিষ্ট আছিল যদিও বিচাৰৰ অৰ্থে ছজন নেতাক বৰ পঞ্চায়তত উপস্থিত কৰোৱা হ'ল। তেওঁবিলাক হ'ল : পিয়লি বৰফুকন, ফেদেলাৰ পুতেক ধঞ্জয় বৰগোহাঁইৰ জোঁৱায়েক জীউৰাম দুলীয়া বৰুৱা, চিংফৌ গাম ব'ম, দেউৰাম দিহিঙীয়া ফুকন, হৰনাথ পানীফুকন আৰু প্ৰস্তাৱিত ৰজা ৰূপচন্দ্ৰ কোঁৱৰ।

বৰপঞ্চায়তৰ বিচাৰক আছিল : মাধৰাম বৰগোহাঁই, ৰাধানাথ বৰ-বৰুৱা, মণিৰাম বৰুৱা চিৰস্তাদাৰ আৰু কাশীনাথ তামুলী ফুকন।

সাক্ষী দিছিল বহুতেই : ৰতিৰাম বৰুৱা, পেপেৰা দেওধাই, প্ৰফুল্ল চুতীয়া, অকৰা শইকীয়া, ধনীৰাম, তোমেশ্বৰ, ৰঙামুৱা, ভুবু, শুকুৰা, খেমসিং, ৰূপিত, পূৰণ, লাগিৰাম, টেলেকী, লক্ষ্মী ইত্যাদি।

বিচাৰত পিয়লি ফুকন আৰু জীউৰাম দুলীয়া বৰুৱাক ফাঁচীৰ আদেশ দিয়া হয়। বাকী অভিযুক্ত আচামী সকলক ১৪ বছৰলৈকে নিৰ্বাসন দণ্ড দি ঢাকাত আবদ্ধ কৰি ৰখা হয়।

বিদ্ৰোহ দমন কৰাৰ পিছত নগাপৰ্বতৰ কাষে কাষে থকা শিবিৰ-বোৰত তালাচী চলাই বিদ্ৰোহীসকলক ছেদেলি-ভেদেলি কৰি দিবৰ বাবে নিউভিলে নিজে কঠোৰ পৰিশ্ৰম কৰি ধনশিৰীৰপৰা দিহিঙলৈ হাতীত উঠি ভ্ৰমণ কৰে। এই কামত সম্পূৰ্ণৰূপে সহায় কৰিছিল দিহিঙীয়া ফৈদৰ মাধৰাম বৰগোহাঁয়ে। এইজন মাধৰামেই গমধৰ কোঁৱৰৰ বিদ্ৰোহৰ সময়ত কোঁৱৰে লিখা চিঠিখন নিউভিলক দি দিছিল। কোম্পানীৰ তলত চাকৰি কৰি থকা জনচেৰেক বিষয়াৰ নামো বিদ্ৰোহীৰ তালিকাত অন্তৰ্ভুক্ত হোৱাত তেওঁবিলাকক স্থানীয় বন্দীশালতে বন্দী কৰি লোণ নোহোৱা ভাত-শাক খাবলৈ দি তিলতিলকৈ

মাৰিছিল। বিদ্ৰোহত যোগ দিয়া বাকী সাধাৰণ সৈন্যসকলক নানান ধৰণে শাস্তি দি কাবোবাক পঙ্গু, কাবোবাক হত্যা কৰিছিল। অত্যাচাৰৰ অন্ত নাছিল।

গমধৰ কোঁৱৰে তেওঁৰ বিদ্ৰোহৰ সময়ত মাধৰাম বৰগোহাঁইলৈ চিঠি লিখি জনাইছিল কিন্তু বৰগোহাঁয়ে বিশ্বাসঘাতকতা কৰি সেই চিঠি কেপ্তে-ইন নিউভিলৰ হাতত দিছিল। পিয়লি ফুকনৰ বিদ্ৰোহৰ সময়ত তেওঁ নিউ-ভিলক বাট-পথ দেখুৱাই বিদ্ৰোহ-দমনৰ অভিযানত সহায়তা কৰিছিল। বাকী পঞ্চায়তৰ সদস্য, বৰকাকতি আদি অসমীয়া বিষয়াসকলে হয় বিদ্ৰো-হৰ বিৰোধিতা কৰিছিল, নহয় উদাসীনতা প্ৰকাশ কৰিছিল। মণিৰাম তেতিয়া ইংৰাজৰ অতি প্ৰিয়পাত্ৰ সহায় সমৰ্থনকাৰী। তেওঁ বিদ্ৰোহৰ অপৰাধত ফাঁচীৰ আদেশ হোৱা পিয়লিক অসন্মানজনক ভাবে, ফাঁচী দিবলৈহে পৰামৰ্শ দিছিল। সেই সময়ত তিনিওখন পঞ্চায়তৰে কথাসোধা চৰ্দাৰ আছিল মণিৰাম।

কেপ্তেইন নিউভিলৰ এই অত্যাচাৰৰ কথা শুঁৱৰি অসমীয়া ৰাইজে 'অতিচিৰী হতচিৰী হওক' বুলি ৰাজহুৱাকৈ শাও দিছিল। ১৮৩০ চনৰ জুলাই মাহৰ আগ ভাগত পঞ্চাযতৰ সোধ হয় আৰু জীউৰাম-পিয়লিৰ ফাঁচীৰ আদেশ কমিছনাৰ স্কটৰ অনুমোদনৰ অৰ্থে পঠায়। ৬ আগষ্ট তাৰিখে ডেভিদ স্কটে জীউৰাম দুলীযা বৰুৱা আৰু পিয়লি ফুকনৰ ফাঁচীৰ আদেশ বাহাল ৰাখে।

'ৰাইজৰ শাওত গৰুগুৰো পথা ছিগে।' জুলাই মাহৰ ২৬ তাৰিখে হঠাতে পেটৰ বিষ হৈ কেপ্তেইন নিউভিল চাহাবৰ মৃত্যু ঘটে। নিউভিল চাহাবৰ দায়িত্ব-ভাৰ লয় জেমছ্ মেথিউ চাহাবে। নিউভিল চাহাবৰ ইচ্ছা আছিল জীউৰাম-পিযলিক ৰাজহুৱাকৈ ফাঁচী দি প্ৰজাৰ মনত আতঙ্কৰ সৃষ্টি কৰিব। সেই বাবে জেমছ্ মেথিউ চাহাবে ক্ষমতা হাতত লৈয়েই জুলাই মাহৰ শেষ সপ্তাহত শিৱসাগৰ পুখুৰীৰ উত্তৰ-পূব কোণত যুৰীয়া ফাঁচী-শাল পাতি ৰাজহুৱাকৈ ফাঁচী দিয়ে।

মৃত্যুৰ সময়ত পিযলিৰ বয়স হৈছিল একুৰি তেৰ বছৰ। দেহ চাকোলা হ'লেও মনত আছিল স্বাধীনতাৰ ভূমা-স্পৃহা আৰু নেতৃত্বৰ নিৰ্ভীক চেতনা।

গমধৰ-পিয়লিৰ বিদ্ৰোহৰ সময়ত যদি সকল-বৰ সকলো অসমীয়াই যোগ দিলেহেঁতেন আৰু যাইকৈ লিখা-পঢ়াজনা মধ্যবিত্ত শ্ৰেণীটোৱে যদি

সহযোগ কৰিলেহেঁতেন, তেনেহলে এই বিদ্ৰোহ নিশ্চয় সফল হ'লহেঁতেন। সেয়ে হ'লে অসম বুৰঞ্জীৰ গতি আন কোনোবা ফালে গ'লহেঁতেন। পৰ্বত-ভৈয়ামৰ সকলো শক্তি ঐক্যবদ্ধ হোৱালৈ চাই এই বিদ্ৰোহৰ পৰিণতি স্বৰূপে এখন স্বাধীন দেশৰ জয়ধ্বজা উৰুৱাই গৌৰব কৰিব পাৰিলেহেঁতেন।

কেইজনমান ব্যক্তিৰ ব্যক্তিগত স্বাৰ্থই বিদ্ৰোহ বিফল কৰি তোলাৰ মূল কাৰণ। যাৰ বাবে এদিন স্বাধীন অসমৰ ৰঙা বেলি মাৰ গ'ল।

---

# পুৰন্দৰসিংহ ঃ মণিৰাম দেৱান

১৮৪৬ চনৰ অক্টোবৰ মাহৰ এক তাৰিখ। বৃহস্পতিবাৰ। তিনি দিন ধৰি মধুমেহৰ কঠিন পীড়াত ভুগি অসমৰ শেষ স্বৰ্গদেও পুৰন্দৰসিংহ স্বৰ্গী হ'ল। তেতিয়া বেলি লহিয়াইছিল।

যোৰহাট নগৰত শাৰদীয় দুৰ্গাপূজাৰ পয়োভৰ। দুৰ্গা পূজা চাবলৈ ডা-ডাঙৰীয়া, বৰবৰুৱা, আন আন বৰুৱা-ফুকন সকলো গোট খাইছিল। ৰজাৰ মৃত্যুৰ বাতৰি পাই সকলো ৰজাৰ ঘৰ পালেগৈ। তেতিয়াও ৰাজ হাউলিত কান্দোনৰ করুণ সুৰ বিদ্যমান।

"ৰাজ্যহীন ৰজা। ৰাজ্য যাবৰ আঠ বছৰ পাৰ হ'ল। পুৰন্দৰসিংহক ইংৰাজে পেঞ্চন দিছিল; তেওঁ গ্ৰহণ নকৰিলে। পুতেক কামেশ্বৰসিংহয়ো পেঞ্চন লবলৈ অস্বীকাৰ কৰিলে। তেতিয়াও আহোম ডা-ডাঙৰীয়াই প্ৰাচীন ৰীতিৰে পুৰন্দৰসিংহক স্বৰ্গদেও বুলি মানি আছিল। ৰজাৰ মৃত্যু হোৱাত ডা-ডাঙৰীয়াসকলে বৰকাপোৰ পাৰি তাতে বহুৱাই বিয়লি বেলা কামেশ্বৰ-সিংহক যুৱৰাজ বুলি সেৱা কৰিলে।

সোণ, ৰূপ, কাঁহ, তাম চাৰিটা কলহৰ পানীৰে মৃত স্বৰ্গদেৱৰ গাত-মাহ-হালধি সানি গা-ধুৱাই সকলো ৰাজ-অলঙ্কাৰ পিন্ধালে। শৰাইতো নতুন সাজ-কাপোৰ সজাই কুঁৱৰী আৰু কোঁৱৰসকলে সেৱা কৰিলে। আহল-বহলকৈ সজা চাঙীত তুলি, চাঙটি-চান্দোৱাৰ তৰি শৱ দিচৈ নৈৰ পাৰলৈ নি চাৰিওমেৰে আঁৰ-কাপোৰ তৰি, চন্দন কাঠৰ চিতাত তুলি শৱ-সৎকাৰ কৰিলে। শেষ কৃত্য সমাপন কৰোঁতে সৰু-বৰ অনেক মানুহৰ সমাগম হৈছিল।

অসমৰ শেষৰজন স্বাধীন স্বৰ্গদেৱৰ নশ্বৰ দেহ ছাই-অঙ্গাৰত পৰিণত হ'ল। ছাই বালি-মাটিৰে মিহলি হৈ পৃথিৱীৰ বুকুত বিলীন হৈ গ'ল। ৰৈ গ'ল এক ৰাজহুৱা গঞ্জনা—ৰাজ্যভাৰ পায়ো দেশ ৰাখি খাব নোৱাৰিলে।

সুদীৰ্ঘ আঠ বছৰ পিঞ্জৰাত বন্দী সিংহৰ দৰে গুজৰি-গুমৰি পাৰ কৰি দিলে। বিক্ষুব্ধ মন, বিতুষ্ট মানুহ। চিন্তাই জৰ্জৰিত কৰিছিল পুৰন্দৰ সিংহক। ইংৰাজে দেশ লোৱাৰ দহ বছৰৰ মূৰত পঞ্চাশ হেজাৰ টকা খাজানাত উজনি অসম খণ্ড লালবন্দীত লৈছিল। পাঁচ বছৰ দেশ শাসন কৰিলে

কিন্তু পুৰাকৈ লালবন্দী শোধাব নোৱৰাৰ অভিযোগত ৰাজ্য গ'ল। তিনি বছৰৰ লালবন্দী দিবলৈ গৈছিল মণিৰাম বৰভাণ্ডাৰ বৰুৱা, নঠৌধৰ খাৰ-ঘৰীয়া ফুকন আৰু কাশীনাথ তামুলী ফুকন। লগত ছুঅঁৰা নাও; তাকে চাই বৈচা, লগুৱা-লিকচৌ। পিছে, কোম্পানীৰ ঘৰত লালবন্দী জমা নহ'ল। ৰাজ্য গ'ল পুৰন্দৰসিংহৰ। কাৰেঙত বেলি মাৰ গ'ল—স্বাধী-নতাৰ।

এয়া মাত্র স্মৃতিৰ অনুৰণন। স্বৰ্গদেও পুৰন্দৰসিংহই অহৰ্নিশে চিন্তা কৰিছিল, কিবা জানো উপায় আছে? হাতলৈ আহিও সৰকি গ'ল ৰাজপাট, ৰাজক্ষমতা আৰু ৰাজ্য।

প্ৰথম মানৰ আক্ৰমণত চন্দ্ৰকান্তসিংহই হেমো আইদেউক মানৰজালৈ দি মিত্ৰ-সম্বন্ধ স্থাপন কৰিছিল। বদনচন্দ্ৰ মন্ত্ৰী ফুকন হৈ ৰাজমন্ত্ৰীৰ সকলো কাম কৰিছিল। পূৰ্ণানন্দ বুঢ়াগোহাঁয়ে কালহীৰা চেলেকি মৃত্যু বৰণ কৰি আত্মসন্মান ৰক্ষা কৰিলে। পুতেক ৰুচিনাথ ভটীয়াই গৈ চিলমাৰীত আছিল-গৈ।

কদমদীঘলা গোহাঁইৰ এটি পুত্ৰ সন্তান কিনাৰামক অশেষ কষ্টৰে তুলি-তালি ডাঙৰ কৰিছিল। তেওঁ আছিল সুন্দৰ, সুঠাম গঢ়ৰ লৰামতীয়া ডেকা। লেচাই নামৰূপীয়া ৰজাৰ নাতি-পুতি কিনাৰাম-চন্দ্ৰকান্তকৈ ৰাজে-শ্বৰসিংহৰ নাতি-পুতি ব্ৰজনাথ নতুবা পুতেক পুৰন্দৰৰ দাবী আছিল অধিক ন্যায়সঙ্গত। কিন্তু ৰাজমন্ত্ৰী পূৰ্ণানন্দ বুঢ়াগোহাঁইৰ বাছনিত উঠিল কিনাৰাম—কমলেশ্বৰসিংহ।

মোৱামৰীয়া—মৰাণৰ উৎপাতত জৰ্জৰিত ৰাজ্য। ৰাজভঁৰাল উদং। সেই দুৰ্দিনত ৰাজপাটত বহিছিল কমলেশ্বৰসিংহ। শিঙৰি ঘৰত উঠি ৰাজ্যা-ভিষেক পাতিবলৈ মন থাকিলেও ধন নাছিল। তেওঁ ৰাজপাটত বহাৰ দুবছৰৰ পিছত পিতৃ কদমদীঘলাই আৰু এটি পুত্ৰ-সন্তান লাভ কৰিছিল, নাম থলে চন্দ্ৰকান্ত। চন্দ্ৰকান্তৰ জন্মৰ পিছতে পিতৃ-বিয়োগ হ'ল। পানী-কেচুৱা চন্দ্ৰকান্ত হ'ল চাবিং-ৰজা।

গাভৰু কালতে বাঁৰী হোৱা নুমলী ৰাজমাও আছিল ৰাজনীতি জ্ঞানত পাৰ্গতা নাৰী। মহামন্ত্ৰী বুঢ়াগোহাঁইৰ যত্নত পুতেক ৰাজপাটত বহিবলৈ পোৱাৰ বাবে বুঢ়াগোহাঁইৰ প্ৰতি কৃতজ্ঞ আছিল। সতৰামৰ ষড়যন্ত্ৰৰ সম-য়তো ৰাজমাৱে চন্দ্ৰকান্তসিংহক অশেষ বুজনি দিছিল। বদনচন্দ্ৰই মান আনি শতৰুক বৰঘৰ দেখুওৱাৰ বাবে ৰাজমাৱে সমুলি সহ্য কৰিব নোৱাৰিছিল। ৰূপসিং চিপাদাৰৰ হতুৱাই বদনক হত্যা কৰাই ৰুচিনাথ

বুঢ়াগোহাঁইক মতাই পঠাইছিল। ৰুচিনাথ আৰু তেওঁৰ সমৰ্থকসকলে পুৰন্দৰক যুৱৰাজ পতা দেখি চন্দ্ৰকান্তসিংহ ৰংপুৰলৈ উজাই গ'ল। বুঢ়াগোহাঁয়ে যোৰহাটলৈ মতাই পঠালে; নগল। পুৰন্দৰসিংহক দিচৈ বাহৰত থকা ডা-ডাঙৰীয়াসকলে সাত-সেৰা কৰি ৰজা পাতিলে। পূৰ্ণানন্দই নিজে পতা ৰজা চন্দ্ৰকান্ত। গতিকে পুতেক ৰুচিনাথে তেওঁৰ হানি-বিঘিনি হোৱাটো নিবিচাৰিছিল। কিন্তু ভায়েক প্ৰেমনাথ মৰঙীখোৱা গোহাঁয়ে চন্দ্ৰকান্তসিংহক সিংহাসনৰপৰা বঞ্চিত কৰিবলৈ কাণ এখনত খা লগাই অঙ্গক্ষত কৰিলে।

পুৰন্দৰসিংহই মাত্ৰ এবছৰ ৰাজপাটত বহিল। বদন বৰফুকনৰ হত্যা আৰু চন্দ্ৰকান্তসিংহৰ অঙ্গক্ষতৰ বতৰা দি এইবেলি মানক মাতি পঠাইছিল কোনে? যদিও নাম অজ্ঞাত, সেয়া বদনচন্দ্ৰকান্তৰ সমৰ্থক আমাৰ দেশৰে মানুহ।

মান আহিল। পুৰন্দৰসিংহ ভাগি গৈ কলিকতা পালেগৈ। চন্দ্ৰকান্তসিংহক মানে ৰজা পাতিলে। আগৰ চামৰ ডা-ডাঙৰীয়া, বা-বিষয়া অনেকক হত্যা কৰি, অনেকক ভাঙি, দেশত হুলস্থূল লগালে। চন্দ্ৰকান্তসিংহই-নিৰ্বাক নিস্পন্দ হৈ সমৰ্থন কৰিলে।

খেৰেমিয়াল কছাৰীৰ পতাল বৰবৰুৱাই মান অহা বাটতে এটা গড় মাৰি দেশ সুৰক্ষিত কৰিবলৈ অশেষ শ্ৰম কৰিছিল। গড় সম্পূৰ্ণ নৌ হওঁতেই তৃতীয় বাৰ মান আহিল। অনাহূত হৈ। কৰ্মৰত পতাল বৰবৰুৱাক মানৰ আততায়ীয়ে হত্যা কৰিলে। কথা বিষম দেখি স্বৰ্গদেও নগৰ এৰি গুৱাহাটীলৈ ভটীয়াই গ'ল।

১৭৪২ শকৰ চ'ত মাহ। ঢোল,, পেঁপা, গগনাৰে মুখৰিত গাওঁ-ভূই। ঢেঁকীত চুবুৰ চুবুৰ সান্দহ-চিৰা খুন্দাৰ মাত। হঠাতে বাতৰি ভুঁৰৰি গ'ল- মান আহিছে, মান আহিছে। এইবেলি কোনেও মাতি অনা নাই। বৰঘৰৰ সোণৰ সোলেং দেখি চুঁচি নিবলৈ আহিছে। হেমো আইদেউৰ ফালৰ মিতিৰ শঠা মিতিৰ হৈ উভতগোৰে নাচিছে।

এই বেলি শেনৰ এজাত। অকথনীয় যাতনা, অবৰ্ণনীয় অত্যাচাৰ, অমানৱীয় ব্যৱহাৰ। ঘৰ-বাৰী এৰি মানুহ হাবিত সোমালগৈ। ঘৰৰ ভিতৰত সুমুৱাই শ শ মানুহক জুই দি পুৰিলে। অনেকক কচুকটা দিলে, অনেকক হাতৰ তলুৱাত শলখা মাৰি বন্দী কৰি লৈ গ'ল। মান সেনাপতি মিঙ্গিমাহা তিলোৱাই হেমো আইদেউৰ ককায়েক বগাকোঁৱৰৰ পুতেক যোগেশ্বৰক লোকদৰ্শক ৰজা পাতি নিজেই সৰ্বেসৰ্বা হৈ দেশ চলাবলৈ ধৰিলে।

পুৰন্দৰসিংহ আৰু চন্দ্ৰকান্তসিংহৰ ভা-ডাঙৰীয়া, বা-বিষয়াসকলৰ আনুগত্যত সন্দেহ কৰি সকলোকে হত্যা কিম্বা পদচ্যুত কৰিলে।

দেশ গুচি এৰাবাৰী হ'ল। ধৰ্ষণ, হত্যা, লুণ্ঠন আৰু অত্যাচাৰত প্ৰজা জৰ্জৰিত হ'ল। ৰক্ষাৰ উপায় বিচাৰি বিমোৰ হ'ল। মানৰ দ্বিতীয় আক্ৰমণৰ সময়তে পুৰন্দৰসিংহ কলিকতালৈ গৈ ইংৰাজ সৈন্যৰ সাহায্য বিচাৰিছিল। তেওঁ যুদ্ধ-ব্যয় আৰু সৈন্য দিবলৈ, আন কি কৰতলীয়া হৈ থাকিবলৈকো আবেদন জনাইছিল কিন্তু সেই আবেদন গ্ৰাহ্য নহ'ল।

এইবেলি ইংৰাজ নিজেই আহিল। মান সৈন্যক ঘটুৱাই এচাপ এচাপকৈ উজাই আহিল। ১৮২৫ চনৰ মাঘ মাহত নামদাং নৈ ৰাঙলী কৰি মান সৈন্য আৰু ইংৰাজ সৈন্যৰ মাজত তুমুল যুদ্ধ হ'ল। যুদ্ধত পৰাস্ত কৰি ইংৰাজ সৈন্যাই ৰংপুৰ অধিকাৰ কৰিলে। ডেভিদ স্কটে দেশ চম্‌জি ল'লে।

ডেভিদ স্কটে অসমৰ ৰজা-প্ৰজাক উদ্দেশ্য কৰি এখন ঘোষণা-পত্ৰ প্ৰচাৰ কৰিছিল। তাত লিখিছিল,........''আমি তোমালোকৰ দেশ জয় কৰিবলৈ অহা নাই। তেনে ইচ্ছা বা আকাঙ্ক্ষাও আমাৰ নাই। শত্ৰুৱে আমাৰ ৰাজ্যত উপদ্ৰৱ কৰাৰ কাৰণেহে তোমালোকৰ দেশত সোমাইছোঁ। অসমৰ পৰা শত্ৰুক খেদি, তোমালোকৰ ৰাজ্য গতাই দিব নোৱৰালৈকে আমি ক্ষান্ত নহওঁ। তোমালোকে চিন্তা নকৰিবা।''

সাত সাগৰ তেৰ নদীৰ সিপাৰৰ বগা বঙালৰ চলাহী দিয়া কথাৰ গুৰ পোৱা টান, কোনেও ফুট মনিব নোৱাৰিলে।

১৮২৫ চনে বিদায় লোৱা দিনটোতে ৰংপুৰ নগৰৰপৰা মান সৈন্যই বিদায় ললে। সাতশ সৈন্যই আত্মসমৰ্পণ কৰিলে, বাকী ন হেজাৰমান সৈন্য উজাই গৈ পাটকাইৰ এই পাৰে হাবিতলীয়া ঠাইত সোমালগৈ।

১৮২৬ চনৰ ফেব্ৰুৱাৰী মাহৰ ২৮ দিনৰ দিনা ব্ৰহ্মদেশৰ ইয়াণ্ডাবুত ইংৰাজ আৰু ব্ৰহ্মদেশৰ ৰজাৰ মাজত সন্ধি হ'ল। সন্ধিৰ দুই নম্বৰ সূত্ৰমতে ব্ৰহ্ম ৰজাই অসম আৰু ইয়াৰ কৰতলীয়া অঞ্চলকে ধৰি কাছাৰ আৰু জয়ন্তীয়া ৰাজ্য ক্ষাওতে ইংৰাজৰ হাতত সমৰ্পণ কৰিলে।

ফাগুন মাহ। ফাগুনী বতাহে জোকাৰি পেলোৱা শীতৰ স্থবিৰতাৰ লগে লগে আহিল এছাটি নতুন পছোৱা-পশ্চিমৰপৰা। দুবছৰৰ আগতে এটা পলাশ-ৰঙী ফাগুনতে ডেভিদ স্কটে আশাৰ সপোন সিঁচিছিল আৰু দুবছৰ পিছতে হেঙুলসনা আকাশ ক'লা কৰি পৰাধীনতাৰ ঘনঘোৰ ডাৱৰে আৱৰি ধৰিলে।

কেঁচা তেজৰ সোৱাদ পোৱা বাঘে মানুহৰ গোন্ধ পালেই বলিয়া হয়। অসমৰপৰা মান খেদি বিজয়ী ইংৰাজে পূৰ্বতেই বাতৰি পাইছিল, উত্তৰ ব্ৰহ্মৰ বিৰাট অঞ্চলত সোণ, ৰূপ, মণি-মৰকত উপচি আছে। ধন-ৰত্ন লালায়িত ইংৰাজে ব্ৰহ্মদেশ আক্ৰমণ কৰিলে। যুদ্ধত অনেক মানুহ মৰিল। অৱশেষত আমেৰিকান মিছনেৰী ডাঃ প্ৰাইচ আৰু ইংৰাজ নাগৰিক ছেণ্ডৰ্কৰ্ডৰ মধ্যস্থতাত সন্ধিৰ দিহা হ'ল। ব্ৰহ্ম ৰজাই যুদ্ধৰ ব্যয় এক কোটি টকা আৰু তাৰে আগধন পঁচিশ লাখ টকা দিবলৈ সন্মত হোৱাত সন্ধিৰ চৰ্ত্ত স্থিৰ হ'ল।

ইষ্ট ইণ্ডিয়া কোম্পানীৰ হৈ চাৰ আৰ্কিবল্ড কেম্বেল, টমাচ কেম্প-বেল ৰবাৰ্টচন, হেনৰী ডেচি চাদ আৰু মান ৰজাৰ হৈ মিঙ্গিমাহা মেনহ্লা-ক্যান্ ঠান্ উঙ্গি আৰু মিঙ্গিমাহা মেনহ্লা থি-হা-থু উপ অটোৱেন উন্ এওঁ-বিলাকে ইয়াণ্ডাবুৰ সন্ধিপত্ৰত চহী কৰিলে। ছশ বছৰীয়া স্বাধীন অসম ইংৰাজৰ অধীন হ'ল।

মান-মৰাণৰ উৎপাতত দেশ উছন হৈছিল। জীৱন-মৰণৰ থিতাপি নাছিল। ইংৰাজ আহি মানক খেদিলে। ৰজাক পাটত নেদেখি বাটত কিলোৱা উৎপতীয়া মানুহবোৰ লুকাল। ইংৰাজৰ মুখে মৌ-বৰষা কথাত ভোল গ'ল প্ৰজা। 'দেশৰপৰা শত্ৰুক খেদি ৰাজ্য তোমালোকক গতাই দিম'—এনেকুৱা সোণৰ মুখৰ বাক্য সাতামপুৰুষীয়া মিতিৰৰ মুখতো নোলায়। মানুহ ভোল গ'ল। আন কি, মান খেদিবলৈ অহা কোম্পানীৰ পল্টনক আমাৰ মানুহে বাট দেখুৱাই আনিছিল। ডেকা মণিৰাম আৰু বুঢ়া বলোৰাম খঙ্গীয়া ফুকনে আগৰণুৱা হৈ এই কাম কৰিছিল।

প্ৰথমে বাটচ'ৰা গৰকি উলটি যাম বুলি কোৱা ইংৰাজে বৰঘৰৰ চাবি-কাঠি লৈ ওৰা পাতি বহিল। নৌ তিনিমাহ পূৰ হওঁতেই মটকৰ বৰসেনাপতি, চিংফৌৰ বাৰগাম আৰু খামতিৰ শদিয়াখোৱা গোহাঁইকো পাকত পেলাই কৰতলীয়া কৰি ক্ষমতা সীমাবদ্ধ কৰিলে। লুইতৰ দুয়ো-পাৰ ইংৰাজৰ কৱললৈ আহিল।

ডেভিদ স্কট চোকাবুধীয়া, ফুটমনিয়াৰ বিষয়া আছিল। তেওঁৰ সহায়-কাৰী মেজৰ আদম হোৱাইট, কৰ্ণেল বিৰ্ছাড, কেপ্তেইন নিউভিল, কৰ্ণেল কুপাৰ প্ৰত্যেকেই আছিল ইংৰাজ শাসনৰ বাযজৰী টনা কচামুঠীয়া বিষয়া। মানৰপৰা দেশ লৈ পূৰ্বৰ বা-বিষয়াকে বাবত ৰাখি দেশ চলাবলৈ দিহা কৰিলে। ইয়াকে দেখি ইংৰাজৰ বিষয়-বাব লাভ কৰিবলৈ ডা-ডাঙৰীয়া-সকলৰ মাজত হেতা-ওপৰা লাগিবলৈ ধৰিলে। ইংৰাজৰ শাসন ভালপোৱা

সকলৰ ভিতৰত সকলো জাতৰে বৰমুৰীয়াসকল আছিল—দুৱৰা-কাকতীৰ কথাসোধা মুক্তিয়াৰ ৰামদত্ত, পুতেক মণিৰাম, ভোলানাথ পৰ্বতীয়া ফুকন, লঠৌধৰ খাৰঘৰীয়া ফুকন, বামুণৰ কাশীনাথ তামুলী ফুকন, গণকৰ হৰনাথ পৰ্বতীয়া বৰুৱা, আহোমৰ ৰাধানাথ বৰবৰুৱা, কেঁচুৱা পোৱালী বছা ৰাজখোৱা, মাধৰাম বৰগোহাঁই, লম্বোদৰ বৰফুকন, জনাৰ্দন বৰুৱা, নিৰাময় ডেকাফুকন ইত্যাদি।

ডেভিদ স্কটে কৰ্ণেল কুপাৰক কৰ-কাটল আদায় কৰাৰ দায়িত্ব দি ধনঞ্জয় ভগা বৰগোহাঁই, পিজৌ ভগা দিহিঙীয়া ফুকন, চিৰিঙৰ কাশীনাথ চেতিয়া ফুকনক পিযল কৰিবলৈ দিলে। আগৰ বৰকাকতী, পাথিকাকতী, টাঙনি কাকতী সকলোকে কামত লগালে। পোন প্ৰথম এজন বঙালী আমোলাক এই কাৰ্য্যত নিযুক্তি দিলে। তেওঁৰ নাম চন্দ্ৰধৰ ৰায়।

চাহাবৰ দৃষ্টি যাৰ ওপৰত পৰিছিল তেনে মানুহ-খোৱা হৈয়ো পৰ্বত বগাইছিল, বোবা হৈও চতুৰ বুজাইছিল আৰু পচা কাঠৰো গজালি ওলাইছিল। অনেকেই ইংৰাজক ভালৰি লগাই বিষয়-মৰ্য্যাদা লাভ কৰিছিল।

মণিৰাম বৰুৱা দুৱৰা-কাকতীৰ ঘৰৰ ল'ৰা। বিদ্যাই-বুদ্ধিয়ে আগ বঢ়া। ডেভিদ স্কটৰ বাটকটীয়া মণিৰাম কেপ্তেইন নিউভিলৰ ৰেভিনিউ চিৰস্তাদাৰ হৈ ৰাজহৰ নিৰিখ বঢ়াই দিলে। পাইকৰ গোটে আঠ টকাকৈ, দেৱলীয়াৰ গোটে চাৰি টকাকৈ, মাটি-মিৰিৰ গাই পতি ছটকাকৈ নগদ ধন দিব লগা কৰিলে।

ডেভিদ স্কটে ৰজাৰ দিনৰ ৰাজহৰ নীতি সলনি কৰিলে। পূৰ্বে পাইকে প্ৰতি দুপুৰাকৈ কল্পিত মাটি পাইছিল আৰু তাৰ সলনি তিনিমাহ ৰজাৰ ঘৰত গা-খাটি দিছিল। বাকী বাৰীমাটি, খেৰনি, কাঠনি, চোমনি, কঠীয়াতলী আদি বামমাটিৰ খাজানা নাছিল। কোনোবাই দুপুৰা মাটিৰ অধিক মাটি দখল কৰিলে পুৰাত এটকা আৰু ৰজাঘৰীয়া কামৰপৰা সম্পূৰ্ণ ৰেহাই বিচাৰিলে পাইকে বছৰি তিনি টকা খাজানা দিব লাগিছিল। ইংৰাজে পোনতে তেওঁবিলাকৰ ফলীয়া ডা-ডাঙৰীয়া, বা-বিষয়াৰ ওপৰত কৰ নলগাই সাধাৰণ খেতিয়ক প্ৰজাক চেপি-খুন্দি কৰ-কাটল আদায় কৰিছিল। ইংৰাজ শাসনৰ প্ৰথম বছৰত ২৮,০৫৭ টকা, দ্বিতীয় বছৰত ৪৭,০৭২ টকা আৰু তৃতীয় বছৰত ৩৮,৮৩৫ টকা কৰ সংগৃহীত হৈছিল।

১৮২৮ চনত কেপ্তেইন নিউভিল চাহাব উজনি অসমৰ পলিটিকেল এজেণ্ট হৈ আহি চফল ডেকা মণিৰাম কাকতি বৰুৱাক ৰেভিনিউ চিৰস্তাদাৰ আৰু তহছিলদাৰ বাব দিয়ে। ইংৰাজ প্ৰশাসনৰ সমৰ্থক অত্যুৎ-

সাহী মণিৰামে ৰাজহ আদায়ৰ কেতবোৰ নতুন নীতি প্ৰচলন কৰিলে। ফলত ২৮,০০০ ৰ পৰা ১,২০,০০০ টকালৈ খাজানা উঠিল। নগদ ধনেৰে খাজানা দি নোপোৱা অসমীয়া খেতিয়কে নগদ ধন দিব নোৱৰা হ'ল। ফলত চিৰস্তাদাৰ-তহছিলদাৰ-সাধনিদাৰৰ টেকেলাই খাজানাত মাৰি সোণ, সোণ-ৰূপৰ অলঙ্কাৰ, মুগা-সূতা, মুগা-কাপোৰ, হাতীদাঁত, কঁাহ-পিতলৰ কাঁহী-বাটি-কলহ, আনকি কপাহী কাপোৰো ঘৰ-লুকুৰি কাঢ়ি লৈ গৈছিল। ডেভিদ স্কটৰ নীতিয়েই আছিল পূৰ্বৰ অৰ্থনৈতিক গাঁথনি ভাঙি দি অসমীয়া মানুহক দুৰ্বল কৰি ইংৰাজ অৰ্থনীতিমুখী কৰা, অৰ্থাৎ পৰমুখাপেক্ষী কৰা। বিনিময় প্ৰথা গুচাই বিত্ত-অৰ্থনীতি প্ৰচলন কৰিলে। আগতে যিবোৰ মাটিৰ খাজানা নাছিল, সেই সকলোতে খাজানা লাগিল। আনপিনে ধানৰ দাম মোণে আঠঅনা, ধান কিনি খোৱা মানুহ নাই। গতিকে নগদ ধনেৰে খাজানা দিব নোৱাৰি বাম মাটিবোৰৰ দখল অসমীয়া মানুহে এৰি দিলে। অসমীয়া খেতিয়ক মানুহে যাতে অধিক মাটি ৰাখিব নোৱাৰে, দোপতদোপে খাজানা বঢ়াই যাবলৈ ধৰিলে। খনুৱা মানুহবোৰপৰা বাম মাটিবোৰ একুৰাই তাত চাহখেতিৰ পাতনি তৰিলে। মাটিত অসমীয়া দুখীয়া হৈ যাবলৈ ধৰিলে।

কেপ্তেইন নিউভিল আৰু তেওঁৰ সমৰ্থক এচাম বিষয়া-ডাঙৰীযাই যেতিয়া অসমীয়া প্ৰজাক চেপি-খুন্দি ৰাজহ তুলিবলৈ ধৰিলে তেতিয়া স্বাভাৱিকতে আহোম কোঁৱৰ আৰু ভগা ডা-ডাঙৰীয়া জনচেৰেক বিক্ষুব্ধ হৈ উঠিল। ৰংপুৰৰপৰা আঁতৰি গাৱেঁ-ভূঞে সোমাই বিদ্ৰোহৰ আযোজন কৰিবলৈ ধৰিলে। লগে লগে খাজানা নিদিবলৈ ৰাইজক উচটনি দিলে। সেই বছৰতে দেশ জুৰি মহামাৰী হ'ল; অনেক মানুহ মৰিল। প্ৰজাৰ মনৰ গতি-বিধি লক্ষ্য কৰি স্কটে কৈছিল, 'নগদ ধনেৰে খাজানা দি নোপোৱা প্ৰজাই খাজানা বঢ়ালে সবাতোকৈ ডাঙৰ আপদ বুলি ভাবিব। ৰাজকোঁৱৰ, ডা-ডাঙৰীযা, বা বিষয়া আৰু গোসাঁই-মহন্তসকলে আমাৰ কৰ্তৃত্ব মানিবলৈ বেয়া পাইছে।' স্কটে এসময়ত নিজে দেশ এৰি যাব বুলি প্ৰতিশ্ৰুতি দিছিল। এতিয়া সেই কথা সুঁৱৰি তেওঁ উৰ্দ্ধতন কৰ্তৃপক্ষক জনাইছিল বোলে, 'আহোম ৰাজকোঁৱৰ এজনকে ৰজা পাতি ডা-ডাঙৰীয়াসকলক আগৰদৰে ৰাখি অসম-ব্ৰহ্ম সীমান্ত সুৰক্ষা কৰাৰ ব্যৱস্থা কৰিব লাগে।' স্কটে লগতে লিখিছিল 'পুৰন্দৰসিংহ অধিক যোগ্য হলেও চন্দ্ৰকান্তসিংহক সিংহাসন দিয়া ভাল।' কৰ্তৃপক্ষই স্কটৰ পৰামৰ্শ গ্ৰহণ নকৰিলে।

সাত ৰাজ মাৰি এক ৰাজ পাতি অসম গঢ়িছিল দিহিঙীয়া স্বৰ্গদেৱে।

তেওঁৰে পুতেক গড়্গাগঞা ৰজাই হাবি কাটি পথাৰ পাত্তি খেতি কৰিবলৈ উদগনি দিছিল। তেওঁৰে নাতিয়েক বুঢ়া ৰজা প্ৰতাপসিংহই মোৱাইতামুলী বৰবৰুৱাৰ (শুকতি) হতুৱাই খেল-মেল ভাগ কৰি দেশ পাতিলে। সেইজনা স্বৰ্গদেৱৰে পুতেক সৰুজনা কোঁৱৰৰ বংশত জন্ম হোৱা ফেগা কোঁৱৰৰ পুতেক গমধৰ কোঁৱৰৰ গাত স্বাধীন হৈ জীয়াই থকাৰ বাসনা আছিল। আৰু এজন তুংখুঙীয়া কোঁৱৰেও স্বাধীন হ'বলৈ যো-জা কৰিছিল; তেওঁৰ নাম গদাধৰ। গদাধৰ ধতুৱা গোহাঁইৰ পুতেক। দুয়োজনেই ৰাজ্য বিচাৰি ডেভিদ স্কটৰ প্ৰতিশ্ৰুতিলৈ মনত পেলাই দিছিল; কোম্পানীয়ে সেই সকিয়নিলৈ কাণ-সাৰ নকৰি প্ৰজাক চুঁচি নিঃশেষ কৰাৰ উপক্ৰম কৰিলে। সাম্ৰাজ্য-বাদী ইংৰাজক সহায় কৰিলে জনাৰ্দন বৰবৰুৱা, লম্বোদৰ বৰফুকন, মাধৰাম বৰগোহাঁই, ভদ্ৰচন্দ্ৰ বৰবৰুৱা, ৰাধানাথ বৰবৰুৱা, মণিৰাম বৰুৱা আদিয়ে। এই ক্ষেত্ৰত মণিৰাম আছিল সবাতোকৈ একোৰ চৰা। তেওঁ দেশৰ সকলো কথা বুজি পাইছিল আৰু সেইবোৰৰ তলা-নলা খৰছি মাৰি ইংৰাজক দিছিল।

তৰাতলী। নকছাৰীৰ ওচৰৰ হাবিতলীয়া ঠাই। ইয়াতে গমধৰ কোঁৱৰৰ ৰজাবাৰী। দক্ষিণে নীল বৰণীয়া নগাপৰ্বত। নগাচাঙলৈ বেছি দূৰ নহয়। ইয়াতে শিবিৰ পাতিলে জনচেৰেক স্বাধীনতাপিপাসু আশাবাদী ডেকাই। উজনিৰ ঢোপাবৰতো আন এটা শিবিৰ প্ৰতিষ্ঠিত হ'ল। ইংৰাজৰ নিষ্পেষণত জৰ্জৰিত প্ৰতিজন বিক্ষুব্ধ দেশবাসীৰেই পৰাধীনতাৰ শৃঙ্খল ছিঙাৰ দুৰ্বাৰ বাসনা জাগিছিল যদিও মুখ ফুটি ওলোৱা নাছিল। অসীম সাহসী মইনা খাৰঘৰীয়া ফুকনৰ মুখৰ পৰাই বিদ্ৰোহ কৰাৰ কথা ওলাইছিল। খাৰঘৰীয়া ফুকনৰ লগত যোগ দিছিল বুঢ়া ভগা বৰগোহাঁই ধঞ্জয় ওৰফে পিয়লিয়া আৰু তেওঁৰ পুতেক হৰনাথ-হৰকান্তই। আগ বাঢ়ি আহিছিল বদন বৰফুকনৰ পুতেক জন্মি আৰু পিয়লি। বিদ্ৰোহৰ আয়োজনৰ বাতৰি পাই তেজত স্বাধীনতাৰ কণিকা থকা মানুহে নিজেই আগ বাঢ়ি আহি যোগ দিছিল। জয়পুৰ, নামৰূপ, ঢোপাবৰ, গেলেকী, দোপদৰ, তৰাতলী, মৰিয়নীত সাতোটা কোঠ পাতি মইনা খাৰঘৰীয়া ফুকনে বন্দুক-বৰতোপ, খাৰ-বাৰুদ, দা-তৰোৱাল গোটালে। ৰ'ম চিংফৌ আছিল আন এটি টিঙিৰি তুলা।

১৮২৮ চনৰ ফেব্ৰুৱাৰী মাহৰপৰা ছেপ্তেম্বৰ মাহলৈকে এই ছমাহ কাল বিদ্ৰোহী দলে ধনশিৰীৰপৰা দিহিঙলৈকে ভিতৰি ভিতৰি সজাগ কৰিলে। মন-বুজা চৰকাৰী বিষয়া দুই-চাৰিজনকো পেটৰ কথা ক'লে। কোনোৱে ভিতৰি সমৰ্থনো দিলে।

আগষ্ট মাহৰ ২৫।২৬ তাৰিখে বিদ্ৰোহী দলে গমধৰ কোঁৱৰক ৰজা বুলি সেৱা কৰি নেতা মানি ল'লে। কোনো কোনোৱে কৈছিল, চন্দ্ৰকান্ত-সিংহ আৰু পুৰন্দৰসিংহ দুজনা নিয়ৰীয়াকৈ পতা ৰজা থাকোঁতে তৃতীয় এজনা ৰজা কিয় পাতিব লাগে। নেতা বাছি লোৱাৰ এমাহৰ পিছত দেও-ধাই বাইলুঙৰ হতুৱাই কুকুৰা-ঠেং চোৱাই ৰজা হোৱাৰ লক্ষণ পালে। ইয়াৰে এমাহৰ পিছত গমধৰ কোঁৱৰক কথা শুনাই ৰজা পাতিলে আৰু পিছদিনাই দেশৰ পুৰণা ডা-ডাঙৰীয়া সকলৰ মন বুজিবলৈ একোখনকৈ চিঠি দিলে। পিয়লিয়া বৰগোহাঁই, গদাধৰ দিহিঙীয়া ফুকন, তলিবল ৰাজখোৱা, বেং-মৰীয়া গোহাঁই, মটকৰ ওঠৰজন গাওঁবুঢ়া, খুটীয়াপোতাৰ গোসাঁইৰ উপৰিও মুখে মুখে খবৰ দিবলৈ হাতীচুঙ্গিৰ কোমল নেওগক পঠাইছিল। সেই সময়ত ইংৰাজৰ প্ৰিয়পাত্ৰ বিষয়া মাধৰাম বৰগোহাঁই আৰু লম্বোদৰ বৰফুকনৰো সমৰ্থন বিচাৰিছিল। লম্বোদৰ বৰফুকনৰ ভিতৰি সমৰ্থন আছিল। নিউভিল চাহাবে পাঁচ কোম্পানী ৰণুৱা চিপাহীৰ কাপ্তান লম্বোদৰ ফুকনক কৈছিল, 'যদি ৰজাৰ বেটা ৰজা হয়, তহঁতি আচাম বৰুৱা, ফুকন, বৰগোহাঁই চবলোক আছ, পঞ্চায়ত লোকে কৰি, ৰংপুৰ কিলামে আনগৈ।' লম্বোদৰ বৰফুকনে এই কামত গাফিলতি কৰাৰ অপৰাধত কাপ্তান পদ আৰু বিচাৰ-ক্ষমতা হেৰুৱালে।

কাতি মাহৰ এঘাৰ দিন যোৱাত গমধৰ কোঁৱৰক গমধৰসিংহ নাম দি ৰজা পাতিলে। ৰজাই কুঁৱৈগঞা জয়ধৰ বুঢ়াগোহাঁই, লাইকু বৰপাত্ৰ গোহাঁই, চিৰিঙৰ বালি বৰবৰুৱা, হৰনাথক বৰগোহাঁইৰ বাব দিলে।

বেংমৰাৰ বৰসেনাপতিয়ে আঢ়েকুৰি ৰণুৱা চিপাহী দি সহায় কৰি বিদ্ৰোহত যোগ দিলে। সাতোটা শিবিৰত ভাগ হৈ কেইবাশও ৰণুৱাই আখৰা কৰিলে।

গাৰ নোমেই শত্ৰু। ইংৰাজৰ বিষয়-বাব পোৱা জনচেৰেক বা-বিষয়াই গমধৰ কোঁৱৰৰ বিদ্ৰোহৰ বিৰোধিতা কৰিছিল।

আচন্দা গোহাঁই, বাপেক-পুতেক দুয়ো গমধৰৰ দলত যোগ দিছিল। হয়তোবা কোনো বিষয়-বাব নেপাই ৰংপুৰলৈ ভাগি আহিল আৰু মাধৰাম বৰগোহাঁই আৰু লম্বোদৰ বৰফুকনক আগলি বাতৰি দিলেহি। লম্বো-দৰে ইংৰাজৰ হৈ ৰণ কৰিব নোৱাৰোঁ।' বুলি ফালৰি কাটিলে। ইতিমধ্যে ৰংপুৰত সকলোৱেই বিদ্ৰোহৰ ভেদ পালে।

নিউভিল চাহাবে গোপালসিং জমাদাৰক সবিশেষ বাতৰি গোটাবলৈ দায়িত্ব দিলে। গোপালসিঙে ভীম চাংৰুং ফুকন, শুকুৰা আৰু ৰতিৰাম

চোৰাংচোৰাক লগাই সকলো গুং-সূত্ৰ গোটাই নিউভিলক জনালে। নিউভিলে ৰুথাৰফৰ্ড আৰু গোপালসিঙক সৈন্য সামন্ত দি ৰজাৰ বিদ্ৰোহৰ আয়োজন ছেদেলি-ভেদেলি কৰি নেতাসকলক বন্দী কৰিবলৈ আদেশ দিলে।

পোন্ধৰ কাতিৰ দিনা ৰুথাৰফৰ্ডৰ সৈন্যই আচম্বিতে তৰাতলীৰ শিবিৰ আক্ৰমণ কৰিলে। ৰাতিৰ এন্ধাৰৰ আঁৰ লৈ গমধৰ কোঁৱৰ নগা-চাঙত সোমালগৈ। ভনীয়েক দুজনীয়ে চিপাহীৰ ভয়ত হাবিত লুকালগৈ।। ৰাজমাওক বহাঘৰতে বেঢ়ি ধৰিলে। কাকত-পত্ৰ, আঁচনি, ৰূপৰ পেৰা সকলো জব্দ কৰিলে। বিদ্ৰোহৰ শিবিৰ অধিকাৰ কৰাৰ চিন স্বৰূপে তিনি জাঁই গুলী কৰিলে।

নিউভিল চাহাবে ৰাজমাওক ক'লে, 'তোমাৰ বেটা ৰাজা, কোথায় আছে? আনা, আহুক। আমি ৰাজা পাতিম।'

অয়ং কটকীৰ আগত কোঁৱৰক মাতি ৰাজমাৱে শপত দি পঠালে। মাকৰ শপত শুনি গমধৰ ৰজা পৰ্বতৰপৰা নামি আহিল। নিউভিলে গমধৰক বন্দী কৰিলে। সিংহাসনত বহুৱাই ৰজা পতাৰ পৰিবৰ্ত্তে বন্দীশালত ঠাই দিলে।

বিদ্ৰোহৰ আয়োজনে পক ধৰিবলৈ নৌ পাওঁতেই সিংহ জালত বন্দী হ'ল। স্বাধীনতাৰ দুৰ্বাৰ বাসনাই ৰজাক বন্দী কৰি ৰাখিব নোৱাৰিলে। পৰীযাৰ চকুত ধূলি দি কোঁৱৰ পলাই গ'ল কিন্তু কোম্পানীৰ চৰীয়া-পৰীয়াৰ চকুত ধূলি দি বিদ্ৰোহী দলৰ লগ লাগিব নোৱাৰিলে, বাৰ দিনৰ মূৰত আত্মসমৰ্পণ কৰিবলৈ বাধ্য হ'ল।

তৰাতলীৰ শিবিৰৰ কাকত-পত্ৰ চাই গমধৰৰ লগতে দহাঁ ফুকন, ধেনুধৰ গোহাঁই (কোঁৱৰ), জয়ধৰ জাগিয়াল গোহাঁই, পিয়লিয়া বৰগোহাঁই, হৰনাথ পানীফুকন, মইনা খাৰঘৰীয়া ফুকন, ৰূপচন্দ্ৰ কোঁৱৰকো বন্দী কৰি বিচাৰ কৰিবলৈ অনালে। বাকীবোৰ নেতা লুকাই থাকিল।

ডেভিদ স্কটে দেৱানী-ফৌজাদাৰী গোচৰ সুধিবলৈ পঞ্চায়ত স্থাপন কৰিছিল। গুৰুতৰ অপৰাধৰ বিচাৰৰ ৰায় কমিছনাৰ চাহাবে অনুমোদন জনাব লাগিছিল।

গমধৰ কোঁৱৰ আৰু তেওঁৰ অনুগামীসকলক বিচাৰচ'ৰালৈ অনা হ'ল। অপৰাধ-স্বাধীনতা জন্মগত স্বত্ব দাবী কৰাৰ আৰু দেশক ভাল-পোৱাৰ।

বিচাৰক পঞ্চায়তৰ সদস্যসকল গমধৰৰ জ্ঞাতি-ভাই : মাধৰাম বৰগোহাঁই, মণিৰাম বৰুৱা চিৰস্তাদাৰ, কাশীনাথ তামুলী ফুকন, উৰ্বীধৰ বৰুৱা, লঠৌ খাৰঘৰীয়া ফুকন, কৃষ্ণানন্দ বৰুৱা, নুকী শেনচোৱা, ৰাধানাথ বৰবৰুৱা, জাবৰ বুঢ়াগোহাঁই, অভিমান সিং জমাদাৰ, বকতসিং চিপাদাৰ, ত্ৰিলোচন ডেকাফুকন, ইন্দুগোবিন্দ সৰুমেলীয়া বৰুৱা, মহীধৰ বুঢ়াগোহাঁই, কানুৰাম পানীফুকন, যাদুৰাম ডেকাবৰুৱা, কাঞ্চন ৰাজখোৱা, দেহীৰাম ন-ফুকন, মোহন বছা ৰাজখোৱা, নিৰাময় ডেকাফুকন, ৰাঞ্চাৰাম ফুকন, কাংবল ডেকাফুকন আদি।

এইবেলি পঞ্চায়তত বহিছিল মণিৰাম দোলাকাষৰীয়া বৰুৱা, মাধৰাম ৰবগোহাঁই, ৰাধানাথ বৰবৰুৱা, যাদুৰাম ডেকাবৰুৱা, নিৰাময় ডেকাফুকন, মোহন বছা ৰাজখোৱা, কাশীনাথ তামুলী ফুকন, ৰাঞ্চাৰাম দিহিঙীয়া ফুকন, দেহীৰাম ন-ফুকন, কাংবল গুৱাহটীয়া ডেকাফুকন। বিচাৰৰ কাকত লিখিছিল দুতিৰাম কাকতিয়ে। কথাসোধা চৰ্দাৰ আছিল মণিৰাম চিৰস্তাদাৰ।

বিচাৰত গমধৰ কোঁৱৰক ১৪ বছৰ নিৰ্বাসন দণ্ড দি বাকী লগৰীয়াসকলক সাত বছৰকৈ ফাটেক দিলে। বিচাৰৰ ৰায় দিছিল, পুহৰ এদিন যাওঁতে। এঘাৰ দিনৰ দিনা ধঞ্জয় আৰু হৰনাথ দুয়ো বন্দীশালৰপৰা পলাই গৈ অৱশিষ্ট বিদ্ৰোহী দলত যোগ দিলেগৈ। বাকীবোৰক ঢাকা আৰু ভাটীৰ ৰংপুৰলৈ নিৰ্বাসিত কৰিলে।

ইংৰাজ শাসনৰ খোপনি নৌ টান হওঁতেই ওফৰাই পঠিয়াবলৈ যত্ন কৰিছিল গমধৰ আৰু এমুঠি সাহসী, দেশপ্ৰেমিক মানুহে কিন্তু স্বদেশী মানুহেই শাসকক তোষামোদ কৰি সৰ্বনাশ সাধিলে।

চৈধ্য বছৰ নিৰ্বাসনত থাকি বুঢ়া বয়সত গমধৰ জন্মভূমিলৈ উলটি আহিছিল। পানীৰ তলৰ কাঁইট মনিব পৰা গমধৰে যি আশা আৰু অদম্য সাহস বুকুত বান্ধি পৰাধীনতাৰ গ্লানি মচিবলৈ যত্ন কৰিছিল, সি আদৰ্শ হৈ জীয়াই থাকিল। এটি ৰুগ্ন দেহ আৰু শীৰ্ণ মন লৈ এদিন জন্মভূমিৰ বুকুতে মৃত্যুক সাৱটি ললেহি। উলটি আহি গমধৰে দেখিছিল, ইংৰাজে নখ বহুৱাই খোপনি পুতি লৈছে। যিবোৰ বিষয়াই তোষামোদ আৰু পদলেহনেৰে সাম্ৰাজ্যবাদীক সন্তুষ্ট কৰিছিল, তাৰে বহুতেই বিদায় লৈছে। তেতিয়াও বাকী আছিল মাত্ৰ কাশীনাথ তামুলী ফুকন, হৰনাথ পৰ্বতীয়া বৰুৱা, লঠৌ খাৰঘৰীয়া ফুকন, যাদুৰাম ডেকাবৰুৱা আৰু মাধৰাম বৰগোহাঁই। মণিৰাম দেৱানেও চৰ্কাৰী চাকৰি হেৰুৱাই আসাম কোম্পানীৰ

দেৱান হৈছিল; খৰ্গহস্ত হৈছিল কোম্পানীৰ প্ৰতি। অসমৰ স্বাধীনতা-ৰণৰ প্ৰথম উদ্যোক্তা গমধৰ আজি মৰিও অমৰ।

চুৰমফা ভগা ৰজাই কুটুকাতলীত পহু মাৰিবলৈ গৈছিল। ৰজাই-ধনুত কাঁড়-জুৰি পহুটোলৈ টোৱাঁই লওঁতেই দুৱাৰৰ ঘৰৰ চিলা-পখৰা কুকুৰ এটাই চিলাৰ দৰে গৈ ঠেঙত কামুৰি পহু-ধৰি ৰাখিলে। ৰজাই দুৱৰাৰ ঘৰৰ নাম দিলে ৰঙাচিলা। নগা পৰ্বতৰ পাদদেশত গেলেকী। গেলেকীৰ কাষতে ৰঙাচিলা দুৱৰাৰ খাত-পাম, ৰঙাচিলা পথাৰ। বুৰঞ্জী-বিখ্যাত এই পৰিয়াল। পিয়লি ফুকন বদন বৰফুকনৰ মাজু পুতেক। সৰুতে হাতীৰপৰা পৰি ভৰি এটা ভাগিছিল। সময়ত সেই ভৰিটো শুকাই চিচিৰা হৈছিল। পিয়লি ফুকনক মানুহে সেয়েহে চাকোলা পিয়লি বা ঠেং-চিচা পিয়লি বুলি জানিছিল। ঘূণীয়া দেহত এটি বিদ্ৰোহী মন পুহি ৰাখিছিল পিয়লিয়ে।

গমধৰ আৰু সহযোগী কেইজনমানক নিৰ্বাসিত-কৰিলেও বা পোতা-শালত বন্দী কৰি থলেও, ধনঞ্জয় বৰগোহাঁই, হৰনাথ বৰগোহাঁই, পিয়লি ফুকন, জীউৰাম দুলীয়া বৰুৱা আৰু মইনা খাৰঘৰীয়া ফুকন ক্ষান্ত হোৱা নাছিল। তেওঁবিলাকে গমধৰ কোঁৱৰৰ বিফল বিদ্ৰোহৰপৰা শিক্ষা লাভ কৰিছিল।

এই বেলি শেনৰ এজাত। পৰ্বত-ভৈয়ামৰ সকলো একেমুঠি হৈ ইংৰাজক খেদি পঠিয়াবলৈ জীউৰাম আৰু হৰনাথে বাটকুৰি বাই গাৰো-পৰ্বত, মণিপুৰ, খাচীয়া, জয়ন্তীয়া, কছাৰী, নগা, মটক, চিংফৌ, খামতিৰ সকলো নেতাকে লগ ধৰি বিদ্ৰোহত সহায় কৰিবলৈ অনুৰোধ কৰিলে।

চিংফৌ, খামতি, মটকৰ লগত ডেভিদ স্কটে যি চুক্তি কৰিছিল সেই চুক্তি ভঙ্গ কৰি তেওঁবিলাকৰ ক্ষমতা সঙ্কুচিত কৰাত তেওঁবিলাক বিতুষ্ট হৈছিল, গতিকে পিয়লি ফুকনৰ আহ্বানৰ প্ৰতি সঁহাৰি জনালে। বৰ-সেনাপতিৰ পুতেক কলিবৰ, খামতি ৰজা চৌ-চালান, খাচীয়া চিয়েম উ-টিৰুৎ সিঙ চিংফৌ গাম ৰাকুম্ কুংমি অস্ত্ৰ-শস্ত্ৰ লৈ আগ বাঢ়ি আহিল।

১৮২৯ চনৰ খৰালিৰেপৰা ১৮৩০ চনৰ ফাগুনলৈকে এবছৰতকৈয়ো অধিক দিন বিদ্ৰোহী দলে অস্ত্ৰ-শস্ত্ৰ যতাই চিঠি-পত্ৰ দি বিদ্ৰোহৰ আয়োজন আগ বঢ়াই নিলে। এই বিদ্ৰোহৰ আঁচনি আছিল অতি গোপন, বিদ্ৰোহীৰ গতিবিধি আছিল সতৰ্কতাপূৰ্ণ, শিবিৰ আছিল অগম্য অৰণ্যৰ মাজত পৰ্বতৰ কাষে কাষে। আগৰ শিবিৰৰ উপৰিও বছাপথাৰ, দক্ষিণ হেঙেৰা সাপজান আদিতো শিবিৰ পাতিছিল।

এই সময়তে মণিৰাম আৰু তেওঁৰে এসময়ৰ সহযোগী জনদিয়েকৰ লগত ভগা বা-বিষয়া জনচেৰেকৰ মতবৈধতা ঘটিছিল। ইয়াৰ কাৰণ দুটা ; এক, ইংৰাজৰ ডোকাৰ আঁৰত, যাইকৈ নিউভিল চাহাবৰ বদান্যতাত ক্ষমতাই-মৰ্য্যাদাই অসমীয়াৰ ভিতৰত সদৌটিৰে ওপৰত উঠিছিল আৰু তাৰ বলত বিষয়া ভঙা-পতা কৰিছিল মণিৰামে। লম্বোদৰ বৰফুকনক ভাঙি তেওঁৰ ক্ষমতাখিনি মণিৰামক দিছিল। দুই, মণিৰাম, লঠৌ ফুকন আদি ইংৰাজৰ পূৰ্ণ সমৰ্থক আছিল। প্ৰত্যেক ক্ৰিয়াৰে প্ৰতিক্ৰিয়া ঘটে। মণি-ৰামেও ইংৰাজৰ বিৰোধিতা কৰোঁতাসকলক এই সময়ত পেটে-সমন্বিতে ভাল নেপাইছিল; প্ৰতিশোধ লৈছিল।

ধঞ্জয় গোহাঁই মটকৰ ৰাজ্যত সোমাই তেজীত শিবিৰ পাতি পূৰ্বৰ-পিনে সৈন্য-সামন্ত গোটাইছিল। দুখন চিঠি দি পঠাইছিল খামতি ৰজালৈ। হৰনাথ গৈছিল ভেশছন ধৰি। ইংৰাজৰ চোৰাংচোৱাই বাটত বিদ্ৰোহৰ সমৰ্থকৰ ভাও জুৰি হৰনাথৰ অভিপ্ৰায় বুজি ল'লে। পিছত ইংৰাজ বিষয়াই চিঠি দুখন খামতি ৰজাৰপৰা পাই বিদ্ৰোহৰ সাৰশেষ বুজি লৈ বিদ্ৰোহ দমন কৰিবলৈ সক্ষম হ'ল। হৰনাথক শদিয়াতে বন্দী কৰিলে ১৮৩০ চনৰ ২০ ফেব্ৰুৱাৰীৰ দিনা।

ফাগুন মাহ। চৰাইদেওত মে-দাম-মে-ফি পতাৰ বতৰ। দাম পাতি পূজা কৰি মৃতকৰ আশীৰ্বাদ কামনা কৰাৰ বতৰ। গাহৰি-কুকুৰা বলি দি দেওধায়ে দেও মাতে। দেউৰীৰ দেও উঠে ; ভূত-ভবিষ্যত কব পাৰে। পিয়লি ফুকন আৰু আন আন বিদ্ৰোহী সমবেত হৈ চৰাইদেওৰ দেওশালত বলি দি 'টেং-লাই-খা-ঐ' বুলি হু-হি মাৰিলে। দেওধায়ে আশীৰ্বাদ দিলে।

১৮৩০ চনৰ মাৰ্চ মাহৰ ২৫ তাৰিখে গেলেকী শিবিৰৰপৰা সৈন্যদল গৈ জয়সাগৰ পালেগৈ।

গমধৰ কোঁৱৰৰ সময়ত জয়সাগৰৰ পাৰত যাই কোঁঠ আছিল। কিন্তু নিউভিল চাহাবে ১৮২৮ চনৰ নবেম্বৰত এটা অংশ যোৰহাটলৈ তুলি নিলে ৰংপুৰত এটা পল্টনীয়া ছাউনি থৈ গ'ল। লগতে আছিল এটা খাৰ-বাৰু-দৰ ঘৰ।

চ'ত মাহ। চালৰ খেৰ শুকাই কন্‌কনীয়া হৈ আছে। পিয়লিৰ সৈন্য দ'ল আহি জেৰেঙা পথাৰত ৰ'লহি। জীউৰাম দুলীয়াবৰুৱাই খাৰ-ঘৰত জুই দিলে। দপ্‌দপকৈ জুই উঠি জেৰেঙা পথাৰ দিন যেন পোহৰ কৰি পেলালে। কোম্পানীৰ চিপাহীয়ে যেনিয়ে-তেনিয়ে গুলী এৰিলে। সৈন্য দল হুঁহকি যাবলৈ বাধ্য হ'ল। পিয়লি ফুকন, জীউৰাম দুলীয়া

বৰুৰা, ৰূপচন্দ্ৰ কোঁৱৰ, দেওবাম দিহিঙীয়া ফুকন, বম চিংফৌ ধৰা পৰিল। ধন্নয় বৰগোহাঁই আৰু জন্মিৰু ধৰিব নোৱাৰিলে। কোম্পানীৰ চিপাহীয়ে যাকে য'তে পালে নগুৰ-নাগতি কৰি শাস্তি দিলে। দঁহা কোঁৱৰ আৰু ধেনুধৰ কোঁৱৰক শাস্তিকৈ মাৰিলে। চুৰম কোঁৱৰ আৰু ব্ৰজনাথ কোঁৱৰ পলাই মণিপুৰত ওলালগৈ। জালিমসিং, জয়নন্দন সিং আৰু প্ৰাণদত্ত চুবেদাৰে গেলেকীৰ শিবিৰ ভাঙি টহিলং কৰিলে। বঙাচিলা খাত চিৰ-দিনলৈ নীৰৱ হৈ ৰ'ল।

কেপ্তেইন নিউভিলৰ সাক্ষাতে পঞ্চায়তত বিচাৰ হ'ল। পঞ্চায়তী বিচাৰক আছিল মাধৰাম বৰগোহাঁই, ৰাধানাথ বৰবৰুৱা, মণিৰাম চিৰস্তাদাৰ, কাশীনাথ তামুলী ফুকন যাই। বিচাৰত ফাঁচীৰ আদেশ হ'ল পিয়লি-জীউৰামৰ। ১৪ বছৰ, ৭ বছৰ, ৫ বছৰ এনেকৈ ফাটেক হ'ল ধৰাপৰা বিদ্ৰোহীসকলৰ।

নিউভিল: 'তুমি কিয় বিদ্ৰোহিতাচৰণ কৰিছিলা?'

পিয়লি: 'মই স্বদেশ উদ্ধাৰ কৰিবলৈ অহা সঁচা, পাৰিতপক্ষে কোনোৱে পৰাধীন হৈ থাকিবলৈ ভাল নাপায়। মই মৰণলৈ ভয় কৰি তোমালোকৰ বিপক্ষে অস্ত্ৰ ধৰা নাই বুলি নকওঁ। আৰু ক'বও নোৱাৰোঁ।

নিউভিল: তোমাৰ ভৰি চাকোলা, তুমি কেনেকৈ যুদ্ধ কৰিলাহেঁতেন।

পিয়লি: মই খোৰা সঁচা কিন্তু মোৰ মনত বল আছিল। দেহেৰে পঙ্গু হলেও মনেৰে, সাহসেৰে সেই কাম কৰিব পাৰিলোঁহেঁতেন।

নিউভিল: তোমাৰ সমুচিত শাস্তি কি জানানে?

পিয়লি: জানো। জন্মিলে মৰিব লাগে। আমাৰ চলাজনা পুলিন স্বৰ্গ-দেৱে কৈ গৈছে, বঙালৰ অধীন হৈ থকাতকৈ মৰণেসে যুগুত।

নিউভিল: পঞ্চায়ত লোক, পিয়লি ফুকনৰ কি শাস্তি হব পাৰে?

পঞ্চায়তী সদস্য: প্ৰাণদণ্ড।

নিউভিল: ৰাজবিদ্ৰোহীক কেনেকৈ মাৰে?

মণিৰাম: ৰাজবিদ্ৰোহীৰ ডিঙিত [ফটামেখেলা [আঁৰি [নানা [দুৰ্গতি কৰি মৰাটো আমাৰ দেশ-দস্তৰ।

নিউভিল: দুৰ্গতি মানে কি?

মনিৰাম: চুৱা বাঢ়নী, বেটামেখেলা গলত দি ফাঁচী দিয়ে।

মণিৰাম মাত্ৰ একুৰি তিনি [বছৰীয়া ডেকা। দেশ-দস্তৰৰ কথা

যিহকে জানিছিল, হঠাৎ সিয়েই মুখৰপৰা ওলাই গ'ল। পৰিণতিৰ কথা হয়তো গমি নেচালে। পিয়লি ফুকনে নিৰ্ভীকভাবে উত্তৰ দিলে।

পিয়লি : মণিৰাম, তয়ো দুৱৰা-কাকতী বংশৰ, ময়ো সাতঘৰীয়া আহোমৰ দুৱৰাৰ ঘৰৰ। মোক ফাঁচী দি প্ৰাণে মৰাই নাটিলে। ভদ্ৰকুলত জন্ম লৈ সম্ভ্ৰান্ত লোকৰ মৰণ কালত এনে জলন্ত অপমান কৰা-ইহে তোৰ সন্তোষ লাগিল। এই বাবে জৰী ডিঙিত লৈ মই অন্তৰৰ পৰা কৈছোঁ যে, দোষৰ বাবে মোৰ এনে দশা হৈছে, তাত একো দুখ নাই। জন্মৰ লগত মৃত্যু আছেই। কিন্তু অন্তিম কালত এনে জঘন্য অপমান দি মৰালি বাবে তই বিনাদোষতে এই গছ ডোলতে পৰিবি। মনত ৰাখিবি টোলোঠাৰ কান ইকান আৰু সিকান, এবাৰ তল এবাৰ ওপৰ। যিটো আজি মোৰ জিভাত তিতা লাগিছে, কাইলৈ তোৰো সেইটো তিতা লাগিব। তিতা গছৰ আগো তিতা, গুৰিও তিতা।

পঞ্চায়তৰ বিচাৰৰ ৰায় স্কটৰ অনুমোদনৰ অৰ্থে চেৰাপুঞ্জীলৈ পঠালে। ৬ আগষ্টত অনুমোদিত হল। কিন্তু বাৰ দিনৰ আগতে কেপ্তেইন নিউভিল চাহাব পেটৰ বিষত ভুগি যোৰহাটত মৰিল। জেমছ্ মেথী চাহাবে নিউ-ভিলৰ দায়িত্ব লৈ পিয়লি ফুকন আৰু জীউৰাম দুলীয়া বৰুৱাক আগ-তীয়াকৈ ফাঁচী দিলে।

শিৱসাগৰ পুখুৰীৰ উত্তৰ-পূবত ওখকৈ এটা ভেটি তুলিলে। তিনিটা খুটা পুতি যুৰীয়াকৈ দুডাল চীপজৰী বান্ধিলে। ৰাজহুৱাকৈ ৰাইজক দেখু-ৱাই দুযোজনাকে একেলগে ফাঁচী দিলে। ৰাজ্যত কাঁহ পৰি জীণ গ'ল।

কোনোৱে কয়, বোলে, স্কট চাহাবৰ অনুমোদন আহি পোৱাৰ আগ-তেই পিয়লি-জীউৰামক ফাঁচী দিয়াৰ গুৰিতে দেশীয় বিষয়া জনচেৰেকৰে উচটনি আছিল।

ডেভিদ স্কটে বাৰুকৈয়ে বুজি পাইছিল, গমধৰ-পিয়লিৰ বিদ্ৰোহ উলা-মুলা, লাপি-লুপা বিদ্ৰোহ নাছিল। পৰ্বত-ভৈয়ামৰ স্বাধীনতাপ্ৰিয় সকলো মানুহেই এটা বিষয়ত একমুঠীয়া হৈছিল, বগা বঙালক আলুৰে-কলাপুলিয়ে উঘালি পঠিয়াব লাগে। গতিকে তেওঁ ৰাজবংশৰ মানুহ এজনক লোকদৰ্শক ৰজা পাতি কোম্পানীৰ শোষণৰ জাল তৰি যাবলৈ পৰামৰ্শ দিলে। চন্দ্ৰকান্ত বা পুৰন্দৰসিংহক, যাইকৈ আগৰজনৰ সপক্ষে মত পোষণ কৰিলে।

ইষ্ট ইণ্ডিয়া কোম্পানী মূলতঃ ব্যৱসায়ী কোম্পানী। যি দেশতে এবাৰ সোমাইছিল, তাৰ ৰাজনৈতিক ৰাজহাড় ভাঙি, ৰবৰৰ-ৰবপেৰা লুকুকি সোণ-ৰূপ বুটলি দেশখনৰ অৰ্থনীতি কোম্পানীমুখী কৰি তুলিছিল। কেপ্তেইন বেলছ মোৱামৰীয়া দমন কৰিবলৈ আহি সোণৰ অলঙ্কাৰ চাৰি লাখ, ৰূপৰ অলঙ্কাৰ চাৰি লাখ, সোণ দুই কোটি তোলা, নাও দুহেজাৰখন, হিলৈ চাৰি হেজাৰটা আৰু অপৰ্য্যাপ্ত বস্তু লৈ গ'ল। অসমৰ ৰজা অৰ্থনৈতিক ভাবে দুৰ্বল হ'ল আৰু সামৰিক দিশত কঁকাল ভাগিল। তদুপৰি এই সুযোগতে ইংৰাজ ৰাজ্যৰ বেপাৰীয়ে অসমত বেপাৰ কৰিব পৰাকৈ নীতি-নিয়ম শিথিল কৰি দিলে। ডেভিদ স্কটে প্ৰবৰ্ত্তন কৰা বিত্ত-অৰ্থনীতিৰ পৰিণতি স্বৰূপে মানুহে ধন দি বিদেশী বস্তু কিনি খাবলৈ ৰবৰবৰ অয়-অলঙ্কাৰ, কাপোৰ-কানি বন্ধকত দিবলৈ ধৰিলে। ৰাজহি-ততহি মাৰিবলৈকো সাতাম-পুৰুষীয়া সোণৰ সোলেং বন্ধকত থলে বা আদমুলী-আমুলীকৈ বিক্ৰী কৰিলে।

ইংৰাজৰ ঘৰত আমোলা হৈ খটা কেইবৰৰ বাহিৰে ৰাকী আটাইৰে অৱস্থা পানীত হাঁহ নচৰা হ'ল। ইজন-সিজনকৈ পোনতে নিযুক্তি দিয়া অসমীয়া বিষয়াক অব্যাহতি দি তাৰ পৰিবৰ্ত্তে বঙ্গদেশৰপৰা অহা আমোলা নিযুক্তি দিলে। চন্দ্ৰধৰ ৰায়, ব্ৰজনাথ পাল আৰু ৰামতনু গুপ্তৰ লগতে আৰু বহুত আমোলা আহিল। অসমীয়া পাখি কাকতী, টাঙনি-কাকতী, ৰৰকাকতীসকলৰ চাউল উকলিল।

১৮৩১ চনত তিনি মাহৰ অগা-পিছাকৈ অসমত ইংৰাজ সাম্ৰাজ্য-বাদৰ খোপনি পোতাত সহায় কৰোঁতা কেপ্তেইন নিউভিল যোৰহাটত আৰু ডেভিড স্কট চেৰাপুঞ্জীত মৰিল। নিউভিলৰ ঠাইত জেমচ মেথী চাহাব আহিয়েই পিয়লি-জীউৰামক ফাঁচীশালত তুলিলে আৰু ৰৰ্বাটচনে স্কটৰ পৰামৰ্শকে পুনৰ জনাই উজনি অসম খণ্ড ৫০,০০০ টকা লালবন্দীলৈ দি পুৰন্দৰসিংহক ৰজা পাতিলে। আডাম হোৱাইটক বিশ্বনাথত পলি-টিকেল এজেণ্ট হিচাপে নিযুক্তি দি বহুৱাই থলে।

কৰ্ণেল কুপাৰে চেপি-খুন্দি কৰ তুলিছিল ত্ৰিশ-চল্লিশ হেজাৰ টকা। পুৰন্দৰসিংহই নিজৰ সৈন্যবাহিনীক নগদ ধনেৰে দৰমহা দি, ডা-ডাঙৰীয়াসকলক পুহি ৫০,০০০ টকা দিয়ে কেনেকৈ ? তথাপি মনৰ হাউচতে ৰৰ্বাটচনৰ পৰামৰ্শ অনুসৰি ৰজা হবলৈ সন্মত হ'ল। ১৮৩৩ চনৰ দুই মাৰ্চ তাৰিখে গুৱাহাটীতে এক চুক্তি কৰি বছৰি ৫০,০০০ টকা খাজানাত লালবন্দীকৈ দেশ ল'লে।

১৮৩৩ চনৰ ৯ তাৰিখে পুৰন্দৰসিংহক পয়ত্ৰিশ নম্বৰী পল্টনৰ

হতুৱাই অভিবাদন জনাই লেঃ নুৰহাউছ লুইতেদি উজাই আহিল। বহাগৰ বিহুৰ উৰুকাৰ দিনা বজা আহি ম'হগড়-কৰিলামুখ পালেহি। মানুহ বিহুৰ দনাই ৰজাক ৰীতিমতে সিংহাসনত বহুওৱাৰ কথা। বাইজৰ মাজত উলহ-মালহ, উখল-মাখল, বিহুৰ দিনা নিজৰ ৰজাক সেৱা কৰিবলৈ পাব। কিন্তু আশা অনুৰূপে কাম নহ'ল। ম'হগড়ৰপৰা আহোঁতে পলম হ'ল। বহাগৰ চাৰি দিনৰ দিনা প্ৰশাসনীয় কাকত-পত্ৰ পুৰন্দৰসিংহই চমজি ললে।

চাৰি দিনৰ পিছৰ কথা। পুৰন্দৰ সিংহৰ ৰাজ্যাভিষেক। সাতখলপীয়া সিংহাসনত বগা কাপোৰ পৰা; তাতে স্বৰ্গদেও বহিছিল। মূৰৰ ওপৰত চন্দ্ৰতাপ। পল্টনীয়া চিপাহীয়ে উনৈশ জাঁই হিলৈ মাৰি ৰাজ্যাভিষেকৰ কথা ঘোষণা কৰিছিল। পাঁচশ চিপাহীয়ে অভিবাদন জনাইছিল। কাৰেঙৰ আগত তিনিটা হিলৈ পাতি থৈছিল। কেইবা শাৰীও হাতী সজাই-পৰাই ৰাখিছিল। ঢোল, খোল, মৃদং, গায়ন-বায়ন পেঁপা-শিঙাৰ মাতত যোৰহাট নগৰত উৎসৱমুখৰ পৰিবেশ ফুটি উঠিছিল। প্ৰজা ভাগি-ভুঁৰবি গৈছিল; দলদোপ-হেন্দোলদোপ হৈছিল।

ভগা ৰাজ্য; ভগা দেশ। মান-মৰাণৰ উৎপাতত উছন্ন হোৱা দেশতে ইংৰাজ কোম্পানীয়ে আঠ বছৰ চুঁচিলে। পুৰন্দৰসিংহৰ বাবে পঞ্চাছ হেজাৰ টকা ৰাজহ সংগ্ৰহ কৰা টান হৈ পৰিছিল। তথাপি পূৰ্বৰ ইন্দ্ৰবংশী ৰাজসভাৰ ধৰণেৰে ডা-ডাঙৰীয়া নিযুক্তি হ'ল। বুঢ়াগোহাঁই, বৰগোহাঁই, বৰপাত্ৰগোহাঁই, বৰবৰুৱা আৰু আন আন ফুকন-বৰুৱা নিযুক্তি হলেও ইংৰাজ শাসনত অভিজ্ঞতা লাভ কৰা ৰাধানাথ বৰবৰুৱা, কৃষ্ণকান্ত মজিন্দাৰ বৰুৱা দীননাথ বেজবৰুৱা, কাশীনাথ তামুলী ফুকন, হৰনাথ পৰ্বতীয়া বৰুৱা লঠৌধৰ ফুকন, গোপীকান্ত বৰুৱা আদি অধিক নামজলা আছিল। সদৌৰে ওপৰত কথাই-কামে আগৰণুৱা হৈছিল মণিৰাম বৰভাণ্ডাৰ বৰুৱা। ৰাজহ তুলিবলৈ নিত্যানন্দ দত্ত, গোপালসিং, ব্ৰজনাথ পাল, কৃষ্ণানন্দ বৰুৱা, জনাৰ্দন ভঁৰালী বৰুৱা আৰু মণিৰাম বৰুৱাক নিযুক্তি দিছিল।

মণিৰাম দেৱানে ইংৰাজৰ বিষয়-বাব আৰু ডেভিদ স্কটৰ স্বীকৃতি পাই পৰিণতি বিচাৰ নকৰাকৈ অসমৰ প্ৰাকৃতিক সম্পদ, বেহা-বেপাৰ, পৰ্বত-ভৈয়ামৰ মানুহ আদিৰ বিষয়ে অতি উচ্ছাসেৰে বিতং বাতৰি দিছিল। ইংৰাজেও থাওকতে সকলো তথ্য-পাতি লাভ কৰিবলৈ প্ৰথম অৱস্থাত মণিৰামক হাত কৰি লৈছিল। যথাৰ্থতে ক'বলৈ গ'লে, মণিৰামৰ বুদ্ধি-বৃত্তি, জ্ঞান-অভিজ্ঞতা সকলো ইংৰাজে শোষণ কৰিছিল। এসময়ত এইজন মণিৰামকে চৰকাৰী বিষয়-বাব দিবলৈ অস্বীকাৰ কৰিছিল আৰু এদিন আসাম কোম্পানীৰ কামৰপৰাও অসন্মানজনক ভাবে বিদায় দিছিল।

পোনতে ডেভিদ স্কট আৰু পিছত ৰ্বৰ্বাটছন চাহাবে যদিও ৰাজনৈতিক দৃষ্টিকো ৰপৰা আহোম ৰাজবংশৰ কোঁৱৰ এজনক কৰতলীয়া ৰজা পাতি-বলৈ পৰামৰ্শ দিছিল, এই কথাত কোম্পানীৰ ডিৰেক্টৰ আৰু অসমত চাহ খেতি কৰিবলৈ অহা উৎসাহী চাহ-খেতিয়কসকলে সমূলি ভাল নেপালে। মণিৰাম পোনতে নিউভিল চাহাবৰ অধীনত ৰেভিনিউ চিৰস্তাদাৰ আছিল। এই পদত থাকোঁতে মণিৰামেই বুদ্ধি পৰামৰ্শ দি তিনি গুণতকৈয়ো অধিক খাজনা তুলি কোম্পানীৰ প্ৰশংসা আৰ্জন কৰিছিল। 'অসমৰ উজনি-ভাটীয়ে, পৰ্বতে-পাষণ্ডে মণিৰামৰ প্ৰভুত্ব-প্ৰতিপত্তি ফুটি-ফাটি গ'ল।'

১৮৩৩ চনৰ ২ মাৰ্চ তাৰিখে ৰ্বৰ্বাটছন আৰু পুৰন্দৰসিংহৰ মাজত হোৱা চুক্তি মতে পুৰন্দৰসিংহ উজনি অসমৰ ৰজা হ'ল। লালবন্দী নিৰ্দ্ধা-ৰণ হ'ল বছৰি ৫০,০০০ টকা; তদুপৰি ৰছদ-পাতি, যান-বাহন দি ওপৰঞ্চি সহায় কৰিব লাগিব। ১৮৩৫ চনত উজনি অসমৰ জনসংখ্যা আছিল ২,০২,৫০০ জন মাত্ৰ। ১৮২৬ চনৰপৰা ১৮৩৩ চনলৈ এই সাত বছৰত অসমীয়া প্ৰজাৰ সমস্ত সম্পদ শোষণ কৰা হৈছিল। প্ৰজাৰ ৰাজহ দিব পৰা শক্তি-সমৰ্থ্য নাছিল।

১৮৩৩ চনত .ৰাজ্যভাৰ লৈ পুৰন্দৰে মণিৰামক বৰভাণ্ডাৰ বৰুৱা অৰ্থাৎ কলেক্টৰী চিৰস্তাদাৰ পাতিলে। ইপিনে ৰ্বৰ্বাটছনৰ চুক্তি মতে পুৰন্দৰৰ হাত-ভৰি বন্ধা। "পুৰন্দৰৰ ৰাজ্যত মণিৰামেই বুধিয়ক মন্ত্ৰী' আছিল যদিও ইংৰাজ সাম্ৰাজ্যবাদীৰ ফান্দত এনেকৈ পৰিছিল যে লাহে লাহে নিজেই শলঠেকত পৰিবলৈ আৰম্ভ কৰিছিল। পুৰন্দৰসিংহ ৰাজপাটত বহাৰ পিছতে ইংৰাজ চাহ খেতিয়কে গাভৰু পৰ্বত আৰু ইয়াৰ পাদদেশ অঞ্চলত চাহ খেতি কৰিবলৈ মাটি বিচাৰিছিল। পুৰন্দৰসিংহই তাৰ বাবে খাজানা বিচা-ৰিছিল। ইংৰাজে খাজানা দিবলৈ অমান্তি হৈছিল। সেই বাবে পুৰন্দসিংহৰ শাসনকাৰ্য্যক কু-শাসন বুলি বৰ্ণাই কলিকতীয়া বাতৰি কাকতত চিঠি লিখিছিল আৰু জেনেৰেল জেন্‌কিন্সলৈকো চিঠি দিছিল। ১৮৩৩ চনৰপৰা ১৮৩৭ চনলৈকে মণিৰাম পুৰন্দৰসিংহৰ তলত বৰভাণ্ডাৰ বৰুৱা হৈ আছিল। তেতিয়া 'ৰজাঘৰীয়া আয়-ব্যয়, দেশৰ শান্তিৰক্ষা, ৰাজহাদি আদায় কৰা-ইত্যাদি সকলো কামকে তদ্বিৰ কৰিব লাগিছিল।' যদি সেয়ে হয়, তেনে-হ'লে ইংৰাজলৈ বুলি বছৰি ১,২৫,০০০ এক লাখ পঁচিশ হেজাৰ টকাৰ খাজানা তুলিব পৰা মণিৰামে পুৰন্দৰসিংহলৈ ৫০,০০০ টকাৰ খাজানা কিয় তুলিব নোৱাৰিলে? যিখিনি তুলিছিল সিও কোম্পানীৰ হিচাপত জমা নহ'ল। তাৰেই পৰিণতি স্বৰূপে পুৰন্দসিংহৰ ৰাজ্য গ'ল। এইখিনিতে ইতিহাসৰ এটি ৰহস্যময় অধ্যায় বৈ গ'ল।

ইংৰাজ চাহ-খেতিয়কবিলাকে তেওঁবিলাকৰ মনৰ জোখাৰে মাটি পাইছিল গাভৰুপৰ্বতৰপৰা নামচাং-সাপজানলৈকে। পুৰন্দৰসিংহক খাজানা দি তেওঁৰ ৰাজ্যৰ ভিতৰত চাহ-বাগিছা পতাটো অনেক বিপদজনক বুলি ভাবিছিল। গতিকে আৰম্ভণিৰেপৰাই ডেভিড স্কট ৰৰ্বাটছনৰ সিদ্ধান্তৰ বিৰোধিতা কৰিছিল কিন্তু ইংৰাজ প্ৰশাসকৰ গাত দোষাৰোপ নকৰি ৰজা-মন্ত্ৰীৰ অকৰ্মণ্যতা প্ৰমাণ কৰিবলৈ যত্ন কৰিছিল। সেই বাবে কলিকতাৰ 'ফ্ৰেণ্ড অৱ ইণ্ডিয়া' কাকতত লিখিছিল, বোলে, যিটো অঞ্চল ৰজাক ঘূৰাই দিব খোজা হৈছে, তাৰ শাসকজন অত্যাচাৰী, অবিবেচক আৰু অকৰ্মণ্য। গতিকে ততালিকে কোম্পানীৰ হাতলৈ আনিব লাগে। পুৰন্দৰৰ সোঁ-হাত মণিৰাম বৰভাণ্ডাৰ বৰুৱাকো নিজৰ সমৰ্থনকাৰীৰূপে পাবলৈ তেওঁক চাহ-খেতি কৰিবলৈ উদগনি দিছিল। আৰু আনপিনে ৰাজহ সংগ্ৰহত শিথিলতা অৱলম্বন কৰি বা অন্যপ্ৰকাৰে ৰজাক শলঠেকত পেলাই উজনি অসম ইংৰাজৰ খাচ দখললৈ নিবৰ বাবে সুযোগ উলিয়াই দিবলৈ খাটনি ধৰিছিল।

ইংৰাজ চাহ-খেতিয়কৰ সুচনিমতে মণিৰামে চাহ-বাগিছা পাতিবলৈ কেইবা ঠাইতো প্ৰায় এহেজাৰ পুৰা মাটি ৰাখিছিল।' দ্বিতীয়তে ৰাজহ সংগ্ৰহত প্ৰজাক টানি ধৰিছিল। মৌজাদাৰৰ টেকেলাই যমৰ যাতনা দি ৰাজহ-সংগ্ৰহৰ বাবে যৎপৰোনাস্তি চেষ্টা কৰিছিল। নামনি অসম খণ্ডৰ সৰহভাগ মৌজাদাৰেই ডেভিদ স্কটৰ লগত অহা বঙ্গদেশৰ মানুহ আছিল। উজনি খণ্ডৰো ছজন মৌজাদাৰৰ তিনিজন বঙ্গদেশী মানুহ আছিল। ৰজাৰ পাৰিষদৰ বাহিৰে কোনো আহোম ডা-ডাঙৰীয়াক প্ৰশাসনীয় কাম বা মৌজাদাৰী দিয়া নাছিল। এই মৌজাদাৰবিলাকে প্ৰজাক চেপি-খুন্দি কৰ-কাটল আদায় কৰিছিল।

ৰাজধানীৰ দুৱাৰমুখতে এখন মাৰোৱাৰী গোলা বহিছিল। কলিকতাৰ বিখ্যাত সদাগৰ জগত শেঠৰ সেই সময়ৰ অসমত আঠখন গোলা আছিল। উক্ত গোলাখনৰ মালিক আছিল নাৰেং কেঞা, নৱৰঙ্গ ৰায় কেডিয়া। ব্যৱসায়-বাণিজ্যত চতুৰ, ধনেৰে চহকী নাৰেং কেঞাক পাণপুৰ-গহপুৰ মৌজাৰ মৌজাদাৰ পাতি পঠাইছিল। নাৰেং কেঞাৰ উৎপীড়ন ইমান চৰা আছিল যে মানুহে মালিতা ৰচি গাইছিল,

উত্তৰে সোমালে অঁকাকৈ ডফলা<br>
দক্ষিণে সোমাল মান,<br>
গমিৰি ঘাটেদি নাৰেংকেঞা সোমালে<br>
ৰক্ষা পাবলৈ টান।'

বহিৰাগত মৌজাদাৰ সকলোৱেই আছিল নাৰেং কেঞাৰ সমধৰ্মী।

সেই সময়ত কলিকতাৰপৰা যি কেইখন কাকত ওলাইছিল, তাত পুৰন্দৰসিংহৰ 'কু-শাসনৰ' বিৰুদ্ধে বহুতো বেনামী চিঠি ওলাইছিল, তাৰে খনচেৰেক অসমীয়া মানুহৰ নামতো ওলাইছিল। কলিকতাত থকা গৱৰ্ণৰ জেনেৰেল আৰু কোম্পানীৰ উচ্চপদস্থ বিষয়াসকলৰ দৃষ্টি আকৰ্ষণ কৰা-টোৱেই আছিল এই চিঠি-পত্ৰবোৰৰ উদ্দেশ্য। দ্বিতীয়তে ১৮৩৪ চনত প্ৰবল ভূমিকম্প, প্ৰলয়ঙ্কৰী বানপানী, মহামাৰী আৰু আকাল হ'ল। বহুতো মানুহ মৃত্যুৰ মুখত পৰিল। তথাপি ৰজাই প্ৰথম বছৰৰ লালবন্দী ৫০,০০০ টকা সময়মতে শোধাবলৈ সমৰ্থ হ'ল। দ্বিতীয় বছৰৰপৰা ৰাজহ সংগ্ৰহ কৰা টান হ'ল। তথাপি ১৮৩৪,১৮৩৫, ১৮৩৬ চনৰ বাকীপৰা ধন ১,৫০,০০০ টকা যেনে-তেনে সংগ্ৰহ কৰি সেই টকা আদায় দিবলৈ বৰভাণ্ডাৰ বৰুৱা মণিৰাম, লঠৌ খাৰঘৰীয়া ফুকন আৰু কাশীনাথ তামুলীফুকন এই তিনি-জনক কলিকতালৈ পঠাইছিল।

'ছঅঁৰা নাও লৈ লালবন্দী দিবলৈ
মণিৰাম ভটীয়াই গ'ল।'

১৮৩৫ চনত ডাক্তৰ ৱালিছক কোম্পানীয়ে অসমলৈ পঠাইছিল। তেওঁৰ কাম আছিল অসমত চাহখেতি সম্পৰ্কে অনুসন্ধান কৰা। ডাক্তৰ ৱালিছে দিচৈ নৈৰ মুখতে শিবিৰ পাতি আছিল। তালৈকে গৈ মণিৰাম বৰভাণ্ডাৰ বৰুৱাই ডাক্তৰ ৱালিছক লগ ধৰি কথা-বতৰা হয় আৰু সেই বছৰেই চি-এ ব্ৰুচে গাভৰু পৰ্বতত চাহ গছ পাই তাত চাহ বাগিছা পাতিবলৈ মাটি বিচাৰে। আহোম ৰাজত্বত হাবিতলীয়া মাটি বা জলডোবা মাটিত খেতি কৰিলে খাজানা দিব নেলাগিছিল। ইংৰাজে সেই প্ৰথা তুলি দিছিল। কিন্তু তেনে এটা পৰম্পৰা আছিল বুলি মণিৰামৰপৰা জানি চি-এ ব্ৰুচে বিনা খাজানাই চাহ-খেতি কৰিবলৈ জোৰ দি ধৰিছিল। পুৰন্দৰ-সিংহই আনখেতিৰ বাবে তেনে বন্দোৱস্তীত মাটি দিবলৈ সন্মত হলেও বিদেশীক চাহ খেতি কৰিবলৈ বিনা খাজানাত মাটি দিবলৈ সন্মত নহ'ল। চি-এ ব্ৰুচকে আৰম্ভ কৰি বাকী উদ্যোগী চাহ-খেতিয়কসকল খড়্গহস্ত হৈ উঠিল। মণিৰাম নিজেও চাহখেতিয়ক হবলৈ উঠি-পৰি লাগিছিল, গতিকে মণিৰামৰ ভূমিকাও আছিল ৰহস্যঘন, নিবিড় স্বাৰ্থজড়িত।

১৭৫৮ শক অৰ্থাৎ ১৮৩৬ চনত মণিৰাম সদলবলে কলিকতা পায়গৈ। কলিকতাত আছিল লাটুবাবুৰ ঘৰত। নিজকে চিনাকি দিছিল 'অসমৰ ৰজা' বুলি। ইতিমধ্যে অসমত গোলা স্থাপন কৰি সুপ্ৰতিষ্ঠিত হোৱা জগত শেঠৰ ঘৰৰ লগতো চিনাকি আছিল। কলিকতাত জগত শেঠ আছিল

বিখ্যাত সদাগৰ। কলিকতালৈ গৈ মণিৰামে বঙালী জমিদাৰ, শেঠ আদিক নিজৰ টকা খটুৱাই অসমত চাহ খেতি কৰিলে কিমান লাভ হ'ব তাক বুজাইছিল। এইবোৰ কথা শুনিবলৈ ৰামকমল সেন আহি লাটুবাবুৰ ঘৰত ওলাইছিলহি। ৰামকমল সেনে মণিৰামক লগত নি ইংৰাজ সদাগৰবিলাকৰ লগত চিনাকি কৰি দিছিল। তেতিয়ালৈকে ইংৰাজ সদাগৰবিলাকে চাহখেতিত টকা বিনিয়োগ কৰিবলৈ ইচ্ছা প্ৰকাশ নকৰিছিল। অসমৰ ৰজা বুলি নিজকে চিনাকি দিয়া মণিৰামৰ কথা শুনিহে পতিয়ন গৈছিল।

লালবন্দীৰ ধন দিবলৈ গৈ মণিৰাম বৰভাণ্ডাৰ বৰুৱা কলিকতাত ভালেমান কেইদিন আছিল। কোম্পানীৰ বা-বিষয়া আৰু বঙালী ভদ্ৰলোক বহুতৰে ঘৰলৈ আহ-যাহ কৰি 'দত্ত' উপাধি লৈ অসমলৈ উলটি আহিল কিন্তু ৰহস্যজনক ভাবে লালবন্দীৰ ধন এক-লাখ পঞ্চাশ হেজাৰ টকা কোম্পানীৰ ঘৰত জমা নহ'ল।

ৰবার্টছন চাহাবৰ লগত হোৱা চুক্তিমতে লালবন্দীৰ ধন শোধাব নোৱাৰিলে অসম ইংৰাজৰ খাচ দখললৈ নিব পাৰে। গতিকে স্থানীয় বিষয়াই কমিছনাৰ জেনকিন্সলৈ লিখিবলৈ ধৰিলে। ইপিনে কলিকতীয়া কাকতত ৰজাৰ অকৰ্মণ্যতা আৰু কু-শাসনৰ বিৰুদ্ধে লিখি উৰ্দ্ধতন কৰ্তৃপক্ষৰ দৃষ্টি আকৰ্ষণ কৰিলে। মণিৰামেও ইংৰাজৰ খাচ দখলত ডাঙৰ বিষয়-বাব পাব বুলি আশা কৰিছিল। সেই সময়ত পুৰন্দৰসিংহৰ অধীনত বিষয়া হৈ থকা জনচেৰেক অসমীয়া বিষয়ায়ো ইংৰাজৰ খাচ দখল কামনা কৰিছিল। হুটৰ লগত আৰু পিছত অহা বঙ্গদেশীয় লোকসকলেও এই বিষয়ত হাত-উজান দিছিল। পুৰন্দৰসিংহৰ অধীনস্থ প্ৰায় আঠাই কেইজন বিষয়াই ইংৰাজৰ অধীনত চাকৰি লাভ কৰিছিল। এইসকলৰ ভিতৰত কৃষ্ণকান্ত মজিন্দাৰ বৰুৱা, দীননাথ বেজবৰুৱা কাশীনাথ তামুলী ফুকন, হৰনাথ পৰ্বতীয়া বৰুৱা, নঠৌধৰ খাৰঘৰীয়া ফুকন, গোপীকান্ত বৰুৱা, কৃষ্ণকান্ত কাকতি, জনাৰ্দন ভঁৰালী বৰুৱা, যাদুৰাম ডেকাবৰুৱা, দুতিৰাম কাকতি প্ৰধান। পুৰন্দৰৰ আহোম ডাঙৰীয়া-বিষয়াসকলক ইংৰাজৰ অধীনত নিযুক্তি দিয়া নাছিল আৰু কোনো কোনোৱে ফিৰিঙি চাহাবৰ পৰাধীন হব লাগে বুলি নগৰৰপৰা আঁতৰি গাঁৱে-ভুঞে সোমাইছিলগৈ।

১৮৩৮ চনৰ ১৬ ছেপ্তেম্বৰ তাৰিখে পুৰন্দৰসিংহৰ ৰাজ্য ইংৰাজৰ খাচ দখললৈ যায়।

১৮৩৬ চনত যেতিয়া তিনি বছৰৰ লালবন্দী বাকী পৰিল, তেতিয়া পুৰন্দৰসিংহৰ ৰাজ্য যোৱাটো নিশ্চিতপ্ৰায়। কাৰণ, সন্ধি-পত্ৰৰ এঘাৰ

নহৰ ধাৰাত স্পষ্টকৈ কোৱা হৈছিল যে পুৰন্দৰসিংহই নিয়মীয়াকৈ কৰ শোধাব নোৱাৰিলে ইংৰাজে তেওঁক গুচাই আন এজনক ৰজা লব পাৰিব, নতুবা ইংৰাজৰ খাচ দখললৈ নিব পাৰিব। মণিৰামে কলিকতাত লালবন্দীৰ ধন দিবলৈ গৈ দুৱলীয়া লাট টমাছ্ কেম্পবেল ৰবার্ট ছনক দেখা কৰি কৈছিল, যে পুৰন্দৰসিংহৰ ৰাজ্য যাব; ৰাজ্য গ'ল। গতিকে সৰ্ত্তমতে আন এজন কোঁৱৰকে ৰজা পাতক। যদি নেপাতে মণিৰামকে ৰাজপদ দিয়ক। তেওঁ বছৰি পঞ্চাশ হেজাৰ টকাকৈ তিনি বছৰৰ ডেৰ লাখ টকা তেতিয়াই আগধন হিচাপে আদায় দিবলৈ প্ৰস্তুত। অথচ এইজন মণিৰামেই আছিল পুৰন্দৰ-সিংহৰ ৰাজহ বিভাগৰ সৰ্বেসৰ্বা।

ৰবাৰ্টছন চাহাব থতমত খাই ৰৈ গৈছিল। যিজন বিষয়া ৰাজ্যৰ সৰ্বেসৰ্বা; যিজন বিষয়াই ৰজাৰ লালবন্দীৰ টকা লৈ কলিকতাত জমা দিবলৈ গৈছিল, যিজন লোকে থাওকতে ডেৰলাখ টকা আগধন দি নিজৰ ৰজাক খেদি ৰাজপদ বিচাৰিব পাৰে, সেইজন বুদ্ধিমান মানুহৰ তিৰবিৰাই থকা চকু যোৰলৈ চাই থৰ হৈ ৰৈ গৈছিল।

ৰবাৰ্ট ছনে মণিৰামক জনাই দিলে, 'তেওঁক ৰাজপদ দিব পৰা নহ'ব। হয়তোবা এটা চৰকাৰী চাকৰি দিব পৰা হ'ব।' কিন্তু কাৰ্য্যক্ষেত্ৰত চৰ-কাৰে তেওঁক একো চাকৰি নিদিলে; আগৰ সকলো বিষয় কাঢ়ি ললে। চেৰেকাপাৰ, কোঁৱৰপুৰ আৰু মেটেকা এই তিনিটা মৌজা হাতত থাকিল। তাৰ বাবে মাহেকীয়া বেতন আছিল মাত্ৰ ৫০ টকা। যিজনে ৰেভিনিউ চিৰস্তাদাৰ হিচাপে আগতে ৬০০/৭০০ টকা বেতন পাইছিল। আসাম কোম্পানীৰ দেৱান হৈছিল যদিও বছৰচেৰেকৰ পিছতেই কাম ইস্তফা দিবলৈ বাধ্য হ'ল। ইযাৰে কেইবছৰমানৰ পিছতে জজ মিলচ চাহাবে মণিৰামৰ কথা লিখিলে, 'মণিৰাম দেৱান মানুহজন বৰ টেঙৰ কিন্তু অবিশ্বাসী।'

সি যি কি নহওক, পুৰন্দৰসিংহৰ হাতৰপৰা ৰাজ্য সৰকি গ'ল। সমস্যাজৰ্জৰ, হতাশাগ্ৰস্ত ৰজা; অকৰ্মণ্য, ভেমাল, মৰ্য্যাদালিপ্সু ডা-ডাঙ-ৰীয়া; অবিশ্বাসী, তলে পুতল মন্ত্ৰী; সমৃদ্ধিৰপৰা দৰিদ্ৰতালৈ পৰ্য্যবসিত প্ৰজা।

আহিনৰ চুটি দিনটোৰ বগাবেলিটো এচমকা কলীয়া ডাৱৰে আৱৰি ধৰিলে।

চিৰদিনৰ বাবে কাৰেঙত বেলি মাৰ গ'ল।

বেলি মাৰ গ'ল।

# সহায় লোৱা পুথিসমূহ


**অপ্ৰকাশিত বুৰঞ্জী**

১। কাশীনাথ তামুলী ফুকনৰ অসম বুৰঞ্জী পুথি (উনবিংশ শতিকা)
২। গমধৰ কোঁৱৰৰ বুৰঞ্জী (উনবিংশ শতিকা)
৩। জাঁজীৰপৰা পোৱা বুৰঞ্জী (সপ্তদশ শতিকা)
৪। তুংখুঙীয়া স্বৰ্গদেৱৰ বংশাৱলী (অষ্টাদশ শতিকা)
৫। নাওবৈচা ফুকনৰ বুৰঞ্জী (উনবিংশ শতিকা)
৬। বৰপেটাৰপৰা পোৱা বুৰঞ্জী (অষ্টাদশ শতিকা)
৭। বুৰঞ্জী-বিবেক-ৰত্ন (উনবিংশ শতিকা)
৮। যোৰহাটৰপৰা পোৱা বুৰঞ্জী (উনবিংশ শতিকা)
৯। ৰংপুৰ নগৰৰ বুৰঞ্জী (উনবিংশ শতিকা)।
১০। লেখকৰদ্বাৰা সংগৃহীত কিছুমান পুৰণি বুৰঞ্জীৰ টোকা
১১। সাঁচিপতীয়া চকৰীফোটি বুৰঞ্জী (অষ্টাদশ শতিকা)

**প্ৰকাশিত বুৰঞ্জী**

১। কাশীনাথ তামুলী ফুকনৰ, আসাম বুৰঞ্জী ১৮৪৫
২। চিদানন্দদেৱৰ, শ্ৰীশ্ৰীঅনিৰুদ্ধদেৱৰ চৰিত্ৰ, ১৮৫৬ শক
৩। তোলনচন্দ্ৰ শইকীয়াৰ, অসমৰ খণ্ড বুৰঞ্জী ১৯৭১
৪। ভুবনচন্দ্ৰ সন্দিকৈৰ চাং-ৰুং ফুকনৰ বুৰঞ্জী ১৯৬১
৫। লীলা গগৈৰ, শৰাইঘাটৰ যুদ্ধৰ কথা, ১৯৭৭ ; হেৰোৱা দিনৰ কথা ১৯৫৭
৬। সূৰ্য্যকুমাৰ ভূঞাৰ, অসম বুৰঞ্জী, ১৯৪৫, কছাৰী বুৰঞ্জী, ১৯৫১
জয়ন্তীয়া বুৰঞ্জী, ১৯৩৭, তুংখুঙীয়া বুৰঞ্জী, ১৯৩২
সাতসৰী অসম বুৰঞ্জী, ১৯৬০ অসমৰ পদ্য বুৰঞ্জী, ১৯৩২
৭। হৰকান্ত সদৰামিনৰ, অসম বুৰঞ্জী, ১৯৩০

**অন্যান্য গ্ৰন্থ**

১। গুণাভিৰাম বৰুৱাৰ, অসম বুৰঞ্জী ১৯৭২
২। তীৰ্থনাথ শৰ্মাৰ, আউনীআটী সত্ৰৰ বুৰঞ্জী, ১৯৭৫
৩। পদ্মনাথ গোহাঁই বৰুৱাৰ, অসম বুৰঞ্জী, ১৯৩৭

৪। বেণুধৰ শৰ্মাৰ, দক্ষিণপাট সত্ৰ, ১৯৬৭, দূৰবীণ, ১৯৫১, মণিৰাম দেৱান, ১৯৫০,

৫। ভুবনচন্দ্ৰ সন্দিকৈৰ, পিয়লি ফুকন আৰু সেই সময়টো, ১৯৫৭

৬। সৰ্বানন্দ ৰাজকুমাৰৰ, ইতিহাসে গোঁৰৱা ছশটা বছৰ, ১৯৮০

৭। সুশীল কুমাৰ গগৈৰ, মায়ামৰা সত্ৰ সমাজ, ১৯৮১

৮। সূৰ্য্যকুমাৰ ভূঞাৰ, কোঁৱৰ বিদ্ৰোহ, ১৯৫৬

৯। হৰকান্ত সদৰামিনৰ, আত্মজীৱনী, ১৯৬০

১০। হিতেশ্বৰ বৰবৰুৱাৰ, আহোমৰ দিন, ১৯৮১

১১। হেমচন্দ্ৰ গোস্বামীৰ ৰচনাৱলী, ১৯৭২

## ENGLISH

**Baruah, B.** *Weissalisa, 1977*

**Barooah, N. K.,** *David Scott in North-East India, 1970*

**Baruah, G. C.,** *Ahom Buranji, 1930*

**Bannerjee, A. C.,** *The Eastern Frontier of British India 1946*

**Barpujari, H K ,** *Assam in the Days of the Company, 1964*

**Bhuyan, S. K.** *Anglo-Assamese Relations,, 1950*

**Dihingia, H.,** *Assam's Struggle Against British Rule, 1980*

**Gogoi, P.,** *The Tai and the Tai Kingdoms. 1968*

**Gohain, U. N ,** *Assam Under the Ahoms, 1942*

**Gait Edward,** *History of Assam, 1926*

**Lahiri, R. M.,** *The Annexation of Assam, 1950*

**Rajkhowa Benudhar,** *A Short Account of Assam, 1915*

**Wade, J. P.,** *An Account of Assam, 1927*